# বিশ্বাস আৰু সংশয়ৰ মাজেদি

নিৰুপমা বৰগোহাঞি



সৃষ্টিলেখা

গুৱাহাটী-৩

# আগকথা

প্ৰায় পঞ্চল্লিছ বছৰ সাহিত্য সাধনা কৰি মই কেৱল গল্প, উপন্যাসেই নহয়, কবিতাক বাদ দি আন সকলো ধৰণৰ লেখাই লিখিছোঁ, এনেকি ৰেডিঅ'ৰ বাবে নাটকো লিখিছোঁ। কিন্তু শেহতীয়া দুই এখন কিতাপৰ বাহিৰে আন ক'তো আত্মকথা জাতীয় লেখা লিখি পোৱা নাই - সেইবিধ লিখনিলৈ মোৰ বৰ ভয়, নিজ বুকুৰ সকলো দৈন্য দাঙি ধৰি কাণখোৱাৰ কথাত ভয় খোৱাৰ সমতুল্য মোৰ অৱস্থা; সুদীৰ্ঘ একো একোখন উপন্যাস লিখা লেখিকাজনীৰ অতিদীৰ্ঘ ভূমিকা লিখিবলৈ সচাঁয়ে অপাৰগ ইমানেই ভয়।

তেনেকুৱা এক সুদীৰ্ঘ ৰচনা মোৰ স্মৃতিকথা 'বিশ্বাস আৰু সংশয়ৰ মাজেদি'। ইয়াক দিন পৰেকীয়া 'গৰীয়সী'ত খণ্ড খণ্ডকৈ ওলাই থকাৰ পিছত ই কিতাপ আকাৰে প্ৰকাশ পোৱাৰ আগ মুহূৰ্তত প্ৰকাশকে ভূমিকা এটা বিচাৰিছে, যিটো যেনো নিতান্তই আৱশ্যকীয়। ক'বলৈ লাজ নাই যে এই ক্ষুদ্ৰ লিখনিটোৰ বাবে মই ড° মহেশ্বৰ নেওগ, ড° মহেন্দ্ৰ বৰা, মামনি ৰয়চম গোস্বামীৰ আত্মজীৱনীবোৰ উলিয়াই লৈছোঁ - কিন্তু সেইবোৰৰ পৰা কোনো ধৰণৰ প্ৰেৰণা পাওঁয়েই! কিন্তু ড° নেওগ আৰু ড° বৰাৰ আত্মকথাবোৰে মোক প্ৰেৰণা দিয়াৰ সলনি ভয়হে খুৱালে; তেওঁলোকৰ দৰে ভাষা, তেওঁলোকৰ দৰে কথা মইতো কোনোপধ্যেই লিখিব নোৱাৰো! সেয়ে এতিয়া মই ঠিক কৰিছোঁ যে মোৰ ক'বলগীয়া সহজ সৰল কথাখিনি সহজ সৰল ভাবেই ক'ম।

মই কিয় স্মৃতিকথা লিখিবলৈ ল'লো? মই এনে কোনো সুখ্যাতা সাহিত্যিক নহওঁ যে মোৰ জীৱনৰ কথা সমাজৰ বাবে বিশেষ গুৰুত্বপূৰ্ণ হ'ব। তথাপিও লিখিবলৈ লোৱাৰ প্ৰধান কাৰণ হ'ল মোৰ ভাতৃপ্ৰতিম বন্ধু হেমন্ত বৰ্মন। 'গৰীয়সী'ৰ সম্পাদক হেমন্তই মই তেতিয়া থকা কলিকতাৰ বাসস্থানলৈ টানি অনুৰোধ কৰি চিঠি দিলে যে মোৰ জীৱনৰ স্মৃতিকথা জাতীয় কিবা এটা 'গৰীয়সী'লৈ লিখি পঠাব লাগে। মইয়ো তেওঁৰ কথা পেলাব নোৱাৰি বিশেষ নভবা চিন্তাকৈ, কোনো প্ৰস্তুতি বিনেই, সেই স্মৃতিকথা লিখিবলৈ আৰম্ভ কৰি দিলোঁ। অৱশ্যে এই লিখাৰ ভিতৰিতে মোৰ মনত থকা এই বিশ্বাসেও নিশ্চয় কাম কৰিছিল যে আন বহুতো অসমীয়া সাহিত্যিকতকৈ মোৰ জীৱনটো ঘটনাবহুল, তদুপৰি মোৰ এই স্মৃতিকথাই আমাৰ সময়ৰ কিছু কিছু বিশেষ ঘটনাও প্ৰতিবিম্বিত কৰিব। গতিকে সেই ফালৰ পৰাও ই সমাজৰ বাবে এক ধৰণৰ গুৰুত্বপূৰ্ণ দলিলৰ দৰে হোৱাৰ সম্ভাৱনা আছে। অৱশ্যে মোৰ লিখনিৰ অক্ষমতাৰ বাবে মই অসমৰ ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক জীৱনক সঠিক ভাবে প্ৰতিফলিত কৰিব নোৱাৰিলোঁ।

তথাপি স্মৃতিকথাবোৰ 'গৰীয়সী'ৰ পাতত ধাৰাবাহিকভাৱে ওলাই থকাৰ সময়ত

(এতিয়াও ওলাই আছে) মই বহুতো পাঠকৰ সপ্ৰশংস চিঠি পাইছোঁ, মৌখিক প্ৰশংসাও পাইছোঁ — অৱশ্যে লগতে বিৰূপ সমালোচনাও যে পোৱা নাই এনে নহয়। কিন্তু এই নিন্দা আৰু প্ৰশংসা—দুয়োটা যে মোৰ প্ৰাপ্য সেই কথা মই বুজো, গতিকে পাঠকৰ এই অভিমত মই নতশিৰে মূৰ পাতি লৈছোঁ।

এতিয়া মোৰ অসমাপ্ত স্মৃতিকথাৰ প্ৰথম খণ্ড  কিতাপ আকাৰে প্ৰকাশ পাব। বৈৰীভাবেই হওক বা বন্ধুভাবেই হওক - কিতাপখনে পাঠকৰ মনোযোগ আকৰ্ষণ কৰিলেই মই স্মৃতিৰ পৰা আজুৰি আজুৰি আনি লিখা কথাবোৰে সাৰ্থকতা লাভ কৰিব। মই কোনো ডায়েৰি ৰখা নাছিলোঁ, থকাৰ ভিতৰত আছিল কেইখনমান চিঠিপত্ৰ, তথাপি মই দুই এটা সৰু-সুৰা কথা বাদ দি সত্যৰ কোনো অপলাপ কৰা নাই, যি কথা মনত আছিল কেৱল সেই কথাবোৰহে লিখিছোঁ। 'আত্মজীৱনী'ত মানুহে সকলোবোৰ সচা কথা নিলিখে' — মই নিজকে সেই অভিযোগৰ উৰ্দ্ধত বুলি ভাবোঁ।

কিমধিকমিতি

নিৰুপমা বৰগোহাঞি

'For the fragment of a life, however typical, is not the sample of an even web: promises may not be kept, and an ardent outset may be followed by declension; latent powers may find their long-waited opportunity; a past error may urge a grand retrieval.'

'Middlemarch' : George Eliot

# উছৰ্গা

মোৰ স্বৰ্গগত মা আৰু পিতালৈ, যাৰ জীৱন-চৰ্যা আজিও মোৰ জীৱনত চলাৰ পথৰ পাথেয়।

# বিশ্বাস আৰু সংশয়ৰ মাজেদি

## ১

জীৱন নামৰ গভীৰ বিশাল, অৰ্থবহ কিবা এটা উপলব্ধি কৰাৰ প্ৰয়াস কৰি আহিছোঁ বহুত দিনৰে পৰা, কিন্তু ইয়াৰ ব্যঞ্জনা ইমান জটিল যে নিউটনে জ্ঞানৰ সমুদ্ৰপাৰত সামান্য এটা শিলগুটি বিচাৰি পোৱাৰ দৰেই মোৰো অৱস্থা হৈছে—বা তাতকৈও পুতৌলগা অৱস্থা হৈছে। সেয়ে কবিৰ ভাষাৰে ক'বৰ মন যায়— (যি 'জীৱন নামৰ কিবা এটা বুজোঁ আঁহা আঁহা মিনু' বুলি কবিতাটো আৰম্ভ কৰিছিল) 'আমি জানো, আমি একোকে নাজানো মিনু।'

আমি যে একোকে নাজানো, সেই উপলব্ধিত উপনীত হ'বলৈও বহুতো জনাৰ অভিজ্ঞতাৰ মাজেৰে আহিব লাগিব।

মই জীৱনত যিখিনি জানিছোঁ, শিকিছোঁ আৰু উপলব্ধি কৰিছোঁ তাৰে কিছুমান আহৰণ কৰিছোঁ বাস্তৱ জীৱনৰ পৰা আৰু কিছুমান কিতাপৰ পৰা। মানুহৰ জীৱনটোক জনা বা জীৱনটোৰ বাবে সাজু হোৱাৰ শিক্ষা লাভ কৰাৰ প্ৰথম পঢ়াশালি হ'ল মানুহৰ ঘৰখন। সৰুৰে পৰা অনুভূতিপ্ৰৱণ মন এটা আছিল (সিয়ে হয়তো মোক লেখিকা হোৱাত উদগনি দিছিল) বাবে মোৰ আন কেইজনমান ভাই-ভনীতকৈ 'ঘৰৰ পঢ়াশালি'ত শিকা কথাবোৰৰ ব্যঞ্জনা মোৰ বাবে বোধহয় বেছি অৰ্থবহ আছিল, সেয়ে মই মোৰ প্ৰতিটো গল্প বা প্ৰতিখন উপন্যাসতে আজিলৈকে তাৰ বেশ টানি আহোঁ। মোৰ পিতা আয়কৰ বিভাগৰ এজন কেৰাণী আছিল, মা আছিল সানেকুছি গাঁৱৰ এনে এঘৰৰ জীয়ৰী যাৰ ঘৰত যেনো কামধেনু গাই আছিল (এই মাতুলালয়ৰ বিষয়ে মই 'সেই নদী নিৰৱধি' নামৰ উপন্যাসত লেখিছোঁ)। মা-পিতা দুয়ো কামৰূপৰ দুখন গাঁৱৰ অতি সাধাৰণ, অতি কম শিক্ষা পোৱা এহাল দম্পতি। চাকৰিসূত্ৰত পিতাই গুৱাহাটীত নিগাজীকৈ বসবাস কৰিছিল, সেয়ে আমি জন্মৰে পৰা গুৱাহাটীবাসী। এতিয়া জীৱনৰ প্ৰায় শেষ প্ৰান্তত উপনীত হ'লোহি, বহুত মানুহকে লগ পালোঁ, আৰু সেই অভিজ্ঞতাৰে ধাৰণা হয়— মোৰ পিতাৰ দৰে শ্ৰদ্ধেয় মানুহ মই কমেই লগ পাইছোঁ। পিতাৰ কথা মই মোৰ নানা কিতাপত নানা ধৰণে অলপ অলপ লেখিছোঁ, কিন্তু 'উত্তৰাধিকাৰী' নামৰ গল্প এটা মই কেৱল পিতাক লৈয়ে লেখিছোঁ। ইনকামটেক্স বিভাগৰ মানুহ হৈয়ো তেওঁ জীৱনত কোনো দিন ভেটী খোৱাৰ কথা কল্পনা কৰিব পৰা নাছিল— সদায় কৈছিল 'মই অসাধু হ'লে ল'ৰা-ছোৱালীক কেতিয়াও প্ৰকৃত অৰ্থত মানুহ কৰিব নোৱাৰিলোহেঁতেন।' তেওঁৰ সাধুতাৰ প্ৰকৃত উত্তৰাধিকাৰী হৈছিল তেওঁৰ বৰপুত্ৰ বিনয় কুমাৰ তামুলী— যি সাধুতা মোৰ কেতিয়াবা অতি বেচিবেটি যেনেহে লাগি যায় (এটা উদাহৰণ-গাড়ীখন লৈ ক'ৰবালৈ দৰকাৰী কামত যাব ওলাইছে, মনত পৰিল licence ৰ ম্যাদ হয়তো শেষ হৈছে, সেইখন উলিয়াই চাই দেখিলে সেইদিনা licence শেষ, গাড়ী

গাড়ীখন নিনি খোজকাঢ়ি গুছি গ'ল)। আমাৰ পিতাই আমাক সৎ, সত্যবাদী, পৰোপকাৰী আৰু সকলোধৰণৰ সাধুতাৰ পথত বাট বুলিবলৈ শিকাইছিল। মই তেওঁৰ শিকনি সকবে পৰাই আখবে আখবে পালন কৰিবলৈ চেষ্টা কৰিছিলোঁ। কিন্তু জীৱনত সৎ হোৱা যে কি কঠিন! তথাপি মোৰ প্ৰাণপণ সাধনাৰ ফলত সকতে মই 'ধৰ্ম যুধিষ্ঠিৰ' আখ্যাই পাইছিলোঁ-কিন্তু কৈছোঁ নহয়, সৎ হোৱা বৰ কঠিন। সৰুকালৰ এটা ঘটনাৰ স্মৰণে মোক এতিয়াও যেন চাবুকেৰে কোব এটা শোধায়। এবাৰ সকতে মোৰ বন্ধু এজনীৰ ঘৰত খেলিবলৈ যাবলৈ ওলোৱাত বন্ধুৰককায়েকক দাদাই কিবা এটা ক'বলৈ কৈছিল, মই খেলাত মজি থাকি ক'বলৈ পাহৰি থাকিলোঁ। ৰাতি দাদাই কথাটো কলোঁনে বুলি সোধাত মই ভয়তে তৎক্ষণাৎ কোৱা বুলি ক'লো। কথাটো সৰু, ধৰা পৰাৰ ভয় নাছিল, তথাপি পিছদিনা দাদাই ধৰা পেলালে আৰু গধূলি ঘৰলৈ আহি হাঁহি হাঁহি মাক কেৱল ক'লে- 'মা, বকুল বোলে ধৰ্ম যুধিষ্ঠিৰ, তাৰ নমুনা শুনিবা নেকি?' তাৰ পিছত মোৰ ফাকিটোৰ কথা ক'লে। দাদাই সিদিনা হাঁহি হাঁহি কথা কেইটা তেনেকৈ নকৈ যদি গালত জোৰেৰে চৰ এটাও মাৰিলেহেঁতেন, মই বোধহয় ইমান আঘাত নাপালোহেঁতেন। টলষ্টয়ৰ গল্পৰ ধৰ্মপুত্ৰই একোটা ভাল কাম কৰি পাপ খণ্ডন কৰাত পোৱা আওঠাৰ মাজত আপেলৰ গছ গজিছিল, মোৰ সেই ধৰ্মৰ গছৰ গুৰিত সেইদিনা জুই লাগিছিল।

জীৱনত পিতাৰ আদৰ্শ সাৰোগত কৰি পথ চলাৰ চেষ্টা কৰিলেও বুজি পাওঁ যে তেওঁৰ দৰে হ'ব পৰা কঠিন। মোৰ পিতাৰ মৃত্যুৰ পিছত সৰু ভাইটোৱে এষাৰ কথা কৈছিল- 'মানুহৰ দুখত দুখী হ'ব পাৰি, কিন্তু মানুহৰ সুখত সুখী হোৱাটো বৰ টান। আমাৰ পিতাই কিন্তু সদায়ে মানুহৰ সুখ দেখিলে পৰম আনন্দ লাভ কৰিছিল।'

কথাটো যে কিমান সঁচা! অত বছৰৰ পিছতো পিতাৰ সেই সন্তোষেৰে উদ্ভাসিত মুখখন চকুত ভাঁহি উঠে যেতিয়া তেওঁ আহি আমাক এনে ধৰণৰ কথাবোৰ কয়হি...'অমুকৰ ল'ৰাটো পৰীক্ষাত প্ৰথম হৈছে হে, বৰ আনন্দ পাই আহিলোঁ,...' সঁচায়ে, আনৰ সুখত আমি জানো হিংসাৰ কাঁইট এডালে বিন্ধা যেন অনুভৱ নকৰোঁ?

পিতাই আমাৰ ঘৰখনক সকতে গান্ধীবাদী কৰি তুলি-জীৱ হত্যা মহাপাপ আদৰ্শেৰে মাছ-মাংসক আমাৰ ঘৰৰ পৰা বহিষ্কাৰ কৰি দিছিল। কিন্তু পিছলৈ মই পিতাৰ মনত দুখ দি সাম্যবাদৰ আদৰ্শ গ্ৰহণ কৰিছিলোঁ, আৰু এতিয়া এইটো বিশ্বাস কৰোঁ যে মানুহ সৰ্বভূক নহ'লে এই খাদ্যৰ অনাটনৰ দিনত পুষ্টিহীনতাত ভুগিব লাগিব। কিন্তু প্ৰকৃত অৰ্থত গান্ধীবাদী পিতাৰ কিছু আদৰ্শ এতিয়াও মনেপ্ৰাণে গ্ৰহণ কৰোঁ। আমাৰ ঘৰত জাত বিচাৰ নাছিল, আমি কলিতা মানুহ, কিন্তু মই যেতিয়া আহোম সম্প্ৰদায়ৰ ল'ৰা এজনক বিয়া কৰাবলৈ ওলাইছিলোঁ- পিতা-মায়ে হাঁহি মুখে সম্মতি জনাইছিল। তেওঁৰ practice আৰু preaching ৰ মাজত কোনো পাৰ্থক্য নাছিল। পিতাই আমাক নানা ইংৰাজী ফকৰা-যোজনাৰ বাক্য কৈ সেইবোৰৰ অসমীয়া ভাঙনি সুধিছিল- লগতে তাৰ পৰা শিক্ষা আহৰণ কৰিবলৈও উপদেশ দিছিল। কৈছিল Cut your coat according to your cloth, অসমীয়া ভাঙনি আয় চাই ব্যয় কৰিবা। সদায় আয় চাই ব্যয় কৰিব জানিলে জীৱনত অসাধুতা কৰাৰ দৰকাৰ নহয়, কাৰো ওচৰত ধাৰ কৰাৰ দৰকাৰ নহয় সংসাৰত সদায় মূৰ তুলি থাকিব পাৰি। অফেলিয়াৰ

গোৱালপাৰাত, আমাৰ দ্বিতীয় সন্তান প্ৰদীপ্তৰ বয়স হৈছিল পাঁচ মাহ। হঠাৎ টেলিগ্ৰাম পালোঁ যে শাহু আই হাৰ্টফেল কৰি ঢুকাল। বৰগোহাঁই আছিল শহুৰৰ একমাত্ৰ পুত্ৰ সন্তান, গতিকে লগে লগে যাব লাগিব। তেতিয়াৰ দিনত গোৱালপাৰাৰ পৰা গুৱাহাটী, তাৰ পৰা ট্ৰেনেৰে শিমলুগুৰি, শিমলুগুৰিৰ পৰা বাছেৰে শিৱসাগৰ, শিৱসাগৰৰ পৰা বাছেৰে দিচাংমুখ, দিচাংমুখৰ পৰা নাৱেৰে কেবা ঘণ্টাও ব্ৰহ্মপুত্ৰৰ বুকুৰে যাত্ৰা, তাৰ পিছত টেকেলিফুটা, তাৰ বালিৰে এমাইলমান খোজকঢ়া, তাৰ পিছতহে গৰুৰ গাড়ীৰে সাত মাইলমান গৈ অৱশেষত ঢকুৱাখনা পোৱা যায়। আমি, বৰপুত্ৰ অনিন্দ্য আৰু সৰু পুত্ৰ প্ৰদীপ্তক লৈ গুৱাহাটীলৈ সেইদিনাই গুছি আহিলোঁ। মা-পিতা দুয়ো জীৱিত আছিল, মই পাঁচ মহীয়া কেঁচুৱাটোক লৈ ঢকুৱাখনালৈ তেনে এটা যাত্ৰা কৰা উচিত নহয় বুলি অলপ ইতঃস্তত: কৰাত পিতাই মোক অভয় দি কৈছিল- 'মই ভাবোঁ তুমি যোৱা উচিত। মানুহৰ শহুৰ-শাহু নিজৰ পিতৃ-মাতৃৰ দৰে, দেৱতাৰ দৰে পূজ্য, তেওঁলোকৰ শ্ৰাদ্ধলৈ যি যাত্ৰা কৰা যায়, সি একপ্ৰকাৰ তীৰ্থযাত্ৰা, তুমি তেনে তীৰ্থযাত্ৰালৈ ভয় নকৰিবা, ভগৱানে তোমাৰ সন্তানৰ একো অমঙ্গল নকৰে। মোৰ মাও আছিল পিতাৰ প্ৰকৃত সহধৰ্মিনী, তেৱোঁ মোক এমাহিমা সন্তান দুটাক লৈ এনে এক কষ্টসাধ্য যাত্ৰাৰ পৰা বিৰত নকৰিলে। কিন্তু সেইবাৰ আমাৰ কষ্ট হৈছিল ভবাতকৈয়ো অপৰিসীম, কাৰণ অৱশেষত আমি গৈ পিছদিনা সন্ধিয়া টেকেলিফুটা পাই দেখোঁ, ঘৰৰ পৰা আমাক নিবলৈ গৰুৰ গাড়ী পঠোৱা নাই। গতিকে আমাৰ এক সহযাত্ৰীক খবৰ দি পঠাইছিলো। মই নৈৰ পাৰতে কাপোৰ এখন পাৰি কেঁচুৱাটোক শুৱাই থৈছিলোঁ। কেইঘণ্টামান পিছত গৰু গাড়ী আহিছিল আৰু লগত অহা আত্মীয় ল'ৰাটোৱে কৈছিল যে ঘৰত আমাৰ টেলিগ্ৰাম পোৱা নাই। অৱশেষত আমি বহুত ৰাতি ঘৰ পাইছিলোগৈ। কষ্টৰ ওৰ কিন্তু নপৰিল, কাৰণ সেইদিনা দহাৰ আগদিনা আছিল, চিৰা-দৈৰ জলপানৰ বাহিৰে আমাক আন একো খাবলৈ দিয়া নহৈছিল, পিছদিনাও একে ব্যৱস্থা। গাখীৰ খোৱা কেঁচুৱাটোক লৈ মোৰ যে কি অসুবিধা হৈছিল। তাৰ পিছত আমি ঢকুৱাখনাত আঢ়ৈ মাহ আছিলোঁ। সেই বেলেগ কাহিনী। কিন্তু মোৰ বক্তব্য এইখিনিতে যে পিতাই সকলো পৰা কষ্টৰ সাধনা কৰাইছিল বাবে মই চহৰত আজন্ম লালিতা পালিতা হৈয়ো এনে ধৰণৰ দুখকষ্টৰ মুখামুখি হৈছিলোঁ বিনা প্ৰতিবাদে।

পিতাই আমাক অবাধ স্বাধীনতা দিছিল, আমাৰ দিনত আজিৰ দৰে গাভৰু ছোৱালীক অকলে মুকলি-মূৰীয়াকৈ ফুৰিব নিদিছিল, আমাৰ দিনত গাভৰু ছোৱালীৰ ল'ৰা বন্ধু থকাৰ প্ৰশ্নই নুঠিছিল, কিন্তু আমাৰ ঘৰত মোৰ স্বাধীনতা আছিল মোৰ ভাই-ককাইৰ দৰে, মই স্বাধীন ভাৱে অকলে ঘূৰি ফুৰিছিলোঁ, মোৰ কেবাজনো ল'ৰা-বন্ধু আছিল, তেওঁলোক আমাৰ ঘৰলৈ মোক লগ ধৰিবলৈ নি:সংকোচে আহিছিল। দ্বিতীয় মহাযুদ্ধৰ সময়ত গুৱাহাটী ভৰি পৰা সৈন্যৰে গিজগিজাই আছিল। তেতিয়াৰ দিনত কুৰবাৰে কাৰ্জন হ'ল লাইব্ৰেৰী (আজিৰ নবীন বৰদলৈ হ'ল) কেৱল ছোৱালীৰ বাবে খোলা থাকিছিল। সৈন্যৰ ভয়ত কোনো ছোৱালী লাইব্ৰেৰীলৈ নোযোৱা হৈছিল, কিন্তু মই দেৱলৈ গৈ আছিলোঁ, ঘৰৰ পৰা বাধা অহা নাছিল। পিতাই সদায় কৈছিল- 'মই ল'ৰা-ছোৱালীক বিশ্বাস কৰি স্বাধীনতা দিওঁ, কাৰণ মই জানো যে সিহঁতে বিশ্বাসৰ অমৰ্যাদা নকৰে; অবিশ্বাস কৰিলেহে প্ৰতাৰণা বা ফাঁকি দিয়াৰ আশ্ৰয়

ল'ব।' পিতাৰ জীৱনত পৰোপকাৰ এটা প্ৰধান ধৰ্ম আছিল। তেওঁৰ সামৰ্থ্য অনুযায়ী গাঁৱৰ দুখীয়া ল'ৰাক পঢ়াৰ সাহায্য দিছিল। কিন্তু আমাৰ পিতাৰ দৰে মানুহবোৰ হ'ল সেই ধৰণৰ 'Nameless' মানুহ যাৰ কথা কবি ৱৰ্ডছৱৰ্থে এনেদৰে কৈ গৈছে- 'The best portion of a good man's life, his little unremembered acts of love and kindness' । মোৰ বাল্যকালৰ 'ঘৰৰ পঢ়াশালী' খনৰ আন এক শিক্ষক মোৰ মা। তেওঁ গাঁৱলীয়া হ'লেও আঢ্যৱন্ত ঘৰৰ আদৰৰ জীয়ৰী আছিল, কিন্তু পিতাৰ পৰা তেওঁ কোনো বিলাস-বৈভৱ দাবী কৰা নাছিল। আজি-কালি বহুতো ঘোচখোৰ চাকৰীয়ালে ঘৈণীয়েকৰ সহস্ৰ দাবীৰ ওচৰত নতি স্বীকাৰ কৰি অসৎ উপায়েৰে ধন আৰ্জিব লগা হয়। মায়ে সদায় আয় চাই ব্যয় কৰিছিল। পিছে মাৰ আন বিবোৰ গুণ মোৰ বাবে সদায় প্ৰেৰণা স্বৰূপ, সেয়ে হ'ল মাৰ মানুহৰ প্ৰতি সমদৃষ্টি। সক কালৰ এটা ঘটনাৰ উল্লেখ কৰোঁ: উজান বজাৰৰ বাৰোৱাৰী নামঘৰত তেতিয়াৰ পৰা আজিলৈকে আয়তি সকলে নাম গাই আছিছে। মোৰ মাও তালৈ যায়, আমিও ল'ৰা-ছোৱালীবোৰ যাওঁ নাম ভগাত মাহ-প্ৰসাদৰ আশাত। মাৰ সদায় আপত্তি যে কেৱল ব্ৰাহ্মণ মহিলা সকলেই কিয় মাহ-প্ৰসাদ ভগাব লাগে আৰু তেওঁলোকে কিয় সমুখৰ আছুতীয়া ঠাইত বহে- য'ত অনুন্নত সম্প্ৰদায়ৰ প্ৰৱেশ নিষেধ। এদিন মাৰ মনৰ বিস্ফোৰণ ঘটিল-প্ৰসাদ ভগোৱাৰ সময়ত তেওঁ হঠাৎ থিয় হৈ এগৰাকী অনুসূচিত জাতিৰ মহিলাক আগলৈ টানি আনি ক'লে- "আহক, আপুনি প্ৰসাদ বিলাওকহি, এই বামুণী সকলক যি ভগবানে সৃজিছে আপোনাকো সৃজিছে, ভগবানৰ চকুত সকলো মানুহ সমান"। আমাৰ মায়ে সদায় কামৰূপীয়া ভাষাত কথা কৈছিল, সিদিনা মাৰ সেইভাষাৰ কথা আৰু ৰুদ্ৰমূৰ্তি দেখি মোৰ লাজতে মৰি যাবৰ মন গৈছিল, কিন্তু এতিয়া সেই কথা মই গৌৰবেৰে সোঁৱৰো। মই ভাবি আচৰিত হওঁ- সেই তেতিয়াৰ দিনতে মোৰ অল্পশিক্ষিত মা-দেউতা কেনেকৈ ইমান উদাৰ মনোভাবাপন্ন হ'ব পাৰিলে? সাংবাদিক হায়দৰ হুছেইনে মোৰ মামাৰ জীয়েকৰ জীয়েকক বিয়া কৰাইছে, আত্মীয় সকলৰ ভিতৰত মোৰ মায়েই অকুণ্ঠ সমৰ্থন জনাইছিল আৰু তেওঁলোকৰ ওচৰলৈ নবদম্পতিক আশীৰ্বাদ জনাবলৈ দাদা আৰু মোৰ লগত গৈছিল (তেতিয়া আমাৰ পিতা বাচি থকা নাছিল)।

মই বুজি পাওঁ যে মই মোৰ পিতাৰ দৰে সৰল আৰু মহৎ অন্তঃকৰণৰ হ'ব পৰা নাই, পিতা মোৰ যি শ্ৰদ্ধা, সেই শ্ৰদ্ধা মোৰ নিজৰ ওপৰত নাই। তথাপি বিশ্বাস কৰোঁ মা-পিতাৰ সেই ঘৰৰ পঢ়াশালীখনত মই যি শিক্ষা লাভ কৰিছোঁ- পিছত নানা কলেজ আৰু বিশ্ববিদ্যালয়ত পঢ়িও তেনে শিক্ষা লাভ কৰা নাই। সেয়ে ডষ্টয়েভস্কিৰ 'ব্ৰাদাৰ্ছ কাৰামজভ' পঢ়ি উঠাৰ পিছত সেই অসাধাৰণ কিতাপখনৰ এইখিনি কথা মোৰ প্ৰাণত লাগি ৰৈছিল:

'you must know that there is nothing and stronger and more wholesome and good for life in the future than some good memory, especially a memory of Childhood, of home. People talk to you a great deal about your education, but some good, sacred memory, preserved from Childhood, is perhaps the best education.'

# ২

মানুহৰ আচল পঢ়াশালি হ'ল নিজৰ ঘৰখন কিন্তু তাৰ শিক্ষাৰে ব্যৱহাৰিক জগতখনত এখোজোতো দিব নোৱাৰি, ঘৰৰ বাল্যকালৰ গণ্ডী পাৰ হৈ অহাৰ পিছতে এই বিশাল পৃথিৱীত নিজৰে সংস্থান, প্ৰতিষ্ঠা আদি নানা কাৰণত মানুহক স্কুল-কলেজ-বিশ্ববিদ্যালয় আদিৰ শিক্ষা লাগিবই। ময়ো এদিন এনে শিক্ষা লবলৈ পিতাৰ লগত গৈ আমাৰ ওচৰতে থকা উজান বজাৰ বালিকা এম, ই, (মিড্‌ল ইংলিছ) স্কুলত ভৰ্তি হলোঁ। মই একেবাৰে প্ৰথম মানত ভৰ্তি হলোঁ। মোৰ ওপৰত আৰু দুগৰাকী বাইদেউ আছিল, গতিকে কেনেবাকৈ তেওঁলোকৰ লগতে মোৰ ক-খ মানৰ পঢ়া হৈ গৈছিল।

সেই সময়ত গুৱাহাটীৰ উজান বজাৰৰ ল'ৰাৰ এম, চি, এম, ই (মানিক চন্দ্ৰ মিড্‌ল ইংলিছ) স্কুল আৰু উপৰোক্ত বালিকা বিদ্যালয় বেছ নামী স্কুল আছিল। এতিয়াও স্কুল দুখনৰ পূৰ্ব গৌৰৱ প্ৰায় অক্ষুন্নই আছে। অৱশ্যে এম, চি, এম, ই স্কুলখনে বৰ্তমান তিনিমহলীয়া কংক্ৰীটৰ ঘৰৰ ৰূপ লৈছে, কিন্তু ওচৰৰে বালিকা এম, ই স্কুলখন তাৰ পুৰণি অসম টাইপৰ ঘৰটোৰেই এতিয়াও বিৰাজমান। ইয়াৰ কাৰণটো কি মই নাজানো। হয়তো গুৱাহাটীত বৰ্তমান ল'ৰাতকৈ ছোৱালীৰ ইংৰাজী মাধ্যমৰ স্কুল বেছি সেয়ে এম, চি, এম, ই স্কুলখনৰ তুলনাত গাৰ্লছ এম, ই স্কুলৰ ছাত্ৰীৰ সংখ্যা আনুপাতিকভাৱে কম হৈ আছে। আমাৰ দিনত ইংৰাজী মাধ্যমৰ স্কুল বুলিবলৈ আমি চেনীকুঠিৰ চেণ্ট্ মেৰিজ কনভেণ্টকে জানিছিলোঁ, তাত যিবোৰ ছোৱালীয়ে পঢ়ে তেওঁলোকক আমি অতি ধনী আৰু সম্ভ্ৰান্ত ঘৰৰ ছোৱালী বুলি সমীহ.কৰোঁ। তেতিয়া আমাৰ চিনাকিৰ পৰিমণ্ডলৰ ভিতৰত একমাত্ৰ টিটি বাইদেউকে সেই স্কুলত পঢ়া ছাত্ৰী বুলি জানিছিলোঁ। টিটি বাইদেউ হ'ল লেখিকা উমা বৰুৱা, চেনীকুঠিৰ স্বৰ্গীয় কেশৱ কান্ত বৰুৱাৰ জীয়ৰী। ধনী, সম্ভ্ৰান্ত ঘৰৰ এই ধুনীয়া ছোৱালীজনীক তেতিয়া মোৰ ৰূপ.কথাৰ ৰাজকন্যা যেনেই লাগিছিল।

ইফালে মোৰ নিজৰ প্ৰতি তেতিয়া আছিল এক হীনমন্যতাৰ ভাব, মোৰ জন্মৰ সময়ত মা প্ৰসূতি ৰোগত মৰিবলৈ ওলাইছিল, এমাহ জুৰি তেওঁ শয্যাগত আছিল। মোৰ যত্ন লৈছিল আমাৰ ঘৰত থকা বৰদা নামৰ পিয়ন এজনে, যত্ন মানে বাটিত পানী মিহলি গাখীৰ ফটা কাপোৰ তিয়াই মুখত চুহিবলৈ দিয়া অনাদৰ অৱহেলা-বিৰক্তি ভৰা কৰ্তব্য। গাঁৱৰ পৰা অৱশ্যে মাৰ মাক আই আহি আছিল কিন্তু তেওঁৰ সময় অতিবাহিত হৈছিল মাক শুশ্ৰূষা কৰা আৰু মোৰ ওপৰৰ দুবছৰীয়া, চাৰিবছৰীয়া আৰু ছবছৰীয়া বাইদেউ দুজনী আৰু দাদাক চোৱা মেলা কৰোঁতে। আইৰ মই নাতিনীজনীৰ প্ৰতি অন্তৰত এটুকু মৰমৰ সলনি বাহ লৈছিল পৰম বিতৃষ্ণা আৰু ক্ৰোধে, মই হেনো মোৰ মাক মাৰিবলৈকে জন্ম হৈছোঁ। ৰোগক্লিষ্ট দুজনী জীয়েকৰ পিছত তৃতীয় এজনী স্বাস্থ্যহীন আৰু ক'লা খ'লা ছোৱালী নহৈ ল'ৰা সন্তান

জন্ম হোৱা হ'লে আইৰ মোৰ প্ৰতি ইমান অৱহেলা নহ'লহেঁতেন বা ৰবদাৰ যন্ত্ৰৰ বাবা মোক মৰিবলৈ এৰি নিদিলেহেঁতেন (শত্ৰুজনী মৰক, মোৰ জীজনী বাচক আয়ে হেনো এই প্ৰাৰ্থনাই অহৰ্নিশে জনাইছিল)। এনেকৈ ভবাৰ নিশ্চয় যুক্তি আছে। আমি সক কালত ঘৰৰ কত গৃহিণীকেই যে দেখদেখকৈ ল'ৰাক যত্ন আৰু ছোৱালীক অৱহেলা কৰা নেদেখিছিলোঁ।

যিহওঁক, মই বাচি গৈছিলোঁ যদিও যথাযথ যত্নৰ অভাৱত মই সকতে খুব অপুষ্টিত ভুগিছিলোঁ। মোৰ পিছতো আৰু তিনিটা ল'ৰা-ছোৱালীৰ জন্ম হৈছিল। গতিকে আজিৰ শিক্ষিতা, এটা বা দুটা সন্তানৰ জননীয়ে (হওঁক সি কন্যা সন্তান!) তেওঁলোকৰ স্বাস্থ্যবান কেঁচুৱাবোৰ যি বিশেষ যত্ন লয় তাৰ মই এক শতাংশও পোৱা নাছিলোঁ। গতিকে সক কালত মোৰ স্বাস্থ্য আৰু চেহেৰাক লৈ খুব হীনমন্যতাৰ ভাব আছিল। মোক বোধহয় ল'ৰালি কালত কৰ্তব্যৰ ভিতৰত লোৱা নহৈছিল, নহ'লে মোক কিয় স্কুলত যথাসময়ত নাম লিখাই দিয়া নহ'ল। এতিয়াহে মোৰ মনলৈ এই প্ৰশ্ন আহে।

স্কুললৈ গৈ মোৰ কিন্তু খুব ভাল লাগিছিল। তেতিয়া সেই স্কুলতে মোৰ বাইদেউ দুজনীয়েও পঢ়িছিল, গতিকে তেওঁলোকৰ লগত স্কুললৈ যোৱা, স্কুলৰ বহাৰ ঘণ্টা বজাৰ আগলৈকে ছোৱালীবোৰৰ লগত খেলা কি যে মধুৰ অভিজ্ঞতা আছিল। আমি তেতিয়া আজিৰ ল'ৰা-ছোৱালীৰ দৰে পৰিষ্কাৰ, ইস্ত্ৰি কৰা ইউনিফৰ্ম আৰু জোতা-মোজা পিন্ধি স্কুললৈ যাব পোৱা নাছিলোঁ, আমাৰ স্কুলীয়া বেগো নাছিল, হাততেই কিতাপ-পত্ৰ লৈ স্কুললৈ গৈছিলোঁ, শুদা ভৰিৰ ছোৱালীৰ পিন্ধা ফ্ৰকো আছিল কমদামী আৰু লোত-মোহ খোৱা। কিন্তু এইবোৰৰ অভাৱে শৈশৱৰ আনন্দ আৰু মাধুৰ্যতো কাঢ়ি নিব নোৱাৰে—বৰং আমি তেতিয়া এই যান্ত্ৰিক অনুশাসনবোৰৰ পৰা মুক্ত আছিলোঁ বাবেই হয়তো মুক্ত বিহংগৰ খোলা আকাশৰ আনন্দও লাভ কৰিছিলোঁ। তেতিয়াৰ বহুত সন্তানৰ জননীৰ বাবে ল'ৰা- ছোৱালীক ইমান চকুৱে চকুৱে ৰখা সম্ভৱো নাছিল, গতিকে স্কুলৰ পিছতো আমি যে অ'ত ত'ত কত অনাই বনাই নুফুৰিছিলোঁ-তেতিয়া অৱশ্যে মাক সকল শংকিত হ'বলৈ গুৱাহাটীত ইমান যান বাহনো নাছিল বা আজিৰ নগৰীৰ অৰণ্যৰ হিংস্ৰতাৰ চিন-মোকামো নাছিল। তেতিয়া গুৱাহাটীত কত মুকলি ঠাই আছিল, ঘৰবোৰতো কত মুকলি ঠাই, সেয়ে অ'ত ত'ত অবাধ বিচৰণ কৰাত, খেলি ফুৰাত কোনো প্ৰতিবন্ধক নাছিল। আমাৰ ভিতৰত অলপ সাহসী ছোৱালী দুই একজনীয়ে বকুল ফুল তুলিবলৈ, বকুলৰ মিঠা ফল বুটলিবলৈ জজকিন্তলৈও গৈছিলোঁ কিন্তু দীঘলী পুখুৰীৰ পাৰৰ ডাঙৰ বট গছ কেইডালৰ তলেৰে সন্ধিয়া হ'লে কেতিয়াও নগৈছিলোঁ-আমি শুনিছিলোঁ সন্ধিয়াৰ পিছতে তাত কিমানত চাহাবৰ ভূত ওলায়, চাহাবৰ ভূতৰ ল'ৰা-ছোৱালী সেই বট গছৰ তলত ঘূৰি ফুৰে। স্বাধীনতা লাভ কৰাৰ কিছু বছৰ আগৰ কথা সেইবোৰ, গতিকে তেতিয়া ইংৰাজ চাহাবৰ আধিপত্য আছিল।

এম,. ই, স্কুলত পঢ়া কালত মাত্ৰ এগৰাকী বাইদেৱে মোৰ মনত খুব ছাপ পেলাব পাৰিছিল। তেওঁ আছিল ইংৰাজী পঢ়ুৱা শিক্ষয়িত্ৰী সুনীতি বাইদেউ। খুব কড়া বাইদেউ, কিন্তু খুব ভাল পঢ়ুৱাইছিল আৰু মাজে মাজে গল্প কৈছিল। বাইদেৱে খুব কিতাপ-পত্ৰ পঢ়িছিল, পিছত মই বাইদেউক লেখক লোৱাৰ পিছত বহুত বাৰ কাৰ্জন হ'ল লাইব্ৰেৰীলৈ কিতাপ আনিবলৈ যোৱা লগ পাইছিলোঁ। বাইদেৱে কেৱল পঢ়াবোৰ বেছি ভাল বিদেশী আছিল,

তাৰ ভিতৰত the king of the golden river বোলা গল্পটো মই কেতিয়াও পাহৰিব পৰা নাছিলোঁ। বাইদেৱে মোক বিশেষ মৰম কৰিছিল, বহুত ছাত্ৰী তেওঁৰ ক্লাছত বেঞ্চৰ ওপৰত থিয় হ'লেও মই হ'ব লগা হোৱা নাছিলোঁ। অৱশ্যে প্ৰথম মান শ্ৰেণীত নাম লগোৱাৰ পিছত দুবছৰমান মই পঢ়া-শুনাত ভাল আছিলোঁ নে বেয়া আছিলোঁ গম পোৱা নাছিলোঁ। ঘৰত বাকী বাই-ভনীৰ লগত কি পঢ়িছোঁ নপঢ়িছোঁ চকু দিওঁতা নাছিল, তেতিয়া আমাৰ ঘৰখনৰ বাকী ল'ৰা-ছোৱালীবোৰক দাদাই নিষ্প্ৰভ কৰি ৰাখিছিল। তেওঁৰ দৰে ধুনীয়া ল'ৰা, চাকা ল'ৰা, অম্ৰ নম্ৰ ল'ৰা খুব কমেই আছিল; মানুহে কৈছিল-' যাদৱ বাবুৰে যে ল'ৰাটোৰ ঃ উপযুক্ত নামেই ৰখা নাই! বিনয়, একেবাৰে সাক্ষাৎ বিনয়ৰ প্ৰতিমূৰ্তি।' আমাৰ দিনত পুৰুষ সকলে পৰম্পৰে বঙ্কুক উপাধি ধৰি নামাতি নামৰ লগত বাঙালীৰ দৰে বাবু যোগ দি মাতিছিল। আমাৰ সৰু কালত বাঙালীৰ নানা ধৰণৰ প্ৰভাৱ আছিল, এতিয়া কিন্তু সেই সাংস্কৃতিক প্ৰভাৱ নাই-অসমৰ ছবছৰীয়া আন্দোলনটোৰ সময়ত বাঙালীৰ সংস্কৃতিয়ে আমাৰ ভাষা সংস্কৃতি গ্ৰাস কৰিব বুলি যি ভয় কৰা হৈছিল, সেই ভয় আচলতে আমাৰ দিনতহে আছিল।

তিনিবছৰ স্কুললৈ যোৱাৰ পিছত বহুতৰ লগতে মযো বৃত্তি পৰীক্ষা দিবলৈ গলোঁ আৰু ফলাফল ওলোৱাৰ পিছত দেখা গ'ল যে মযো এটা বৃত্তি পাইছোঁ। আমাৰ দাদাই বৃত্তি পোৱাটো সকলোৱে বাবে সহজ সাধাৰণ কথা কিন্তু মোৰ বৃত্তিৰ খবৰে সকলোকে আচৰিত মনাই দিছিল আৰু বোধহয় সিদিনাৰে পৰা ঘৰখনত মোৰ এশুৱাছনৰ সাধু কথাৰ The ugly Duckling ৰ দৰে ভাগ্যৰ ৰূপান্তৰ ঘটাইছিল। এই আপচু ৰাজহাঁহৰ গল্পটোও মোৰ এক অতি প্ৰিয় গল্প। জীৱনত ক'ত মানুহৰে যে ভাগ্যৰ এনে অদ্ভুত পৰিবৰ্তন হয়। পিছত মই গল্প লেখিবলৈ আৰম্ভ কৰোঁতে 'ৰামধেনু'ত 'আগলি ডাক্‌লিং' নামেৰে গল্প এটাও লেখিছিলোঁ।

ইয়াৰ পিছত মই স্কুলীয়া জীৱন কালত কেতিয়াও ক্লাছত দ্বিতীয় স্থান পোৱা নাছিলোঁ- অৱশ্যে আমাৰ দিনত কিমান ছোৱালীয়েই বা পঢ়িছিল। সিযিকি নহওক, সুনীতি বাইদেউৰ প্ৰিয়পাত্ৰ হৈছিলোঁ এই পঢ়া-শুনাৰ বাবেই। আমাৰ দিনত ক্লাছৰ কম ছোৱালীৰ মাজত প্ৰথম দ্বিতীয় তৃতীয় ছোৱালী জিলিকি থাকে, ক্লাছত তেওঁলোকৰ কি সন্মান, বাইদেউ সকলৰ কি প্ৰশ্ৰয়। তেতিয়া বাইদেউ সকলৰ বিশেষ প্ৰিয়পাত্ৰ হ'বলৈ হ'লে হয় পঢ়া-শুনাত ভাল হ'ব লাগিব, নহয় ধনীঘৰৰ ছোৱালী হ'ব লাগিব! কিছুমান ছোৱালীক কিন্তু এনে ব্যৱহাৰে মুৰ খায়- যিটো মোৰ ক্ষেত্ৰতো হৈছিল। মই পঢ়া-শুনাত খুব চোকা-সেই বুলি মোৰ মনত এক ধৰণৰ অহংকাৰে বাহ লৈছিল, বিশেষকৈ শৈশৱৰ নাপাওা অৱস্থাৰ পিছত এই কথাই মোৰ মুৰত ধৰি গৈছিল বোধহয়। ইফালে মই য'তে যি পাওঁ বাছিবা কিতাপ পঢ়িবলৈ আৰম্ভ কৰিছিলোঁ, ঘৰৰ কাম বন নকৰি গল্প কিতাপ পঢ়ি আছোঁ বুলি বাইদেউহঁতে কামৰ ভাগ ধৰিব-সেই ভয়তে মই নানা গোপন ঠাই উলিয়াই কিতাপ পঢ়ি থাকিছিলোঁ। আমাৰ ধান থোৱা উঁৱাল বৰ আছিল, ঢেঁকীশাল আছিল, তাত লুকাই কিতাপ পঢ়িছিলোঁ, এনেকি টিনৰ চালত লাগি থকা আটলহ গছ বগাই টিনৰ চালত উঠিও মনে মনে গল্পৰ কিতাপ পঢ়ি থাকিছিলোঁ; ইফলে পিতাৰ সন্ধানী চকুৰ আড়ত পঢ়া কিতাপৰ তলতো ৰাখিবা

কিতাপ লুকাই ৰাখি পঢ়িছিলোঁ— যি প্ৰেকটিছ্ বোধহয় এতিয়াৰ ল'ৰা- ছোৱালীৰ মাজতো বিদ্যমান, ( আমাৰ দুই পুত্ৰকো এনে গোপন কাৰ্যৰ সময়ত বহুবাৰ ধৰা পেলাইছোঁ!) সি যি কি নহওক, সপ্তম অষ্টম মানতে মই শৰৎ চন্দ্ৰ চট্টোপাধ্যায়ৰ 'শেষ প্ৰশ্ন', 'চৰিত্ৰহীন 'আদি পঢ়াৰ ফলত বোধহয় বদহজম হৈছিল, তদুপৰি ঘটনাক্ৰমে মোৰ সেই সময়ত বাওঁপন্থী চিন্তা ধাৰাৰ দুই এজন ল'ৰা বন্ধুও হৈছিল, তেওঁলোকে মোক কম্যুনিজমৰ ভাৱধাৰাৰ কিতাপো পঢ়িবলৈ দিছিল। এই প্ৰসংগলৈ মই পিছত আহিম। ইফালে মই ক্লাছত সদায় প্ৰথম হওঁ বাবে পিতায়ো মোক বেছ ঘৰম দেখুওৱা হ'ল, পাত্তা দিয়া হ'ল- সকলোবোৰ মিলি মই বোধহয় হীনমন্যতাৰ মোটটো দলিয়াই থৈ এক ধৰণৰ উচ্চাভিলাষিকা মনোভাৱ এটাৰ চিকাৰ হ'লো। মই হৈ পৰিলোঁ এক ধৰণৰ কালাপাহাৰ। ঈশ্বৰ নামানো, ধৰ্ম নামানো, প্ৰচলিত ৰীতি-নীতি আচাৰ ব্যৱহাৰৰ প্ৰতি তুচ্ছ-তাচ্ছিল্যৰ ভাৱ কু-সংস্কাৰৰ ঘোৰবিৰোধী।

ইফালে আমাৰ ঘৰৰ পৰিৱেশ খুব লিবাৰেল আছিল-সেই কথাটো আগতেই কৈছোঁ। গতিকে কু-সংস্কাৰ বিৰোধী হোৱাটো স্বাভাৱিক আছিল। কিন্তু মোৰ মা-পিতা খুব ধৰ্মভীৰু নহ'লেও ঈশ্বৰ-ভক্ত আছিল, আৰু প্ৰায় প্ৰত্যেক পৰিয়ালত থকাৰ দৰে আমাৰো এটা সৰু গোঁসাই ঘৰ আছিল, য'ত মায়ে সদায় পুৱা গা-ধুই উঠি চাকি জলাই সেৱা কৰিছিল আৰু গধূলি চাকি দি কীৰ্ত্তন-দশমৰ একোটা অধ্যায় পঢ়িছিল। ময়ো খুব ভক্তিমতী আছিলোঁ-মই নিজস্ব গোঁসাই এজনো তৈয়াৰ কৰি লৈছিলোঁ। আমাৰ গাতে লগা ওচৰ চুবুৰীয়া স্বৰ্গীয় ত্ৰিপুৰা কমল পণ্ডিতহঁতে গোঁসাই ঘৰত শালগ্ৰাম শিলা ৰাখিছিল, তেওঁলোকৰ ঘৰৰ ল'ৰা-ছোৱালীবোৰ আমাৰ বাল্যবন্ধু আছিল, মই প্ৰায়ে পূজাৰ সময়ত তেওঁলোকৰ গোঁসাই ঘৰৰ আগত মুগ্ধ বিস্ময়েৰে থিয় হৈ থাকি শালগ্ৰাম শিলাক ধুৱাই পখলাই নতুনকৈ চন্দন চৰ্চিত কৰি কাপোৰ পিন্ধাই ষোড়শোপচাৰেৰে পূজা কৰা চাই থাকিছিলোঁ, নৈবেদ্যৰ থালত কলসনা জহা চাউলৰ প্ৰসাদ, কটা ফল, আমৰ থালত বিবিধ ধৰণৰ ফুল ( যি ফুল বাতিপুৱা আন্ধাৰে পোহৰে গৈ বহুতো গৃহস্থ ঘৰৰ বাগানৰ পৰা সংগ্ৰহ কৰি অনা হৈছিল )-কি যে মন মুহি ৰখা দৃশ্য! ইয়াৰ পিছত ময়ো নিমজ শিল এটা সংগ্ৰহ কৰি সেইটোক শালগ্ৰাম শিলা কৰি পূজা কৰিবলৈ লৈছিলোঁ। আমি অৱশ্যে কলৈকো ফুল সংগ্ৰহ কৰিব যোৱা নাছিলোঁ, আমাৰ গোঁসাই ঘৰ নিজৰ ঘৰৰ কথা, দোপাটি আদি গছৰ দুই এটা ফুল ছিঙি গোঁসাই ঘৰত থৈছিলোঁ, পণ্ডিতহঁতৰ দৰে আমাৰ গোঁসাই ঘৰত ইমান আড়ম্বৰেৰে পূজা কৰা নহৈছিল। কিন্তু শালগ্ৰাম শিলাৰ পূজাত মই বেছ মজি গৈছিলোঁ- আচলতে তাত কেৱলমাত্ৰ মই বালিকা সুলভ পুতলা খেলাৰ আনন্দকে লাভ কৰিছিলোঁ। কিন্তু ভগৱানক প্ৰাৰ্থনা কৰিছিলোঁ খুব আকুল ভাৱে-মোৰ ভাল কৰি দিয়া প্ৰভু। মোৰ সকলো ভাল হওক সকলো পূজা পাতল কৰা মানুহৰ দৰে মোৰো আছিল একেই স্বাৰ্থপৰ প্ৰাৰ্থনা! পিছে এটা কথা, পিতাইতে স্বাৰ্থপৰ হ'ব নাপায় বুলি শিক্ষা দিয়া বাবে গোঁসাইঘৰত এই প্ৰাৰ্থনাও কৰিছিলোঁ ভগৱানে যেন মোৰ লগতে সমগ্ৰ জগতখনৰো মঙ্গল সাধন কৰি দিয়ে।

সৰুতে খুবেই চেন্টিমেন্টাল আছিলোঁ, গতিকে বহুতো তুচ্ছ দুখে এনেকৈ মনক গভীৰ ভাৱে আঘাত কৰিছিল যে গোঁসাই ঘৰত সোমাই চকুৰ পানীৰে শালগ্ৰামক ধুৱাই আকুল ভাৱে কৈছিলোঁ-ভগৱান, মইতো কাৰো একো অপকাৰ কৰা নাই, কাকো দুখ দিয়া নাই,

লদায় এজনী ভাল ছোৱালী হোৱাবে চেষ্টা চলাই আহোঁ—তেন্তে মোক এই আঘাত কিয় দিছা প্ৰভু! মই আৰু ভাবিছিলোঁ মই যদি বোবা হ'লেই ভাল আছিল, জন্মৰ সময়তে মোৰ মৰাৰ কথাই আছিল, তেতিয়াই মই মৰি নগ'লো কিয়? ল'ৰালি কালত মোৰ জন্মৰ সময়ৰ অনাদৰৰ দুখটো কোনো কোনো অন্য দুখৰ লগতে উথলি উঠিছিল, খুব খঙো উঠিছিল তেতিয়া, আৰু বাউচি জুৰি কান্দি ঘৰখনক অভিযোগ কৰিছিলোঁ-'মোকতো তহঁতে মাৰি পেলাবই খুজিছিলি।'

সি যি কি নহওক, বাল্যকালত গোঁসাই ঘৰ আছিল মোৰ শোকতপ্ত হৃদয়ৰ এক ডাঙৰ গৃহ, আশ্ৰয়স্থল। কিন্তু অতি কম বয়সতে মই মানৱৰ সেই চিৰন্তন আশ্ৰয় আৰু সান্ত্বনাৰ পৰা যে কেনেকৈ বঞ্চিত হৈ গ'লো।

মোৰ ঈশ্বৰ ভীতি বা ভক্তি এনেকৈ নোহোৱা হৈ গৈছিল যে মই যিকোনো বিগ্ৰহক মাটিৰ মূৰ্তি বা পাথৰৰ পুতলাতকৈ বেছি মূল্য নিদিয়া হৈছিলোঁ। এই কথাত বাৰু বিশেষ উচ্চবাচ্য কৰিবলগীয়া নাই, কোনো কোনো মানুহ সৰুৰে পৰাই নাস্তিক হ'ব পাৰে। কিন্তু দুকুৰি বছৰৰো আগৰ ঘটনা এটাৰ কথা ভাবিলে মই এতিয়া বুজি পাওঁ যে মোৰ নাস্তিকতাত তেতিয়া প্ৰদৰ্শনকামীতা, ঔদ্ধত্য আৰু অহংকাৰ অতি বেছি পৰিমাণে সোমাই পৰিছিল। ঘটনাটো এতিয়া বৰ্ণাওঁ-যিটো পঢ়ি এতিয়াও নিশ্চয় বহুতো ভক্তিমান মানুহ সভয়ে শিয়ঁৰি উঠিব।

আমি তেতিয়া তাৰিণী চৰণ হাইস্কুলৰ অষ্টম মানৰ ছাত্ৰী, কিন্তু স্কুলখন নতুনকৈ প্ৰতিষ্ঠা হৈছিল বাবে নিজৰ ঘৰ নাছিল আৰু সেই বালিকা এম, ই, স্কুলতে বাতিপুৱা বাতিপুৱা আমাৰ ক্লাছবোৰ বহিছিল। সেইবাৰৰ সৰস্বতী পূজাৰ সময়ত মই কাণ্ডটো কৰিছিলোঁ। তেতিয়া পূজা শেষ হৈ গৈছিল আৰু আমি কেইজনীমান ছোৱালীয়ে ভগা পূজাথলীত মূৰ্তিৰ আগত বহি নানা কথা পাতি আছিলোঁ। হঠাতে মই এবাৰ ক'লো, 'মই এই মূৰ্তিক ভক্তি নকৰোঁ—এয়া মাটিৰ পুতলা মাত্ৰ-।' লগৰ ছোৱালীয়ে সভয়ে কৈ উঠিছিল 'তেনে কথা ক'ব নাপায়, সৰস্বতী আয়ে তোমাক শাপ দিব, তোমাৰ পৰীক্ষা বেয়া হ'ব।' মোৰ বিদ্ৰোহী মনৰ জেদৰ জুই কুৰাত সেই কথাই ঘৃতাহুতি দিলে, মই হাঁহি হাঁহি কৈছিলো— 'সৰস্বতীৰ এই মূৰ্তিত যে মাটিৰ লদাৰ বাহিৰে আন কোনো ঐশ্বৰিক মাহাত্ম্য নাই তাক মই হাতে হাতে প্ৰমাণ কৰি দিব পাৰোঁ। এতিয়াই মই এই মূৰ্তিক গুচিয়াম আৰু তাৰ পিছত বছেৰেকীয়া পৰীক্ষাৰ সময়ত দেখিবা যে মই সদায় হোৱাৰ দৰে এইবাৰো প্ৰথম হৈছোঁ।' তাৰ পিছত ছোৱালীবোৰ সেই পাষাণ প্ৰতিমাৰ দৰেই নিথৰ হৈ গৈছিল যেতিয়া দেখিছিল যে সঁচাকৈয়ে মই সৰস্বতীক পদাঘাত কৰিছোঁ। অৱশ্যে পৰীক্ষাত মই ঠিকেই প্ৰথম হৈছিলোঁ।

মোৰ এই কাহিনী শুনি বহুতেই মোক ধিক্কাৰ দিব, মানসিক ভাৱে ঘৃণাৰ আৰু হয়তো মোৰ লেখা পঢ়িবলৈ বাদ দিব। মই নিজে এই ঘটনাৰ বাবে অনুতপ্ত এই বাবেই যে ইয়াত মোৰ চৰম প্ৰদৰ্শনকামীতা আৰু ঔদ্ধত্য প্ৰকাশ পাইছিল। তদুপৰি মোৰ বাবে আদৰণীয় বা সন্মানিত নহ'লেও আনৰ বাবে যি শ্ৰদ্ধাৰ বস্তু তাক কেতিয়াও অপমান কৰিব নেলাগে। কিন্তু এইবোৰ কথা বুজাৰ বয়স মোৰ সেই চৈধ্য পোন্ধৰ বছৰীয়া জীৱনটোত হোৱা নাছিল— যদিও বয়সৰ তুলনাত মই অকাল পকিলকাই আছিলোঁ। আৰু এটা কথা আজলি 'সৰস্বতী'

বিদ্যাদাত্ৰীসকলক মই ঢিকেই শ্ৰদ্ধা আৰু সন্মান প্ৰদৰ্শন কৰিছিলোঁ আজিলৈকে কেনো শিক্ষা গুৰুক তেনে ধৰণৰ অসন্মান প্ৰদৰ্শন কৰা নাই। কিন্তু আজি আমি কি দেখিছোঁ? কলেজতে হওক, স্কুলতে হওক, শিক্ষাগুৰুসকল ছাত্ৰ-ছাত্ৰীৰ দ্বাৰা পদে পদে অপমানিত, লাঞ্চিত হৈ আছে— ছাত্ৰ সকলক নকল কৰা কাৰ্যত ধৰা পেলাব প'লে কেতিয়াবা অধ্যাপক শিক্ষকৰ প্ৰাণলৈকে সংশয় আহি পৰে অথচ এওঁলোকেই মহা ধুমধামেৰে সৰস্বতী পূজা কৰে, লোকৰ সযত্নপালিত বাগানৰ ফুল বাগান তহিলং কৰি হ'লেও ছিঙি আনি তাৰে বাণীদেৱীৰ বন্দনা কৰে। এওঁলোকৰ বাবে তেজমাংসৰ 'সৰস্বতী' সকল মাটিৰ সৰস্বতীতকৈ বহুতখিনি অশ্ৰদ্ধেয়। মই ইয়াক ভণ্ডামিৰ পৰাকাষ্ঠা বুলি ক'বলৈ অকণো কুণ্ঠিত নহওঁ।

অৱশ্যে এটা কথা কৈ থওঁ, এই প্ৰসংগৰ দ্বাৰা মই মোৰ অপৰাধ স্খলন কৰিব খোজা নাই।

আমি যেতিয়া এম, ই, পাছ কৰোঁ, তেতিয়া গুৱাহাটীত মাত্ৰ এখনেই ছোৱালী হাইস্কুল আছিল, পাণবজাৰ ছোৱালী হাইস্কুল। তেতিয়া দ্বিতীয় মহাসমৰ চলি আছিল, পাণবজাৰ ছোৱালী হাইস্কুলৰ ঘৰটো (বৰ্তমানৰ স্কুলঘৰটো) সৈন্যৰ ছাউনীত পৰিণত কৰা হৈছিল আৰু স্কুল বহিছিল ধুৰচান্দৰ ওচৰৰ স্বৰ্গীয় ডা: জ্যোতিষ দাসৰ ঘৰৰ সন্মুখৰ এটা ঘৰত। প্ৰধান শিক্ষয়িত্ৰী আছিল ডা: দাসৰে পত্নী ৰাজবালা দাস, যি গৰাকী শিক্ষাব্ৰতী মহিলা পিছলৈ সন্দিকৈ ছোৱালী কলেজৰ অধ্যক্ষাও হৈছিল। আমি এম, ই, পাছ কৰি প্ৰথমতে সেই পাণবজাৰ স্কুলতে ভৰ্তি হৈছিলোঁ।

গুৱাহাটীত দ্বিতীয় মহাসমৰৰ কি ধৰণে প্ৰভাৱ পৰিছিল তাৰ আভাস অকণ দিয়া উচিত। আমি পঞ্চম—ষষ্ঠমানত পঢ়ি থাকোঁতেই সেই যুদ্ধৰ উত্তাপ ইউৰোপৰ পৰা আহি আমাৰ দেশখনতো লাগিছিল। সুভাষ বসুৰ আই,এন,এ, (ইণ্ডিয়ান নেচনেল আৰ্মি) গঢ়ি উঠিছিল। জাপানৰ লগত লগ লাগি ভাৰত জয় কৰি বৃটিছক আমাৰ দেশৰ পৰা আঁতৰাব— এই সদিচ্ছাৰেই তেওঁ কাম কৰিছিল। জাপানে কলিকতাতো বোমা বৰ্ষণ কৰিছিল। গুৱাহাটী চহৰত সেই সময়ত যে কি বিভীষিকা! ঘৰে ঘৰে ট্ৰেঞ্চ খন্দা হৈছিল, স্কুল কলেজতো। জাপানৰ যুঁজাৰু প্লেনৰ সংকেত পালেই চাইৰেণ বজাই দিয়া হৈছিল, আৰু তেতিয়া মানুহে সম্ভাব্য বোমা-বৰ্ষণৰ আক্ৰমণৰ পৰা ৰক্ষা পৰিবলৈ গৈ সেই ট্ৰেঞ্চত সোমাইছিল। সুৰুঙৰ দৰে ট্ৰেঞ্চ গতিকে গাঁতৰ ভিতৰত সোমালেও ওপৰত মাটিৰ ডাঠ আৱৰণৰ ৰকলা-ঢেকল থাকে। আমি স্কুলৰ ট্ৰেঞ্চত বহুতবাৰ চাইৰেণৰ সংকেতত ক্লাছ এৰি সোমাইছিলোঁ, হাতত আমাৰ বিশেষ ভাৱে তৈয়াৰ কৰা মোনা, তাত পেন্সিলৰ দাগ মচা ৰবৰ বা পেন্সিল, তুলা আৰু কল-কমলা জাতীয় ফল থাকে। বোমাৰ বিকট শব্দত দাঁতত দাঁত লাগি নাযাবলৈ পেন্সিল বা ৰবৰ কামুৰি থাকিব লাগে, কাণৰ পৰ্দা ফাটি নাযাবলৈ তুলা সুমুৱাব লাগে আৰু বোমা বৰ্ষণ যদি কেইবাঘণ্টা জুৰি হয়, তেন্তে ভোক পিয়াহত আতুৰ হ'লে কল-কমলা আদি খাব লাগে। এই হ'ল প্ৰস্তুতি। আমি সৰু-ছোৱালী, জীৱনৰ প্ৰায় সকলো কামতে এটা খেলাৰ ভাব থাকে, গতিকে বোমাৰ ভয়ত প্ৰাণ ধুকধুক কৰিলেও সেই ট্ৰেঞ্চত সোমোৱা অভিজ্ঞতাটোত এক ধৰণৰ মজাও আছিল।

গুৱাহাটীত বোমা-বৰ্ষণৰ বিভীষিকা ক্ৰমে বাঢ়ি অহাত চহৰৰ বহুত অধিবাসীয়েই গাঁৱলৈ

গৈ আশ্ৰয় ল'বলৈ ধৰিলে। এটা কথা মনত ৰাখিব লাগিব যে তেতিয়াৰ দিনত বহুত চাকৰিয়ালৰে আদি ঘৰ আছিল গাঁৱত, যেনেকৈ আছিল আমাৰ পিতাৰো। কিন্তু পিতাৰ পৈতৃক ঘৰত তেতিয়া থকাৰ ঠাই নাছিল, ডাঙৰ পিতা সপৰিয়ালে সেই ঘৰত থাকিছিল আৰু সৰু পিতাই তেওঁৰ পৰিয়াল বৃদ্ধি হোৱাত আন ঠাইলৈ (পৈতৃক মাটিতে) উঠি গৈ ঘৰ বান্ধি লৈছিল।

এতিয়া এই বিভীষিকাৰ সময়ত পিতায়ো পৰিয়ালটোক গুৱাহাটীত ৰাখিবলৈ সাহ নকৰিলে। গতিকে তেওঁ প্ৰথমে নিজে গাঁৱলৈ গৈ সৰু পিতাৰ ওচৰত থকা খালী ঠাই এডোখৰত বাঁহ খেৰৰ ঘৰ এটা বান্ধিলে, এনেকি তাত চুণৰ প্ৰলেপো পৰিল যিটো আমাৰ সেই গাঁৱত দুই এঘৰ মানুহৰ বাহিৰে আনৰ বাবে বিলাসৰ কথা। যি হওক, আমাৰ প্ৰায় সকলো বয়বস্তুৰে স'তে আমি আমাৰ গাওঁ অভিমুখে যাত্ৰা কৰিছিলোঁ। প্ৰথমে পাণ্ডুঘাটত ফেৰীৰে পাৰ হৈ আমিন গাঁৱৰ পৰা নলবাৰী অভিমুখে ৰেলত উঠিছিলোঁ আৰু নলবাৰীৰ পৰা সাত মাইল দূৰৰ শিমলিয়া গাঁৱলৈ পাগলা দিয়া নৈৰে নাৱেৰে গৈছিলোঁ। নলবাৰীৰ পৰা সাধাৰণতে হৈ দিয়া গৰুৰ গাড়ীতে যোৱা হয়, কিন্তু আমাৰ লগত বহুত বস্তু বাহানি থকাত নাও ভাড়া কৰা হৈছিল। পাগলদিয়াৰ সেই যাত্ৰা মই আজিলৈকে পাহৰিব নোৱাৰোঁ। তাৰ পিছত, মই ভয়ংকৰ বাৰিষাৰ সময়ত মাজুলী দ্বীপ মেচিন নাৱেৰে পৰিক্ৰমা কৰিছোঁ, ডিচাংমুখৰ পৰা ব্ৰহ্মপুত্ৰৰে দীঘলীয়া নৈ ভ্ৰমণ কৰিছোঁ, কিন্তু পাগলাদিয়া নদীৰ সেই ভ্ৰমণ অভিজ্ঞতাৰ মাধুৰ্যৰ লগত একোৰে তুলনা নহয়। অৱশ্যে সৰু কালৰ অভিজ্ঞতাবোৰত বোধহয় সচৰাচৰতকৈ আৰু বেছি ডাঠ মায়াৰ অঞ্জন সনা থাকে অথবা দীৰ্ঘ সময়ৰ ফাঁকেদি সৰকি অহা সেই স্মৃতিক ধূসৰতায়ো আৰু বেছি মাধুৰ্যমণ্ডিত কৰি তোলে।

গাঁৱত থাকি কিন্তু প্ৰথমতে মোৰ দিন নাযায় ৰাতি নুপুৱায় যেন লাগিছিল, ভাগ্যে আমাৰ কিতাপৰ আলমাৰীটোও লগত লৈ যোৱা হৈছিল, গতিকে তাত থকা কিতাপবোৰকে উধাই-মুধাই পঢ়িছিলোঁ। মোৰ সৰু ভাই দুজন আৰু সৰু ভনী জনীক গাঁৱৰ পাঠশালাত নাম লগাই দিয়া হৈছিল, কিন্তু গাঁৱত এম, ই, বা হাইস্কুল নথকাত মোৰ আৰু মোৰ ওপৰৰ বাইদেউজনীৰ ঘৰতে বহি থকাৰ বাহিৰে উপায় নাছিল। আমাৰ ডাঙৰ বাইদেউৰ অতি কম বয়সতে গুৱাহাটীৰ স্বৰ্গীয় গিৰিজানন্দ চৌধুৰীৰ লগত বিয়া হৈ গৈছিল (তেওঁ ড: ভুবন মোহন দাস আৰু কৰুণা দত্ত লহকৰৰ মোমায়েক আছিল) আৰু দাদা কলিকতাৰ ছেন্ট জেভিয়াৰ্চ কলেজলৈ বি, এছ, চি, পঢ়িবলৈ গৈছিল। দাদাই কলিকতা বিশ্ববিদ্যালয়ত আই, এছ, চিত সপ্তম স্থান অধিকাৰ কৰি, অসমত প্ৰথম হৈ (তেতিয়া গুৱাহাটী বিশ্ববিদ্যালয় স্থাপিত হোৱা নাছিল) অংকত কলিকতা বিশ্ববিদ্যালয়ত সৰ্বোচ্চ নম্বৰ পাই বৃত্তি লৈ অংকত অনাৰ্ছ লৈ পঢ়িবলৈ গৈছিল। গতিকে পিতাৰ মোৰ আৰু বাইদেউ গৰাকীৰ বাহিৰে আন কাৰো পঢ়ুওৱাৰ চিন্তা নাছিল। অৱশ্যে দাদা কলিকতাত আছে সেইটো তেওঁৰ এক ডাঙৰ দুশ্চিন্তা আছিল।

সি যি কি নহওঁক, পিতাই আমাৰ গুৱাহাটীৰ ঘৰত কলেজত পঢ়া দুজন দুখীয়া ছাত্ৰক লৈ মেছ কৰি কিছুদিন থকাৰ পিছত মোকো লগত নি ৰাখিছিল কাৰণ মোৰ এম, ই, পৰীক্ষাৰ সময় ওচৰ চাপিছিল। তেতিয়ালৈকে গুৱাহাটীত বোমা পৰা নাছিল, মানুহৰ কাৰণে

লাহে লাহে সেই আতংকৰ পৰিৱেশো সহজ হৈ আহিছিল, বহুত মানুহ গাঁৱৰ পৰা উভতি আহিবলৈও ধৰিছিল। মই অৱশ্যে বেছি দিন মেছৰ কষ্টকৰ জীৱন কটাবলগীয়া নহৈছিল। এম, ই স্কুলৰ অবিবাহিতা প্ৰধান শিক্ষয়িত্ৰী স্বৰ্গীয়া পুণ্য বৰুৱাই মোক তেওঁৰ লগত নি ৰাখিছিল। বাইদেউ আছিল অতি বিলাসী, ঘৰ দুৱাৰ খুব সুন্দৰকৈ সজাই মেলি ৰাখিছিল আৰু খুব জুতি লগাকৈ ৰন্ধা-বঢ়া কৰিছিল। জীৱনত ভালকৈ থকা, ভালকৈ খোৱাৰ সেই আছিল মোৰ প্ৰথম অভিজ্ঞতা—অৰ্থাৎ বিলাসী জীৱনৰ সেই মোৰ প্ৰথম সোৱাদ। এম, ই, স্কুলৰ প্ৰধান শিক্ষয়িত্ৰীৰ সেই কোৱাৰ্টাৰটো আজিও স্কুলটোৰ দৰেই পুৰণি ৰূপেৰে একে ঠাইতে থিয় হৈ আছে— যি মোৰ জীৱনৰ এক মধুৰতম সময়ৰ স্মৃতি সৌধ।

গাঁৱত প্ৰথম অৱস্থাত থাকি আমনি লাগিলেও লাহে লাহে কিন্তু ভাল লগা হৈ আহিছিল—হাজাৰ হওক গাঁৱৰ উদাৰ মুকলি আকাশৰ তলৰ বন্য জীৱনৰ এক বেলেগ মাদকতা আছে। বন্য বুলি এইবাবেই কৈছোঁ যে স্কুল নথকাত গাঁৱৰে কিছু সমনীয়া ল'ৰা-ছোৱালীৰ লগত পাগলাদিয়া নদীত উপলিয়াই থকা, হাবিৰ জোপোহাত বেত গুটিৰ সন্ধানত বেতৰ কাঁইটীয়া গাৰ আঁচোৰ খায়ো খুৰি ফুৰা, লিচুৰ গছত উঠি বহি আৰামত লিচু খোৱা আদিৰ সোৱাদ লৈ কটা সেই জীৱনটো গুৱাহাটীৰ তুলনাত সঁচায়ে বন্য। সেই সময়ত মই এটা বাৰিষাৰ অভিজ্ঞতা লাভ কৰিছিলোঁ, পাগলাদিয়া নৈৰ পাৰ ভাগি অহা পানী আমাৰ ঘৰত নুঠিলেও চোতালত উঠিছিল, ৰতীন নামৰ সমনীয়া ল'ৰা এটাই কল গছৰ ভুৰ এখনেৰে মোক পানীৰে চপচপীয়া হোৱা পোতা পুখুৰীত কিমান যে ঘুৰাইছিল... সঁচায়ে, বঙালীত যে কথা এষাৰ আছে—কাৰোবাৰ পুহ মাহ, কাৰোবাৰ সৰ্বনাশ। বানপানীয়ে গাঁৱৰ মানুহৰ বিপৰ্যয় আনিছিল আৰু আমি ল'ৰা-ছোৱালীবোৰে ফুৰ্তিত মতলীয়া হৈ থাকিছিলো।

—যুদ্ধৰ সময়ত গাঁৱলৈ গৈ তাত থকাৰ অভিজ্ঞতাৰেই মই কলেজীয়া জীৱনত 'সেই নদী নিৰবধি' উপন্যাসৰ প্ৰথম খণ্ড লেখিছিলোঁ— যাক কেতিয়াবা ছপাই উলিয়াব পাৰিম বুলি কল্পনাও কৰা নাছিলোঁ। ১৯৫১ চনত লেখা মোৰ সাহিত্যিক জীৱনৰ প্ৰথম উপন্যাসখন প্ৰকাশ পাইছিল ১৯৬৩ চনত। ইমানদিনে অনাদৃত হৈ থকা পাণ্ডুলিপিখন লেখাৰ দহ এঘাৰ বছৰৰ পিছত, হোমেন বৰগোহাঞিৰ লগত মোৰ ১৯৫৮ চনত বিয়া হোৱাৰ চাৰি বছৰৰ পিছত তেওঁৰে উৎসাহত সেইখনৰ দ্বিতীয় খণ্ডটো লেখি উলিয়াই এখন কিতাপ আকাৰে প্ৰকাশ কৰিছিলোঁ।

৩

দ্বিতীয় মহাসমৰৰ প্ৰসংগলৈকে আকৌ অহা যাওঁক। আমাৰ চুবুৰীয়া ফুকনহঁতৰ এটা কাহিনীও এই মহাসমৰৰ লগত ওত:প্ৰোত:ভাৱে জড়িত। স্বৰ্গীয় তীৰ্থনাথ ফুকন এগৰাকী খ্যাতনামা উকীল আছিল, আমাৰ অন্যতম নিকট চুবুৰীয়াৰ ভিতৰত তেখেতসকলৰ লগতে আমাৰ আমাৰ নিবিড়তম সৌহাৰ্দ্য আছিল। তেখেত সকলৰ উদাৰতাৰ এক চূড়ান্ত উদাহৰণ দিয়াৰ আগতে এতিয়াৰ দিনত সহজ সাধাৰণ কথা যেন লাগিলেও তেতিয়াৰ দিনত প্ৰশংসনীয় উদাৰতাৰ ঘটনা এটা কৈ লওঁ। আমাৰ বাল্যকালত যথেষ্ট জাতবিচাৰ আছিল, কোনো বামুণ মানুহে আমাক তেতিয়া তেওঁলোকৰ পাকঘৰত সোমাবলৈ দিয়াৰ কথা হয়তো ভাবিব নোৱাৰিলেহেঁতেন (কাৰণ আমি কলিতা আছিলোঁ), কিন্তু উদাৰ ফুকন পৰিয়ালে মই এম, ই পৰীক্ষা দিবলৈ আহি পিতাৰ লগত থকা সময়ত (তেতিয়া মই কি কাৰণে প্ৰধান শিক্ষয়িত্ৰী বাইদেউৰ লগত থকা নাছিলোঁ এতিয়া মনত নাই) পৰীক্ষা দিবলৈ যোৱাৰ আগতে সদায় তেওঁলোকৰ পাকঘৰত তেওঁলোকৰ ল'ৰা-ছোৱালীৰ লগত একেলগে বহুৱাই ভাত পানী খুৱাই ধুৱাই পঠিয়াই দিছিল।

এতিয়া আনটো ঘটনালৈ আহোঁ। যুদ্ধখনে ব্ৰহ্মদেশৰ পৰা অনেক ভগনীয়াক অসমলৈ বিতাড়িত কৰিছিল, তেতিয়া সুভাষ বসুৰ আই, এন, এ, বাহিনীয়ে জাপানৰ সহযোগিতাত জাপানে জয় কৰা ব্ৰহ্মদেশত ঘাটি পাতিছিল। সেই ভগনীয়াৰ কিছু সংখ্যক লোক গুৱাহাটী পাইছিলহি। এদিন দেখা গ'ল যে এটি অকলমান ল'ৰাই ফুকনহঁতৰ ঘৰৰ আগৰ ৰাজহুৱা ৰাস্তাটোত বহি কান্দি আছে। তাৰ দেহৰ অৱস্থা নাছিল, সি কি ভাষা কৈছিল কোনেও বুজি পোৱা নাছিল। অনুমান কৰা গ'ল সিয়ো ব্ৰহ্মদেশৰ ভগনীয়া, কেনেবাকৈ মাক-বাপেকৰ পৰা, দলৰ পৰা ছিটিকি আহি সেইখিনি পাইছেহি। তেতিয়া গুৱাহাটীত তেনে ঘটনা ঘটিয়েই আছিল।

যিহওক, তীৰ্থনাথ ফুকন ডাঙৰীয়াই ল'ৰাটোক নিজৰ ঘৰলৈ লৈ গ'ল আৰু নিজৰ ল'ৰাৰ দৰেই তুলি-তালি ডাঙৰ দীঘল কৰিলে অথচ তেওঁৰ নিজৰ আছিল ছয় গৰাকী পুত্ৰ আৰু দুগৰাকী পুত্ৰী। (সেই পুত্ৰসকলৰ এগৰাকী হ'ল ড্ৰাগছ ইণ্ডিয়াৰ স্বত্বাধিকাৰ দ্বিজেন ফুকন আৰু কন্যাৰ ভিতৰত এগৰাকী হ'ল স্বনামধন্য স্ত্ৰীৰোগ বিশেষজ্ঞ ডাক্তৰ অলকা গোস্বামী আৰু আনগৰাকী স্বৰ্গীয়া অহা বাইদেউ ভূতপূৰ্ব কৃষিমন্ত্ৰী লক্ষ্মী প্ৰসাদ গোস্বামীৰ পৰিবাৰ) ফুকন ডাঙৰীয়াৰ এই তোলনীয় পুত্ৰ বৰ্তমান ফুকন পৰিবাৰৰ সম্পত্তিৰো এজন সমান অংশীদাৰ, তেওঁক নগাঁৱৰ বামুণৰ ছোৱালী এজনীৰ লগত বিয়া দিয়া হৈছিল। এতিয়া তেৰোঁ এটি পুত্ৰৰ জনক আৰু ফুকন পৰিয়ালৰ ঘাই ঘৰতে থাকে। তীৰ্থনাথ ফুকনৰ যেতিয়া মৃত্যুৰ খবৰ পালোঁ আমি তেতিয়া বোধহয় গুৱাহাটীত নাছিলোঁ, ডিব্ৰুগড়ত আছিলোঁ।

শুনিছিলোঁ জেৰেতৰ প্ৰাপ্তৱয়স্ক পুত্ৰ সকলে মুখস্পৰ্শ কৰিছিল। আমাৰ মাই ওপৰলৈ হাত যোৰ কৰি কৈছিল, 'মানুহজন মহাত্মা আছিল, তেওঁৰ স্বৰ্গত বাস হওঁক।' জেৰেতৰ জীৱনৰ বাকী কথা নাজানো কিন্তু এইবোৰ ওপৰ আমি প্ৰত্যক্ষদৰ্শী আৰু এই ঘটনাটো মোৰ স্মৃতি ভাণ্ডাৰৰ এক অমূল্য সম্পদ বুলি গণ্য কৰোঁ। আজিকালি এনে মানুহতো আৰু লগ নাপাওঁ— এৰোঁ সেই শ্ৰেণীৰেই মানুহ যাৰ little acts of love and kindness এতিয়া 'unremembered।'

আৰো যুদ্ধৰ সময়ৰ ঘটনালৈ আহোঁ। গোৰা মিলিটাৰীয়ে গুৱাহাটী ভৰি পৰিছিল। তেতিয়াও আমি গাঁৱলৈ পলোৱা নাছিলোঁ। গোৰা সৈন্যৰ কথা শুনিছিলোঁ— আমাক সেই নামটোৱে ইমান আতংকিত কৰিছিল যে বালিকা এম, ই, স্কুলত পঢ়ি থাকোতে এদিনাখন যেতিয়া চকীদাৰণীয়ে আহি সভয়ে ঘোষণা কৰিলে- স্কুলৰ দাঁতিৰ ৰাস্তাৰে এজন গোৰা সৈন্য আহি থকা দেখা গৈছে—। আৰু কোনে পায়- লগে লগেই স্কুলৰ সকলো ছাত্ৰী বেঞ্চৰ তলত লুকাই পৰিলোঁ, বোধহয় বাইদেউহঁতৰ নিৰ্দেশত। বাইদেউহঁত লুকাইছিল নেকি, আৰু লুকালে ক'ত লুকাইছিল মনত নাই। বহুত সময়ৰ পিছত আমি বেঞ্চৰ তলৰ পৰা ওলাইছিলোঁ আৰু আমাক ঘৰাঘৰি যাবলৈ স্কুল ছুটী দিয়া হৈছিল।

বুকুত কিতাপৰ দ'মটো হেঁচা মাৰি ধৰি আমি দৌৰি দৌৰি ঘৰ পাইছিলোঁ, তেনে অৱস্থাত মোৰ স্বাস্থ্য বিজ্ঞানৰ কিতাপখন যে পৰি গৈছিল আৰু কোনোমতে হাউলি তুলি আনোতে যে বেটুপাতটো মাটিত পৰি থাকিছিল- সেই ঘটনাটো কিয় জানো মোৰ আজিও মনত আছে। ঘৰ গৈ পাই মাক কোপাই জোপাই সভয়ে কৈছিলো-সৈন্য আমাৰ স্কুলৰ ওচৰো পাইছেহি!

পিছলৈ কিন্তু সেই ভয় কমি আহিছিল। এনেকি বহুত মানুহ দলে দলে গৈ দীঘলী পুখুৰীত সৈন্যবোৰে গা ধুই থকাও চাই আহিছিল। মিত্ৰ বাহিনীৰ সেই সৈন্য আছিল আমেৰিকাৰ বগা আৰু নিগ্ৰো সৈন্য, আৰু অষ্ট্ৰেলিয়াৰ সৈন্য। গোৰা সৈন্যৰ উপদ্ৰৱৰ নানা কাহিনী শুনিছিলো- যদিও প্ৰত্যক্ষ অভিজ্ঞতা নাছিল। গুৱাহাটী ষ্টেচনৰ পৰা ৰেল ভৰ্তি সৈন্য পূবলৈ গৈছিল আৰু সেই দৃশ্য চাবলৈ যোৱা মানুহক (মোৰ ভাইটিৰ লগত ময়ো গৈছিলোঁ) ৰেলগাড়ী চলিবলৈ ধৰাত সৈন্যবোৰে চিঞৰি কৈছিল-'টু জাপান' আৰু ইঙ্গিতেৰে ডিঙিবোৰ কটা দেখুৱাইছিল।

তেতিয়া যথেষ্ট সৰু আছিলোঁ, গতিকে ৰাজনীতিৰ কথা নুবুজিছিলোঁ, কিন্তু ভাৰতৰ স্বাধীনতাৰ ৰণত (অধিক শুদ্ধ ভাৱাত 'শোভাযাত্ৰা'ত) যোগ দিছিলো। ছাত্ৰ নেতাসকলৰ আহ্বানত শ্ৰেণী বৰ্জন কৰি ওলাই আহিছিলোঁ আৰু নেতাৰ লগে লগে চিঞৰিছিলোঁ- 'Britishers, quit India, Foreigners, quit Asia'— । তেতিয়া জনা নাছিলোঁ যে ১৯৪২ চনৰ ৮ আগষ্টৰ মৌলানা আজাদৰ সভাপতিত্বত বোম্বাইত বহা নিখিল ভাৰত কংগ্ৰেছ কমিটিত ৱৰ্কিং কমিটিয়ে ব্ৰিটিছক 'ভাৰত ত্যাগ' কৰিবলৈ দিয়া প্ৰস্তাৱ অনুযায়ী যি আন্দোলন আৰম্ভ হৈছিল তাৰ ফলতেই বন্দী হৈছে—গান্ধী, জৱাহৰলাল, পেটেল, আজাদ প্ৰমুখ্যে ভাৰতৰ আৰু লগতে আমাৰো বিষ্ণুৰাম মেধী, গোপীনাথ বৰদলৈ, ফখৰুদ্দিন আলি আহমেদ আদি প্ৰায় সকলো ওপৰ খাপৰ নেতাক গ্ৰেপ্তাৰ কৰা আদি [illegible]

মই বুজা নাছিলোঁ। কংগ্ৰেছৰ শ্ৰীৰাজাগোপালাচাৰীকে ধৰি কিছু নেতাই এইটো সময়ত ব্ৰিটিছক যুদ্ধত চৰ্ত সাপেক্ষে সহযোগিতা আৰু এনে আন্দোলন নকৰাৰে মত পোষণ কৰিছিল, গান্ধীয়ে কিন্তু সেই কথাত মুঠেই সন্মতি দিয়া নাছিল। গান্ধীৰ এই বাণীটো বিয়াল্লিছৰ স্বাধীনতা যুদ্ধৰ সত্যাগ্ৰহী সকলক বুজাই দিয়া হৈছিল: It is wrong to help the British war efforts with men and money. The only worthy effort is to resist all wars with non-violent resistance। তেতিয়া কম্যুনিষ্ট সকলৰ 'Peoples' War' শব্দটো শুনাই নাছিলোঁ—যুদ্ধখন ফেচিষ্ট শক্তিৰ বিৰুদ্ধে, গতিকে এইখন 'Peoples' War,' গতিকে এতিয়া আমি ব্ৰিটিছৰ বিৰুদ্ধে যুদ্ধ নকৰি সহযোগিতাহে কৰিব লাগে—এইবোৰ কথা নাজানিছিলো। পিতাৰ লগতে আমি গান্ধীজীক দেৱতাৰ দৰে ভক্তি কৰিছিলোঁ আৰু কম্যুনিষ্ট মানেই কিবা এক চয়তানৰ দল বুলি গণ্য কৰিছিলোঁ। ১৯৪৩ চনৰ ১০ ফেব্ৰুৱাৰীত গান্ধীজীয়ে যেতিয়া অনশন আৰম্ভ কৰিছিল তেতিয়াই বোধহয় ভাৰতবাসীয়ে এদিন অনশন কৰিছিল, ঘটনাটো মোৰ ঠিক মনত নাই, কিন্তু ৰাইজৰ লগতে আমাৰ ঘৰখনেও এদিন অনশন কৰা মনত পৰে। পিতা-মায়ে গান্ধীৰ অহিংসাই পৰম ধৰ্ম কথাটো মনে-প্ৰাণে গ্ৰহণ কৰি গোটেই ঘৰখনকে নিৰামিষভোজী কৰি পেলাইছিল। তাৰ পিছত অৱস্থাৰ পাকত পৰি আমি কলেজ জীৱনত মাছ খাবলৈ আৰম্ভ কৰিছিলোঁ যদিও আমাৰ পৰিয়ালৰ প্ৰায় সকলোৱে আজিলৈ মাংস নাখাওঁ। তেতিয়া মানুহৰ মহাত্মা গান্ধীৰ প্ৰতি থকা ভক্তি শ্ৰদ্ধাৰ তুলনা বিৰল। যিহওক, ভাৰতৰ স্বাধীনতা আন্দোলনলৈ মোৰ বৰঙণি সেই শোভাযাত্ৰা কৰাতে আবদ্ধ আছিল। আমি আৰু ওপৰ ক্লাছলৈ প্ৰমোচন পোৱাত আমাৰ লগৰ কোনো কোনোৱে ছাত্ৰ কংগ্ৰেছত যোগ দিছিল। অসম আন্দোলনৰ এগৰাকী নেত্ৰী শ্ৰীমতী নীলিমা কাকতি (বৰা) আমাতকৈ এক ক্লাছ ওপৰত পঢ়িছিল, আৰু স্বৰ্গীয় অতুল শইকীয়া ভলণ্টিয়াৰ বাহিনীৰ সৰ্বাধিনায়ক হওঁতে ছাত্ৰী শাখাৰ নেত্ৰী হৈছিল নীলিমা। কিন্তু সেই সময়তে মই কম্যুনিষ্ট দলৰ সংস্পৰ্শলৈ আহোঁ বাবে ছাত্ৰ কংগ্ৰেছৰ দলত মোৰ কোনোদিন যোগ দিয়া নহ'ল। মই ইয়াৰ আগতেই কৈছোঁ—মোৰ কিছু বাওঁপন্থী বন্ধু গোট খাইছিল। তাৰ আৰম্ভণীটো হৈছিল এইদৰে। আমাৰ ওচৰৰ মানুহ এঘৰত তেওঁলোকৰ সম্পৰ্কীয় ল'ৰা এজন কটন কলেজত পঢ়িবলৈ আহি থাকিছিল। তেওঁলোকৰ তালৈ যাওঁতে গম পালোঁ যে ল'ৰাজনে খুব কিতাপ পঢ়ে, ভাল ছবি আঁকে, কটন কলেজৰ কলেজ সপ্তাহত গল্প প্ৰতিযোগিতাত পুৰস্কাৰো পাইছে। কিতাপ পঢ়া ল'ৰা, সাহিত্যিক ল'ৰা, চোকা ল'ৰা—মোৰ লগত বন্ধুত্ব গঢ়ি উঠিল। তেতিয়া মই মাত্ৰ এম, ই, পাছ কৰি পানবজাৰ ছোৱালী হাইস্কুলত সপ্তমমান শ্ৰেণীত নাম লগাইছিলোঁ। যিহওক, এদিন কিবা কথাত মই তেওঁৰ আগত কম্যুনিষ্টক গালি পাৰিবলৈ ধৰিলোঁ। তেওঁ মোক কম্যুনিজমৰ কিমান কি জানো জেৰা কৰিবলৈ ধৰিলে। শেষত মোৰ পৰ্বত প্ৰমাণ অজ্ঞতা দেখি বিদ্ৰূপেৰে ক'লে—একো নজনাকৈ কাকো সমালোচনা কৰিব নাপায়। তেওঁৰ কথাৰ যুক্তিত মোৰ লাজত মুখ সোঁ খাই গৈছিল। তাৰ-পিছত তেওঁ মোক তেতিয়াৰ স্বনামধন্য কম্যুনিষ্ট পি, চি, যোশীৰ কিতাপ আৰু কম্যুনিষ্টৰ ইস্তাহাৰখন পঢ়িবলৈ দিলে। যোশীৰ কিতাপখন পঢ়ি মই বৰ ভাল পাইছিলোঁ, আৰু তেতিয়াৰ কম বয়সীয়া মনটোক এইটো কথাই বেচিকৈ প্ৰভাৱান্বিত কৰিছিল যে কম্যুনিষ্ট সকল সৰ্বহাৰাৰ

কাৰণে চিন্তা কৰাৰ দল।

কিন্তু ৰাজনীতিতকৈ মোৰ সদায়ে সাহিত্যত হে বেচি আগ্ৰহ। পানবজাৰ স্কুলত মই একক চেষ্টাৰে এখন হাতে লিখা আলোচনী উলিয়াইছিলোঁ, সম্পাদিকা, লেখিকা (মই নিজৰ হাতেৰে গোটেইখন গোট গোট ধুনীয়া আখৰ কৰি লেখিছিলোঁ) কিন্তু সাহিত্যৰ ৰস নথকা, আগ্ৰহ নথকা ছোৱালীবোৰৰ পৰা প্ৰবন্ধ গল্প কবিতা আদি সংগ্ৰহ কৰা যে কিমান কঠিন কাম আছিল। মোৰ উপৰোক্ত বন্ধুৱে আলোচনীখনৰ অলংকৰণ কৰি দি দেখাত বৰ ধুনীয়া কৰি দিছিল। আলোচনীখনৰ নাম দিছিলোঁ 'শলিতা'। পানবজাৰত এবছৰ পঢ়াৰ পিছত উজানবজাৰত নতুনকৈ স্থাপিত হোৱা তাৰিণীচৰণ ছোৱালী হাইস্কুলতে ভৰ্তি হৈছিলোঁ। সেই স্কুলৰ আমি দ্বিতীয় দল। প্ৰথম দলটোত আছিল লেখিকা ডলী তালুকদাৰ। আগতেই কৈছোঁ, প্ৰথমতে স্কাছবোৰ বালিকা এম, ই, স্কুলত বহিছিল তাৰ পিছত দীঘলীপুখুৰীপাৰৰ এতিয়াৰ কটন কলেজৰ অধ্যাপকৰ আবাস গৃহৰ ঠাই ডোখৰত কেইটামান, খেৰৰ ঘৰত বহিছিল। আমাৰ স্কুলৰ চেক্ৰেটাৰী আছিল স্বৰ্গীয় ডা: ঘনশ্যাম দাস আৰু প্ৰধান শিক্ষয়িত্ৰী শ্ৰীমতী ইন্দিৰা দেৱী। স্কুলত আমি 'ছাত্ৰী মঙ্গল সমিতি' নাম দি এখন একতা সভা স্থাপন কৰিছিলোঁ, তেতিয়া মই দশম মানৰ ছাত্ৰী আৰু ৰেণুকা দেৱী বৰকটকী নৱম মানৰ ছাত্ৰী। ৰেণুকা আৰু মই যথাক্ৰমে তাৰ সম্পাদিকা আৰু সভানেত্ৰী আছিলোঁ। টি, চি, স্কুলতে গৈয়ো মই আকৌ হাতে লিখা আলোচনী উলিয়াইছিলোঁ, তাতো সম্পাদিকা আৰু লেখিকা হৈছিলোঁ, আকৌ সেই প্ৰবন্ধ- পাতিৰ অভাৱত নিজেই বহুত কিবাকিবি লেখি তাৰ পাত ভৰাইছিলোঁ। ৰেণুকাই তাত শৰৎ গোস্বামী নামেৰে কবিতাটো লেখিছিল—যাৰ প্ৰথম বাক্যটো আছিল এই: আছিলা শৰৎ নামে ব্ৰাহ্মণ সন্তান......

সেই সময়ছোৱাত মোৰ জীৱনত উল্লেখযোগ্য ঘটনা কিছুমান ঘটিছিল। 'জয়ন্তীৰ' সম্পাদক কমল নাৰায়ণ দেৱ তেতিয়া আমাৰ যোৰপুখুৰী পাৰৰ ঘৰৰ ওচৰতে থাকিবলৈ লৈছিল (শ্ৰীঈশান বৰুৱাৰ ঘৰৰ সন্মুখত) তেওঁৰ পৰিবাৰ নলিনী বাইদেৱে (আকাশবাণী গুৱাহাটীৰ আঞ্চলিক বাতৰি পঢ়োতা শ্ৰীঅৰুণ দাসৰ বায়েক) আবেলি হিন্দী ক্লাছ এটা খুলি ছাত্ৰী গোটাই লৈ পঢ়ুৱাবলৈ আৰম্ভ কৰিছিল, বাইদেউৰ ভনীয়েক লীলা মোৰ সহপাঠী বন্ধু আছিল, সেই সূত্ৰে মোৰ তেওঁলোকৰ ঘৰলৈ আহ যাহ হৈছিল আৰু ময়ো বাইদেউৰ হিন্দী ক্লাছত ভৰ্তি হৈ লৈছিলোঁ।

নলিনী বাইদেউৰ ঘৰটো তেতিয়া প্ৰগতিবাদী চিন্তা ধাৰাৰ লোকৰ এক সংগমস্থল আছিল। অসমীয়া সাহিত্যৰ পাঠক মাত্ৰেই অনা-অসমীয়া(বিহাৰী) কমল নাৰায়ণ দেৱৰ অসমীয়া প্ৰগতিবাদী সাহিত্যলৈ কি অৱদান তাক ভালকৈয়ে জানে। এওঁৰ এই অৱদানৰ মূল্যায়ণ আজিলৈকে নোহোৱাটো দুৰ্ভাগ্যৰ কথা। সি যি কি নহওক ডিনদেউহঁতৰ (কমল নাৰায়ণ দেৱক আমি লীলাৰ লগতে ডিনদেউ বুলি মাতিছিলোঁ) ঘৰলৈ গ'লেই মই যেন বেলেগ জগত এখনত উপস্থিত হওঁগে। স্বৰ্গীয় ভবানন্দ দত্ত, স্বৰ্গীয় চক্ৰেশ্বৰ ভট্ট তেওঁলোকৰ ঘৰৰ মানুহৰ দৰেই আছিল, আমি দুয়োকে তাত প্ৰায়েই লগ পাইছিলোঁ। মাজে মাজে দত্ত ছাৰক উদাত্ত কণ্ঠৰে ৰবীন্দ্ৰ নাথৰ কবিতা আবৃত্তি কৰি থকা পাওঁ, কেতিয়াবা ময়ো তেওঁক খাটনি

ধৰোঁ— দত্তদা, ৰবীন্দ্ৰ নাথৰ কবিতা এটা শুনাওক না। এই কথা বোধহয় বহুতেই জানে যে ভবানন্দ দত্তৰ গোটেইখন সঞ্চয়িতাই মুখস্থ আছিল।

ডিনদেউইঁতৰ ঘৰলৈ বুদ্ধিজীৱী প্ৰগতিবাদী তৰুণ ছামৰ ভিতৰত অজিৎ বৰুৱাও গৈছিল। বৰুৱা তেতিয়া বোধহয় কটনৰ ছাত্ৰ, অতি সাধাৰণ পোছাক পৰিচ্ছদ, মোৰ যতদূৰ মনত পৰে তেৰোঁ যুৱক কংগ্ৰেছৰ এজন নেতা আছিল। অজিৎ বৰুৱা ডিনদেউইঁতৰ বৰ প্ৰিয়পাত্ৰ আছিল। ডিনদেউৱে মোৰ আগত অজিৎ বৰুৱাৰ মেধাৰ খুব প্ৰশংসা কৰিছিল।

কমল নাৰায়ণ দেৱৰ দৰে ভোলানাথ স্বভাৱৰ মানুহ মই জীৱনত খুব কমেই লগ পাইছোঁ। যৈণীয়েকক উচ্ছ্বাসেৰে কিবা এটা ক'ব— 'আৰে.ভাই নলিনী' বুলি হয়তো পিঠিতে চাপৰ এটা মাৰি দিব। একেবাৰে পণ্ডিতৰ সৰলতা। তেনেকুৱা পণ্ডিতৰ ঘনিষ্ঠ সংস্পৰ্শলৈ জীৱনত সেই প্ৰথম আহিছিলোঁ। এটা সৰু কোঠালীত তেওঁ পঢ়াশুনা কৰি থাকে—সংস্কৃত ভাষাত উপনিষদ পঢ়া মানুহজনে মোক এবাৰ কৈছিল—জীৱনত ইমান কিতাপ পঢ়িলোঁ, উপনিষদৰ দৰে ইমান গভীৰ কিতাপ এখন আৰু পঢ়া নাই। তেৱেঁই মোক প্ৰথম উপনিষদৰ দত্ত, দয়াধ্বম, দম্যতে এই শব্দ কেইটাৰ লগত পৰিচিত কৰি দিছিল। 'জয়ন্তী'ৰ বেটুপাতত লেখা থাকিছিল—'চৰৈবেতি।' সৰু কোঠালীটো কিতাপেৰে ঠাহ খোৱা, তেওঁ দোকানৰ পৰা কিনি অনা কাগজৰ ঠোঙাৰ পৰা কেঁচা বুট উলিয়াই গলিয়াই গলিয়াই খাই থাকে আৰু কিতাপ পঢ়ি থাকে। মই গ'লে মৰমেৰে ওচৰলৈ মাতে—'আহ আহ, বুট খা।' মই কওঁ,— 'মোৰ এই কেঁচা বুটবোৰ খাবলৈ একো গৰজ পৰা নাই— আপোনাক নো কোনেও বুট কেইটা ভাজিও দিব নোৱাৰেনে?'

মোৰ ধাৰণা, ডিনদেৱে মোক খুব মৰম কৰিছিল। সৰু ছোৱালী বুলি পাত্তা নিদিয়াকৈ থকা নাছিল। মোক নানা জ্ঞান-বিজ্ঞানৰ কথা কৈছিল। এদিন তেওঁৰ জানো কি খেয়াল হ'ল, মোৰ হিন্দীৰ বহীখন টানি নি বাওঁহাতেৰে লেখিব ধৰিলে—হাজাৰ বছৰ ধৰে আমি পথ হাঁটিতেছি... এনেকৈ বাওঁহাতেৰে, বেয়া আখৰেৰে মোৰ বহীত গোটেই কবিতাটোৱে লেখি দিলে—আৰু ক'লে— 'বঙ্গদেশৰ জীৱনানন্দ দাস নামৰ কবি এজনে এই বনলতা সেন' নামৰ কবিতাটো লেখিছে—এনেকুৱা কবিতা মই আৰু আজিলৈকে পঢ়া নাই....।' মূৰ্খ মই, সেই বহীখন সযতনে ৰাখি থ'ব লাগে বুলি জানিও, থৈয়ো, পিছত যে ক'ত হেৰুৱালোঁ ক'ব নোৱাৰোঁ।

তথাপি কমল নাৰায়ণ দেৱৰ হাতৰ লেখা মোৰ হাতত আছে, সোঁহাতেৰে অতি ধুনীয়া অসমীয়া আখৰেৰে লেখা। আগতেই কৈছোঁ যে টি, চি, স্কুলত নাম লগোৱাৰ পিছত মই আকৌ আলোচনী উলিয়াইছিলোঁ, নাম দিছিলোঁ 'অসম গৌৰৱ।' এদিন সেইখন নি ডিনদেউৰ হাতত দি পঢ়ি চাই পকাবন্ধা বহীৰ আলোচনীৰ পিছৰ খালী পৃষ্ঠাবোৰৰ এটাত কিবা এটা মন্তব্য দিবলৈ অনুৰোধ কৰিলোঁ। সেই আলোচনীখন এই মুহূৰ্তত মোৰ হাতত নাই বাবে লেখাখিনি উদ্ধৃত কৰি দিব নোৱাৰিলোঁ, যতদূৰ মনত পৰে তেওঁ লেখা কথাখিনিৰ প্ৰথম শাৰীটো আছিল এই: 'ছাত্ৰীৰ এনে কৰ্ম মোৰ আদৰৰ বস্তু....।' তেওঁ কিন্তু আলোচনীৰ এনে অদ্ভুত নামটোৰ বিৰুদ্ধে আপত্তি জনাইছিল, লগতে কিছুমান পৰামৰ্শও আগবঢ়াইছিল।

## ৪

এইখিনিতে নলিনী বাইদেউৰ কথাও অলপ কোৱা উচিত হ'ব। দক্ষিণ কামৰূপৰ ৰামপুৰৰ জীয়ৰী নলিনী বাইদেউ আছিল বৰ সাহসী ছোৱালী। তেওঁ ক'ত কেনেকৈ কমল নাৰায়ণ দেৱৰ লগ পালে সেই কাহিনী মই নাজানো, হিন্দী পঢ়িবলৈ যাওঁতে নিশ্চয় লগ পাইছিল। তাৰ পিছত ডিনদেউ ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ চাকৰিত গুৱাহাটীলৈ আহোঁতে দুয়ো গুৱাহাটীত সংসাৰ পাতিছিল। তেওঁৰ সাহসৰ ঘটনা এটা আজিও মনত পৰে। তেতিয়া যুদ্ধ চলি আছিল, গুৱাহাটী চহৰত ব্লেক-আউটো চলি আছিল, তেনে অৱস্থাত কাৰ জানো চখ হ'ল—সন্ধিয়া চিনেমা এখন চাবলৈ যায়। ভট্টদা আছিল বেচ ৰক্ষণশীল, তেওঁ গাভৰু ছোৱালীক লৈ এনেকৈ চিনেমা চাবলৈ যোৱাটোত আপত্তি দর্শাইছিল, চিনেমা হলত মিলিটাৰী থাকিবই, গতিকে নিৰাপত্তা নাথাকিব। কিন্তু সংখ্যাগৰিষ্ঠৰ মতামতৰ আগত তেওঁৰ কণ্ঠ ক্ষীণ নহ'লেও ডুবি যাবলৈ বাধ্য হ'ল। মুখ গোমোঠা কৰি তেওঁ ওলাল। দলটোত আছিলোঁ মই, লীলা, নলিনী বাইদেউ, ডিনদেউ আৰু ভট্টদা। ভট্টদাৰ বাবেই আমাৰ চিনেমা চোৱা নহ'ব বুলি লীলা আৰু মোৰ কি খং—আমিতো সহজে চিনেমা চোৱাৰ সুযোগ নাপাওঁ, এই 'বুঢ়া' মনৰ মানুহজনৰ বাবেই আমাৰ চিনেমা চোৱা প্ৰায় বন্ধ হৈ গৈছিল। ৰাস্তাত ডবি দিও কিন্তু ভট্টদাই ভোৰভোৰাবলৈ এৰা নাছিল—লীলা আৰু মই ডাঙৰ সকলৰ পিছে পিছে গৈ থাকি ভট্টদাক যে কেনেকৈ মুখ ভেঙুচাই গৈ নাথাকিছিলোঁ। যি হওঁক, কেলভিন হলত চিনেমা চালোঁ, প্ৰায় গোটেই হলটোৱেই মিলিটাৰীৰে ভৰা, ভট্টদাৰ আৰু খং উঠিছিল। চিনেমা শেষ হোৱাত সকলো ওলাই আহিছোঁ—হঠাৎ দেখোঁ এটা অদ্ভুত দৃশ্য—নলিনী বাইদেউৰ কান্ধত জীয়েক মনি, বেচেৰী অকণমানি ছোৱালীজনী শুই পৰিছে, নলিনী বাইদেৱে তাইক এহাতেৰে মেৰিয়াই ধৰিছে আৰু আনখন হাতেৰে হলৰ পৰা তেওঁৰ ঠিক আগে আগে ওলাই অহা সৈন্য এজনৰ পিঠিত চপৰিয়াই আছে আৰু মুখেৰে কৈ আছে— মৰ চালা, মৰ চালা....পিছে তিৰোতাৰ হাতত প্ৰহৃত হোৱাৰ অপমান আৰু বেটি সময় নুভুগি সৈন্য বেচেৰা লৰালৰিকৈ ভিৰৰ মাজত অদৃশ্য হৈ গ'ল। দৃশ্যটোত মোৰ আৰু লীলাৰ উকটি উকটি হাঁহি উঠিল। সেই কম পোহৰত ভট্টদাৰ মুখমণ্ডলে কি ভীষণ আকৃতি ধাৰণ কৰিছে বুজিব নোৱাৰিলোঁ। কিন্তু ডিনদেৱে অসহায়ভাৱে সুধিছিল— কি হ'ল? উত্তৰত বাইদেৱে বেচ গালি দিছিল—ইমান সৈন্যৰ মাজত বহি চিনেমা চাইছোঁ, আপুনি ওলাবৰ সময়ত আমাৰ প্ৰতি অলপ খেয়াল ৰাখিব নালাগিছিল নে? কি খেয়াল ৰাখিব, তেওঁ যে আপোন-ভোলা মানুহ।

আমি হিন্দী স্কুলৰ ছাত্ৰীসকলক লৈ, বাইদেৱে দ্বিজেন্দ্ৰ লাল ৰায়ৰ 'চাহজাহান' নাটকখন হিন্দীত কৰাইছিল, কামৰূপ একাডেমী স্কুলত আমাৰ সেই নাটক হৈছিল। লীলা হৈছিল

নুৰজাহান আৰু মই হৈছিলোঁ নুৰজাহানৰ জীয়েক লায়লা ; মই খুস্রুও হৈছিলোঁ, খুস্রুৱে বিলাপ কৰি কান্দিব লাগে, মই হাতত মনে মনে এটা পিয়াঁজ লৈ লৈছিলোঁ, কায়দা কৰি চকুত চেপি লৈ চকুপানী উলিয়াই বুলি। কিন্তু ষ্টেজত উঠি, খুস্রুৰ বিলাপ আৰম্ভ কৰাৰ পিছত মই চৰিত্ৰটোৰ লগত ইমান একাত্ম হৈ গ'লো যে পিয়াঁজৰ প্ৰয়োজনেই নহ'ল, এনেয়ে মোৰ চকুৰ পৰা সৰসৰকৈ পানী ওলাবলৈ ধৰিলে।

আমাৰ নাটক খুব সফল হৈছিল বুলি শুনিছিলো।ভবানন্দ দত্তই মোক পিঠিত চপৰিয়াই প্ৰশংসা কৰিছিল। অৱশ্যে লীলাৰ অভিনয় বোধহয় সৰ্বশ্ৰেষ্ঠ হৈছিল। আমাৰ পিছত কোনোবা অসমীয়া ছাত্ৰ-ছাত্ৰীয়ে এনেকৈ হিন্দী নাটক কৰিছে নে নাই নাজানো।

কিন্তু হায়, হিন্দী নাটক কৰিলোঁ, প্ৰৱেশ পৰীক্ষা পাছ কৰিলোঁ, কিন্তু আজিলৈকে মই নোৱাৰো সলসলীয়াকৈ হিন্দী পঢ়িব, নোৱাৰো ক'ব।

এতিয়া পুণৰ কমল নাৰায়ণ দেৱৰ কথালৈ অহা যাওক।

কমল নাৰায়ণ দেৱৰ ষ্টাডিত সোমাই মই এদিন ক'লো—ভিনদেউ, মোক পঢ়িবলৈ কিবা এখন কিতাপ দিয়ক না। তেওঁ কৈছিল— মোৰ ইয়াত ইমান কিতাপ, তোৰ পঢ়াৰ কিহৰ অভাব। মই উত্তৰত কৈছিলোঁ—কিন্তু আপোনাৰ এই টান টান কিতাপবোৰ মই কেনেকৈ পঢ়িম। water, water everywhere, not a drop to drink....তেওঁ তেতিয়া প্ৰশংসাৰে মোৰ পিঠিত চপৰিয়াই কৈছিল— বা : ইনটেলিজেন্ট ছোৱালী।

কমল নাৰায়ণ দেৱ খুব গান্ধীৰ বিৰুদ্ধ আছিল, মোক কৈছিল— এই মানুহজনে আমাৰ দেশক পিছলৈ টানি নিছে।

এদিন মোৰ এই মৰম আৰু শ্ৰদ্ধাৰ ভিনদেউ টাইফয়েড বেমাৰত পৰিল। মই বোধহয় তেতিয়া অষ্টম মানৰ ছাত্ৰী। প্ৰথমতে যমে মানুহে টনাটনি চলা যুদ্ধত যমৰে পৰাজয় হোৱা যেন লাগিছিল, মানুহজন সুস্থ হৈ উঠিব ধৰিছিল, আমাৰ ঘৰত তেতিয়া পিতাই গৰু পুহিছিল, মই ভিনদেউক সেই সময়ত ঘৰৰ গৰুৰ গাখীৰ সদায় অলপ দিয়াৰ ব্যৱস্থা কৰিছিলোঁ। সেই সময়ত এদিন গৈ দেখোঁ বিচনাত তেওঁ এজাপ চিঠি লৈ বহি আছে। মোক দেখি তেওঁ ক'লে—"অমুক আলোচনীত যে মই 'ব্যাভিচাৰ তেৰা নাম নাৰী হ্যায়,' লিখিছিলোঁ তাৰ উত্তৰত বহুতো তিৰোতাই মোক আক্ৰমণ কৰি চিঠি দিছে। মই যে কেতিয়া সুস্থ হৈ উত্তৰ দিওঁ ক'বই পৰা নাই, গাটো খুব দুৰ্বল লাগি থাকে..."

মাজতে কিবা কাৰণত মই কিছুদিন ভিনদেউৰ খবৰ ল'বলৈ যাব পৰা নাছিলোঁ, তেওঁৰ টাইফয়েড 'বিলাপছ' কৰিছিল—যিটো বৰ বেয়া লক্ষণ। মাত্ৰ দুদিনমান যোৱা নাছিলোঁ, তাৰ মাজতে শুনিলোঁ— কমল নাৰায়ণ দেৱৰ মৃত্যু হ'ল।

মোৰ তেতিয়ালৈকে সেই কম বয়সীয়া জীৱনত দুটাই গভীৰ মৃত্যু শোক পাইছিলোঁ, মই এম, ই, পঢ়ি থাকোঁতেই মোৰ বাইদেৱে মৃত ছোৱালী এজনীক জন্ম দি নিজেও মৃত্যু মুখত পৰিছিল, আৰু এতিয়া এই দ্বিতীয়টো মৃত্যু শোক পালোঁ।

কমল নাৰায়ণদেৱ ১৯৩৮ চনতে অসমলৈ হিন্দী প্ৰচাৰৰ বাবে আহিছিল। মৃত্যু হৈছিল ১৯৪৬ চনৰ ৪ ছেপ্তেম্বৰত। জয়ন্তীত তেওঁ চটাই পৰেৰত আৰু ছিৰি লুইতৰ প্ৰবন্ধ লেখিছিল। মহেশ্বৰ নেওগ দুই সম্পাদকৰ (কমল নাৰায়ণ, চক্ৰভট্ট) অনুপস্থিতিত এটা সংখ্যা জয়ন্তীৰ

সম্পাদক হৈছিল।

কমল নাৰায়ণ দেৱৰ যদি নামৰ ছোৱালী এজনী আছিল বুলি আগতেই উল্লেখ কৰিছোঁ ইয়াৰ পিছত উজানবজাৰৰ সেই ঘৰখন থানবান হৈ গ'ল। পিছত শুনিছিলোঁ— নলিনী বাইদেৱে কলিকতাত কোনোবা বঙালী ভদ্ৰলোকক বিয়া কৰাইছে আৰু লীলাবো বঙালী মিলিটাৰী অফিচাৰৰ লগত বিয়া হৈছে।

অতীতৰ বহুত কথাই পাহৰি গৈছো। কিন্তু কমল নাৰায়ণ ডিনদেউৰ সংস্পৰ্শলৈ অহা মোৰ সেই উৎসাহ, আনন্দ আৰু অনুপ্ৰেৰণাৰ দিনবোৰ এতিয়াও ইমান সজীব হৈ আছে! "So sad so fresh the days that are no more!"

মই এতিয়া অতীত স্মৃতি ৰোমন্থন কৰি থকাৰ সময়ত কেতিয়াবা ভাবোঁ— ডিনদেৱে বাৰু 'ব্যভিচাৰ তেৰা নাম'... প্ৰবন্ধটো কিয় লিখিছিল? তাৰ বিষয়বস্তু বাৰু কি আছিল? তেহি নো দিবসা : গত :

৫

তাৰিণী চৌধুৰী স্কুলত দশম মান শ্ৰেণীলৈ উঠাৰ পিছত আমাৰ পিতা ডিব্ৰুগড়লৈ বদলি হ'ল। তেওঁ খলিহামাৰিত স্বৰ্গীয় বিনন্দি মেধীৰ (ড: জ্যোতি মেধীৰ দেউতাক) ঘৰটো ভাড়া লৈ আমাক লৈ গ'ল। তেতিয়া মোৰ ওপৰৰ বাইদেউ গৰাকীৰো নৱম মান শ্ৰেণীত থাকোতেই বিয়া হৈ গৈছে। গতিকে মোৰ ভাই দুটা আৰু ভনীজনী আৰু মোক ডিব্ৰুগড়ৰ স্কুলত ভৰ্তি কৰোৱা হ'ল, কিন্তু ইমানদিন গুৱাহাটীৰ স্কুলত পঢ়ি মোৰ তাৰ স্কুলত পঢ়িবলৈ একেবাৰে মন যোৱা নাছিল। সেই স্কুল এৰাৰ সুযোগো ওলাল। টি চি স্কুলৰ প্ৰধান শিক্ষয়িত্ৰী ইন্দিৰা বাইদেৱে পিতাক চিঠিৰে বৰকৈ অনুৰোধ কৰিলে যে মোক পুনৰ টি চি স্কুললৈ পঠাই দিব লাগে তাত এতিয়া হোষ্টেলো আছে আৰু তেখেতো তাত সপৰিয়ালে থাকে, গতিকে মোৰ কোনো অসুবিধা নহয়। কথাটো শুনি মোৰ গা সাতখন আঁঠখন লাগিল, পিতাক কাবৌ কাকুতি কৰিবলৈ ধৰিলোঁ, মোক টি চিলৈ উভতি যাবলৈ অনুমতি দিয়ক। পিতা অৱশেষত ৰাজী হ'ল আৰু মোৰ লগতে মোৰ ভনী অনুপমাকো পঠাই দিলে।

টি চি স্কুলখন নতুনকৈ প্ৰতিষ্ঠা হোৱা স্কুল, মই দশমমান শ্ৰেণীৰ প্ৰথম ছাত্ৰী, গতিকে মোক হেৰুৱালে স্কুলখনৰ সম্ভাব্য সুনাম কিঞ্চিৎ ক্ষতি হোৱাৰ আশংকা।

পৰম উৎসাহেৰে উভতি আহিলোঁ হয়— কিন্তু বহুত অসুবিধাৰ সন্মুখীন হ'ব লগীয়া হ'ল। হোষ্টেল মানে খেৰ বাঁহৰে সজা ঘৰটোৰ এটা কোঠা আমাৰ দুই বাইভনীক দিয়া হ'ল— য'ত পঢ়া-থকাৰ লগতে আমি নিজৰ ভাত নিজে ৰান্ধিও খাব লাগিব। টি চি স্কুলৰ আমি দুয়ো প্ৰথম হোষ্টেলৰ ছাত্ৰী হোৱাৰ ৰেকৰ্ড ৰাখি তেনেকৈয়ে থাকি গ'লো। এটা ইক্‌মিক্ কুকাৰ কিনি আনি স্কুললৈ যাবৰ পৰত ভাত কেইটা বহাই থৈ যাওঁ আৰু টিফিনৰ সময়ত আহি লৰালৰিকৈ খাওঁ— কেতিয়াবা ভাত চাউল হৈ থাকে। পিছে কষ্টক কষ্ট নোবোলাৰ শিক্ষা যেতিয়া পাইছিলোৱে এই কষ্টও সহজে মানি ললোঁ। পঢ়াশুনাৰ বাবে খুব বেছি সময় নাপাইছিলোঁ। লগতে আৰু এটা কথা, পাঠ্যপুথিৰ প্ৰতি মোৰ সদায়ে খুব অনীহা; গল্পৰ কিতাপৰ নিচাই মোক এনেকৈ আচ্ছন্ন কৰি ৰাখে যে স্কুলৰ কিতাপত মন:সংযোগ কৰা যথেষ্ট টান হৈ পৰে। মই আৰু এটা ভুল কাম কৰিছিলোঁ, অংকত মোৰ সামান্য বুদ্ধিও নাছিল, কিন্তু চোকা ছোৱালীয়ে সাধাৰণ অংকৰ উপৰিও অতিৰিক্ত অংক লোৱাটোও সচৰাচৰ নিয়ম, সেয়ে মই গাৰ্হস্থ্য বিজ্ঞান আৰু সাধাৰণ বিজ্ঞান নলৈ দুয়োবিধ অংকই লৈছিলোঁ। এতিয়াৰ দৰে আমাক সকলো সময়তে টিউটৰ ৰাখি দিয়াৰ নিয়মো নাছিল। যি নহওক, মই বলে নোবোৱা এই দুবিধ বিষয়ৰ বোজা লৈ মেট্ৰিক পৰীক্ষাৰ পিনে খোৱাই খোৱাই আগবাঢ়িছিলোঁ।

দশম মান শ্ৰেণীত আলোচনীখন উলিওৱা বন্ধ কৰিছিলোঁ যদিও ছাত্ৰী মঙ্গল সমিতিৰ ইটো সিটো কামত ৰেণুকা আৰু মই ব্যস্ত হৈ থাকিব লগীয়া হৈছিল। টি চি স্কুলত পঢ়া

কালডোখৰত পঢ়াতকৈ বাহিৰা নানা কামতে বেছি ব্যস্ত হৈ আছিলোঁ—আৰু সেয়ে হয়তো ডিব্ৰুগড়ৰ পৰা গুছি আহিবলৈ ব্যাকুল হৈ পৰিছিলোঁ। ইয়াৰ আগতে টি চি স্কুলৰ আৰ্থিক অৱস্থা টনকিয়াল কৰিবলৈ ছাত্ৰী সকলৰ দ্বাৰা এখন নাটক কৰাই কুমাৰ ভাস্কৰ নাট্য মন্দিৰত প্ৰদৰ্শন কৰা হৈছিল। নাটকখন আছিল 'শকুন্তলা', নাম ভূমিকাত অভিনয় কৰিছিল সূৰ্য ভূঞা দেৱৰ কন্যা কমলাই, মই হৈছিলোঁ বিশ্বামিত্ৰ। স্বৰ্গীয় গিৰিজা বাইদেৱে আমাক বুঢ়ীবাইদেউৰ (পিছলৈ দেৱকান্ত বৰুৱাৰ পত্নী) ঘৰত ৰিহাৰ্চেল কৰাইছিল। গিৰিজা বাইদেউ গানত অভিনয়ত বৰ পাৰদৰ্শী মহিলা আছিল। পঢ়ুৱাইছিল খুব ভাল। এই গিৰিজা বাইদেউৰে বাইদেৱেক গৌৰীপ্ৰভা বাইদেউ টি চি স্কুলৰ শিক্ষয়িত্ৰী আছিল। দুয়োগৰাকী বাইদেউ খুব জনপ্ৰিয় আছিল, অৱশ্যে গিৰিজা বাইদেউৰ অনুশাসন কঠোৰ আছিল বাবে তেখেতক ছাত্ৰীবোৰে খুব ভয়ো কৰিছিল।

যি হওক, ৰিহাৰ্চেলৰ সময়খিনি খুব মধুৰ আছিল। এদিন তেনেকৈ ৰিহাৰ্চেল কৰি থকাৰ সময়ত বেছ আমোদ জনক ঘটনা এটা ঘটিছিল। চপলা ভূঞা নামৰ (এতিয়া চপলা বৰুৱা, জিলা সমাজকল্যাণ বিষয়া, অভিনেতা আৰু পৰিচালক ধীৰ ভূঞাৰ বায়েক) ছোৱালী এজনী দুৰ্বাসা হৈছিল, তেওঁ শকুন্তলাক অভিশাপ দিব লাগে এই বুলি, 'গৰ্বিনী, তোৰ গৰ্ব ধ্বংস হ'ব।' কিন্তু চপলাই কথাখিনি নুবুজিলেই নে মুখৰ পৰা ভুলকৈ ওলাই গ'ল নাজানো, ফচ্ কৰে বচন আওৰাই দিলে এই বুলি— 'গৰ্ভিনী, তোৰ গৰ্ভ ধ্বংস হ'ব।' সকলোৰে মাজত হাঁহিৰ ৰোল উঠিল।

এই চপলাৰ লগত বাল্যকালত মোৰ বহুতো মধুৰ সময় অতিবাহিত হৈছিল। প্ৰাণ প্ৰাচুৰ্যেৰে ভৰা ৰঙিয়াল এই ছোৱালীজনীৰ লগত ব্ৰহ্মপুত্ৰৰ বালিত গৈ ঢপলিয়াইছিলোঁ, বালিত নাদ খান্দি পানী উলিয়াইছিলোঁ, উৰ্বশীলৈ গৈছিলো— আৰু ক'ত ধৰণৰ এড্ভাঞ্চাৰেই যে কৰা নাছিলোঁ। চপলাহঁতৰ বাৰীত আম, জাম, লিচু, মধুৰিয়ামৰ গছ আছিল, গছত উঠি সেই লিচু আৰু মধুৰিয়ামৰ কিমান যে সদব্যৱহাৰ কৰিছিলোঁ! চপলাৰ মাকো আমাৰ মাৰ বন্ধু আছিল, হাঁহি মুখীয়া মৰমিয়াল মানুহজনীৰ মুখখন এতিয়াও চকুৰ আগত ভাহি উঠে। চপলাৰ পিছৰ জীৱনটোও অতি বৈচিত্ৰ্যময় আৰু সংঘাত পূৰ্ণ। কিন্তু জীৱনৰ ওচৰত তেওঁ হাৰ মানি যোৱা নাই। স্কুলৰ ভিন্নমুখী সোঁতত দুয়ো দুফালে সাতুৰি গৈছিলোঁ। বহুত বছৰৰ মুৰত চপলাক দুটা বেলেগ বেলেগ পৰিবেশত লগ পাইছিলোঁ—প্ৰথমতে শ্বিলঙৰ চেনাটৰিয়ামত, দ্বিতীয়তে শান্তি নিকেতনত। প্ৰথমবাৰ লগ পাওঁতে চপলা আছিল গৃহিণী, মই কলেজৰ ছাত্ৰী, দ্বিতীয়বাৰ ময়ো ছাত্ৰী, চপলাও ছাত্ৰী। মই তেতিয়া কলিকতাত এম, এ, পঢ়ি আছিলোঁ, 'বসন্ত উৎসৱ' চাবলৈ সেইবাৰ হোষ্টেলৰ বন্ধুসকলৰ লগত শান্তিনিকেতনলৈ গৈছিলোঁ। পুৱাৰ ৰংমেল্যাৰ অনুষ্ঠান আৰম্ভ হৈছিল— এদল তৰুণ-তৰুণীয়ে প্ৰাচীন ৰীতিৰ সাজ সজ্জা কৰি ৰবীন্দ্ৰ সংগীতৰ সুৰে সুৰে নাচি নাচি ফাঁকু গুৰি ছটিয়াই ছটিয়াই সমবেত বাইজৰ ওচৰলৈ, আম্ৰকুঞ্জলৈ আগবাঢ়ি আহি আছিল। হঠাতে দৃষ্টি থৰ লাগিছিল— সেয়া চপলা নহয়নে? লয়লাস গতিত তায়ো নাচি নাচি আহি আছে! পিছত চপলাক সাধাৰণ অৱস্থাত লগ পাইছিলোঁ আৰু তাইৰ জীৱনৰ সংঘাতপূৰ্ণ কাহিনী শুনিছিলোঁ। কিন্তু সেই প্ৰসংগৰ এতিয়া ইয়াতে সামৰণি মাৰিলোঁ। কিন্তু চপলাই নিজৰ জোৰতে আজি

এক দায়িত্বপূৰ্ণ পদত অধিষ্ঠিত হৈ আছে— তাৰ শলাগ নলৈ নোৱাৰোঁ।

পুণৰ টি, চি, স্কুলৰ সেই খেৰ বাঁহৰ স্কুলঘৰ আৰু মোৰ হোষ্টেলৰ জীৱনলৈ উভতি যোৱা যাওক।

হোষ্টেল মানে বন্দীশাল বুলি মাজে মাজে অনুভৱ কৰিবলৈ বাধ্য হৈছিলোঁ। স্বাধীনভাৱে অকলে ক'লৈকো যাবলৈ দিয়া নহয়, 'ভিজিটিং আৱাৰ'ত কেৱল ঘৰৰ পৰা অনুমোদিত আত্মীয় স্বজন, বন্ধু-বান্ধৱক হে আহিবলৈ দিয়া হয়। চিঠিপত্ৰ খুলি চোৱা হয়। নাজানো এই নিয়মবোৰ এতিয়াও স্কুলৰ হোষ্টেলবোৰত বাহাল আছে নে নাই।

এনে অৱস্থাৰ বিৰুদ্ধে যুঁজিবলৈ গ'লে বিদ্ৰোহ কৰা হয়। মই সেই বিদ্ৰোহ কৰিছিলোঁ। আমাৰ স্কুলৰ ছেক্ৰেটাৰী আছিল স্বৰ্গীয় ডা: ঘনশ্যাম দাস। বৰ কঢ়া প্ৰকৃতিৰ লোক। এই কথা লৈ মোৰ লগত এবাৰ তেখেতৰ ভীষণ তৰ্ক লাগিছিল। শেষত খঙত তেখেতে চিঞৰি উঠিছিল—'Shut up!' মই উত্তৰ দিছিলোঁ— 'অন্যায়ৰ প্ৰতিবাদ কৰিবলৈ যাওঁতে মই মুখ বন্ধ নকৰোঁ।' এতিয়া ভাবিলে মোৰ বৰ আমোদ লাগে, টি, চি— স্কুলৰ মোক লৈ বোধহয় বৰ সমস্যা হৈছিল মই অবাধ্য, দুৰ্বিনীত অথচ মোক এৰিবও নোৱাৰে, নতুন স্কুলৰ আশা ভৰষাৰ স্থল!

মোৰ বিদ্ৰোহ আৰম্ভ হৈছিল—ছাত্ৰ ফেডাৰেচনৰ হেনা মজুমদাৰ (এতিয়া বৰা), অঞ্জলি দাস(এতিয়া লাহিড়ী) আদিৰ লগ লাগি কম্যুনিষ্টৰ দৰে ভয়ংকৰ দল এটাৰ সংশ্ৰৱ ৰখাৰ ক্ষেত্ৰত। সেই সময়ত বেছি ভাগ ছাত্ৰ-ছাত্ৰীয়ে ষ্টুডেন্ট কংগ্ৰেছেই কৰিছিল, ছাত্ৰ-ফেডাৰেচনলৈ খুব বেছি বিশ্বাসৰ জোৰ নাথাকিলে সাধাৰণ ছাত্ৰ-ছাত্ৰী নাহিছিল। তেতিয়াও ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰা নাছিল। কম্যুনিষ্ট সকলক পিপলছ্ ওৱাৰ কথাটোৰ বাবেতো অপাংক্তেয় কৰি থোৱা হৈছিলেই। সেই সময়ত অৱশ্যে নেতাজী সুভাষ বসুৰ 'ভাৰতীয় জাতীয় সৈন্য বাহিনী'ৰ আদৰ্শয়ো প্ৰাণত জোকাৰণি তুলিছিল। টি, চি, স্কুলৰ পৰা প্ৰকাশ কৰা হাতে লিখা দুখন আলোচনীতে যথাক্ৰমে নেতাজীৰ আৰু লক্ষ্মী স্বামীনাথনৰ (মহিলা শাখাৰ সৰ্বাধিনায়িকা) দুখন ছবিৰে মই বেটুপাত দুখন সজাইছিলোঁ। প্ৰসংগক্ৰমে মনত পৰিল লোকসভা নিৰ্বাচনত উত্তৰ প্ৰদেশৰ পৰা যি একমাত্ৰ টি, পি, এম, প্ৰাৰ্থী নিৰ্বাচিত হৈছে, সেই সুভাষিণী আলি হেনো লক্ষ্মী স্বামীনাথনৰ কন্যা।

সি যি কি নহওক, মোৰ এই ৰাজনৈতিক আদৰ্শ আৰু স্বাধীন মনোবৃত্তি কংগ্ৰেছৰ সক্ৰিয় সদস্য ডা: দাসৰ একেবাৰে সহ্য হোৱা নাছিল আৰু মোৰ প্ৰতি বিতুষ্ট হৈ পৰিছিল। তথাপি সংঘৰ্ষৰ মাজেৰেই স্কুলৰ জীৱন আগবাঢ়ি গৈ আছিল, আমাৰ ছাত্ৰ একতা সভা, ছাত্ৰী মঙ্গল সমিতিৰ সভানেত্ৰী আৰু সম্পাদিকা, মই আৰু ৰেণুকা (তেওঁ ছাত্ৰ কংগ্ৰেছৰ সদস্য আছিল) দুয়ো ৰাজনৈতিক ভাৱে ভিন্ন আদৰ্শৰ হ'লেও কাম-কাজত কোনো সংঘৰ্ষ হোৱা নাছিল। পিছে কাম মানে মাজে মাজে স্কুলত সমিতিৰ সভা পতা আৰু আলোচনী উলিওৱা— তাত সংঘৰ্ষৰ অৱকাশ থাকেই বা ক'ত?

এনেকৈয়ে এদিন মেট্ৰিক পৰীক্ষাৰ টেষ্টৰ সময় আহিছিল আৰু টেষ্ট পৰীক্ষা দি মই আৰু ভনীজনী ডিব্ৰুগড়লৈ উভতি গৈছিলোঁ, ভনীৰো বছৰেকীয়া পৰীক্ষা শেষ হৈছিল। নক'লেও হ'ব বোধহয় যে আমি দুয়ো বাঢ়ি বাঢ়ি খায়ে পৰীক্ষা দিছিলোঁ।

৬

মেট্ৰিক পৰীক্ষাৰ বাবে সাজু হ'ব লগা হ'ল। মই পৰীক্ষাৰ চেন্টাৰটো ইতিমধ্যে ডিব্ৰুগড়লৈ সলনি কৰি লৈছিলোঁ আৰু নিজৰ ঘৰতে বহি পঢ়াশুনা আৰম্ভ কৰিছিলোঁ। ইমানদিনে প্ৰাইভেট টিউটৰৰ ওচৰত পঢ়ি পোৱা নাছিলোঁ—আমাৰ দিনত খুব কম ল'ৰা-ছোৱালীকেহে প্ৰাইভেট টিউটৰ ৰাখি দিয়া হৈছিল, কেৱল ফাইনেল পৰীক্ষাবোৰ আহিলে টোপৰ পিছত ঘৰতে শিক্ষক ৰাখি পঢ়োৱাৰ ব্যৱস্থা কৰা হৈছিল। মোকো তেনেকৈ ঘৰত পঢ়ুৱাৰ বাবে তেতিয়া ডিব্ৰুগড় কলেজত চাকৰি কৰা শ্ৰীসৰ্বেশ্বৰ গোস্বামীক নিযুক্ত কৰা হৈছিল(পিছত তেখেত ই,এ, চি, হৈছিল)। গোস্বামী ছাৰ খুব গহীন আছিল খুব ভালকৈ পঢ়াইছিলও। মই তেখেতক ভয় আৰু ভক্তি দুয়োটাই কৰিছিলোঁ। মোক তেখেতে সকলো বিষয়ৰ লগত বিশেষকৈ অংক আৰু সংস্কৃত পঢ়ুৱাইছিল; তেখেতৰ মুখত সদায় এটা অসন্তুষ্টিৰ ভাব লাগি থাকিছিল বাবে মই ভাবিছিলোঁ যে মোক পঢ়ুৱাই তেখেতে অলপো সুখ পোৱা নাই আৰু নাপাবৰো কথা—মই যে অংকত অতি কেঁচা।

যথাসময়ত মেট্ৰিক পৰীক্ষা হ'ল, অংকৰ দিনা বহুত উত্তৰ কৰিব নোৱাৰাত মোৰ গাল বাগৰি চকুপানীৰ ঢল নামিছিল। গোস্বামী ছাৰে মোক আৰু এটা সাৱধান বাণী শুনাইছিল—'ভালকৈ পঢ়িবা, শুনিছোঁ ডিব্ৰুগড়ৰ ছোৱালী হাইস্কুলত সৰোজ দত্ত নামৰ খুব চোকা ছোৱালী এজনী আছে তোমাক বিজ্ঞানৰ ক্ষেত্ৰত হকৰাই দিবও পাৰে....।' এই সৰোজ দত্তই মেট্ৰিকতো মোতকৈ ভাল কৰিছিলেই, পিছত আই, এছ, চি, পৰীক্ষাতো বিশ্ববিদ্যালয়ত প্ৰথম স্থান অধিকাৰ কৰিছিল। প্ৰায় দুবছৰৰ আগতে মৃত্যুৰ মুখৰ পৰা সৰোজ দত্ত প্ৰথমতে কটন কলেজৰ ফিজিক্সৰ অধ্যাপিকা হৈছিল আৰু পিছত এ, ডি, পি, আই হৈছিল।

সি যি কি নহওক, মেট্ৰিকৰ ফলাফল মই খবৰৰ কাগজৰ পৰাই গম পালোঁ— তেতিয়া ছাত্ৰ-ছাত্ৰীৰ সংখ্যা কম আছিল বাবে গোটেইবোৰ ৰোল নম্বৰেই ছপাই দিছিল। মই প্ৰথম বিভাগত পাছ কৰিলো আৰু বুৰঞ্জী আৰু সংস্কৃতত লেটাৰ পালোঁ। পিছত নম্বৰ অনাত গম পালোঁ মুঠ ৭৩% পালোঁ, তেতিয়া ষ্টাৰ পাবলৈ ৭৫% লাগিছিল। দুয়োবিধ অংকতে খুব কম নম্বৰ পাইছিলো। যিহওক—মোৰ বাবে এই ফলাফল আছিল অভাৱনীয় আনন্দৰ। সিদিনাই গোস্বামী ছাৰক লগ পাই মোৰ 'কৃতিত্ব'ৰ কথা ফুৰ্তিৰে জনালো। তেখেতৰ ছাত্ৰীৰ কৃতকাৰ্যতাত মুখত সন্তোষৰ হাঁহি নিবিবিচিল, কেৱল ওচৰত থকা বন্ধুজনক গহীন মুখেৰে ইংৰাজীত ক'লে— 'I expected more from her!' মই হতবাক আৰু সিদিনাই প্ৰথম গম পালোঁ যে গোস্বামী ছাৰৰ মোৰ মেধাৰ ওপৰত মই ভবাৰ বিপৰীত ধাৰণাহে আছিল।

ইয়াৰ পিছত মোৰ অনিচ্ছাতো ডিব্ৰুগড়ৰ কলেজত আই, এ, শ্ৰেণীত মোৰ নাম ভৰ্তি কৰাই দিয়া হৈছিল। তেতিয়া দাদা কলিকতাৰ পৰা আহি ডিব্ৰুগড়তে আছিলহি আৰু তেতিয়াও

এম, এছ, চি পাছ্ নকৰিও অস্থায়ী ভাবে ডিব্ৰুগড় কলেজত কাম কৰিছিল। দাদাই ক'লে যে মই আৰ্টছ্ পঢ়িলে ফলাফল ভাল কৰিব পাৰিম, সেয়ে ডিব্ৰুগড়ত ঘৰত থাকিয়ে ডিব্ৰুগড়ৰ কলেজত নাম লিখাই পঢ়িব লাগে। যথাসময়ত ডিব্ৰুগড়ৰ কলেজখনত (তেতিয়া বোধহয় ডিব্ৰুগড়ত এখন কলেজেই আছিল) মোৰ নাম ভৰ্তি হ'ল আৰু ক্লাছলৈ অহা-যোৱা কৰিবলৈ ধৰিলোঁ। কিন্তু কিছুদিন ক্লাছ্ কৰাৰ পিছত মই ঘৰত অশান্তি লগাবলৈ ধৰিলোঁ—কটন কলেজত ছাইন্স পঢ়িম বুলি কিমান আশা কৰিছিলোঁ, তাৰ বাবে দুবিধ অংকও ললো, সামগ্ৰিক ভাবে ফলাফলো ভাল কৰিলোঁ—এতিয়া ডিব্ৰুগড়ৰ কলেজত আৰ্টছ্ পঢ়াত মোৰ সেই স্বপ্নই চুৰমাৰ হৈ গ'ল। শেষত মোৰ অশান্তিত উত্যক্ত হৈ পিতাই মোক কটন কলেজত আই, এছ, চি, পঢ়িবলৈ পঠাই দিলে।

কটন কলেজক লৈ মোৰ যে কিবা ৰোমাণ্টিক কল্পনা আছিল তেনে নহয়। 'অসমৰ আটাইতকৈ প্ৰতিভাৱান ডেকাসকল' আৰু 'আটাইতকৈ সুন্দৰী' নহ'লেও আধুনিকা আৰু বুদ্ধিমতী ছোৱালীবোৰ কটন কলেজলৈ পঢ়িবলৈ যায়— এনে ধাৰণাই আছিল। গতিকে মোৰো কটন কলেজত নপঢ়িলে জীৱন অসাৰ্থক হৈ যাব।

কটন কলেজৰ কথা কোৱাৰ আগতে ডিব্ৰুগড়ত পঢ়া কলেজীয়া দিনবোৰৰ সোঁৱৰণ কৰি লওঁ—কাৰণ ডিব্ৰুগড়ৰ কলেজত মই স্বৰ্গীয় কবি যতীন দুৱৰাৰ অসমীয়া ক্লাছ কৰাৰ সুযোগ পাইছিলোঁ। যতীন দুৱৰাৰ কবিতাই তেতিয়া আমাক ৰোমাণ্টিক আবেশত মুগ্ধ কৰি ৰাখিছিল, গতিকে সেই কবিয়ে স্বয়ং কবিতা পঢ়ুৱাইছে—এক অভাৱনীয় অভিজ্ঞতা! তেখেতে ছন্দৰ তালে তালে গাটো সামান্য দোলাই আমাক কবিতা পঢ়ুৱাইছিল, তাৰ ৰসত মই অন্তত: মজি গৈছিলোঁ।

অৱশ্যে কবি দুৱৰায়ো মোৰ মনক ডিব্ৰুগড়ৰ কলেজত বান্ধি ৰাখিব নোৱাৰিলে, কটন কলেজৰ আহ্বান আছিল প্ৰবল।

কিন্তু এটা কথা, মোৰ ভৱিষ্যতক লৈ কোনো সুনিৰ্দিষ্ট লক্ষ্য নাছিল—অৰ্থাৎ কেৰিয়াৰ গঢ়াৰ কথা মই চিন্তাই কৰা নাছিলোঁ। ডাক্তৰী পঢ়াৰ কথা মই ভাবিবই নোৱাৰোঁ—বায়'লজি লৈ ভেকুলী কটা কিয়—ভেকুলী স্পৰ্শ কৰাৰ কথা ভাবিলেও গা জিকাৰ খাই উঠিছিল। তদুপৰি নিৰামিষ চলা ঘৰ এখনত হাঁহ্ পাৰ মুৰ্গী কটা-বছাৰ দৃশ্যটো দেখাই নাই, জীয়া মাছ্ ধৰি কটাও দেখা নাই। জীৱনত জীৱহত্যা কৰাৰ ভিতৰত কেৱল মই হত্যা কৰিছোঁ। মহৰ প্ৰসংগত ম'হলৈ মনত পৰিল। জীৱহত্যাৰ আমি ইমানেই ঘোৰ বিৰোধী আছিলোঁ যে দুৰ্গাপূজাৰ সময়ত আমাৰ ওচৰৰ উগ্ৰতাৰা দেৱালয়ত সপ্তমী, অষ্টমী, নৱমীত যেতিয়া যথাক্ৰমে হাঁহ- পাৰ, ছাগলী আৰু ম'হ্ বলি দিছিল তেতিয়াতো আমি কোনেও চাবলৈ যাব নোৱাৰিছিলোৱেই বৰং আন মাইকী মানুহ, লৰা-ছোৱালীয়ে সেই বলি কটাৰ দৃশ্য চাবলৈ হেতা-ওপৰা লগোৱাৰ ঘটনাত খুব বিস্ময় বোধ কৰিছিলোঁ। মায়ে এই কথা কৈয়ো আমাৰ মনত কৰুণা আৰু দুখ উদ্ৰেক কৰিছিল যে ম'হটোক বলি দিয়াৰ সময়ত বোলে খুব জোৰেৰে টানি আনিব লগা হয়, ম'হটোৱে বোলে তাৰ আসন্ন বলিৰ কথা বুজি পায় আৰু সেয়ে বোলে তাৰ দুগালেদি চকুলো বৈ আহে।

সি যি কি নহওক, কটন কলেজলৈ পঢ়িবলৈ গ'লো—পঢ়ি থকা এখন কলেজৰ পৰা

নাম কটাই, কলাৰ পৰা বিজ্ঞানলৈ সলনি কৰাৰ এই কাণ্ডটো কৰাৰ পিছত কোনো লক্ষ্য নাছিল। ডাক্তৰ নহওঁ, অধ্যাপিকা হ'বলেও যেন যোগ্যতা আৰ্জিব নোৱাৰিম (আমাৰ ছাত্ৰ জীৱনত কেইগৰাকী মহিলাই বা অধ্যাপিকা হৈছিল), স্কুলত শিক্ষকতা কৰিও যেন ক্লান্ত হৈ পৰিম আৰু বাহিৰা কিতাপ-পত্ৰ পঢ়াৰ সময় নেপাম— ইত্যাদি নানা চিন্তা বা দুশ্চিন্তা; কিন্তু সেইবোৰ কথা খুব গভীৰ ভাবেও ভবা নাছিলোঁ। বিয়াবাক কৰাই ঘৰ সংসাৰেই কৰিব লাগিব—মোৰ তেতিয়াৰ চিন্তাত এইটোৱে প্ৰাধান্য লাভ কৰিছিল। অথচ সৰুৰে পৰা মই এক হিছাপে বিবাহ-বিদ্বেষীও আছিলোঁ, অথবা মইতো মা-পিতাই পছন্দ কৰি দিয়া ল'ৰাক বিয়া কৰাব নোৱাৰোঁ—বিয়া কৰালে নিজেই পছন্দ কৰি কৰাব লাগিব, কিন্তু মই পছন্দ কৰিব পৰা কাৰোবাক আমাৰ অসমৰ সমাজত বিচাৰি পামনে? ইয়াৰ বিপৰীত কথাটোও কম প্ৰাধান্য পাবলগীয়া নহয়—মোক পছন্দ কৰিব পৰা কোনোবা ওলাবনে? এইবোৰ নানা চিন্তায়ো বোধহয় মোক বিবাহ-বিদ্বেষী কৰি তোলাত অৰিহনা যোগাইছিল। জীৱনটোত অইন ছোৱালীৰ দৰে সহজ সৰল গতানুগতিক পথত চলি যাবলৈ দিয়া মোৰ পক্ষে এইবাবেই কঠিন আছিল যে মোৰ আছিল অতি মজবুত স্বাধীন মন এটা— মোৰ জীৱনৰ সকলো সিদ্ধান্ত বহুত কম বয়সৰে পৰা মই অকলেই লৈ আহিছিলোঁ।

কটন কলেজলৈ পঢ়িবলৈ গৈ স্বাভাৱিকতেই আকৌ হোষ্টেল জীৱন-যাপন কৰিবলগীয়া হ'লো। তেতিয়া কটন ছাত্ৰী নিবাসৰ আজিৰ হোষ্টেলবোৰ নাছিল। ডা° সূৰ্য কুমাৰ ভূঞাৰ ঘৰৰ ওচৰতে ঘৰ এটা ভাড়া কৰি তাতেই ছাত্ৰী নিবাসটো স্থাপন কৰা হৈছিল, তাৰে ওচৰতে আন এটা ঘৰত সপৰিয়ালে থাকিছিল (ড:) শ্ৰীমতী কমলা ৰায়, কটন কলেজৰ বোটানীৰ অধ্যাপিকা। তেখেতেই এই হোষ্টেলটোৰ অধীক্ষিকা আছিল। এই মহিলা গৰাকীৰ কথা মনলৈ আহিলেই ওখ, বগা, অতি সুন্দৰ চেহেৰাৰ ছবিটো ভাহি উঠে। এনেকুৱা সুন্দৰ চেহেৰা সচৰাচৰ চকুত নপৰে। শুনিছিলোঁ- তেখেতৰ সুন্দৰী জীয়েক বীতা এয়াৰ হোষ্টেছ হৈছিল। কমলা বাইদেউ অসমীয়া আছিল, বিয়া কৰাইছিল বঙালী।

মই কিন্তু সেইটো হোষ্টেলত বেছি দিন থকা নাছিলোঁ। ছাত্ৰীবাৰীত থকা মিছনাৰী হোষ্টেল 'হোৱাইট মেমৰিয়েল'ত ভৰ্তি হৈছিলোঁ। হোষ্টেলটোৰ অতি সুন্দৰ পৰিবেশে মোৰ মন কাঢ়ি নিছিল। বিৰাট কম্পাউণ্ডত কাঠৰ চাং বঙলাত হোষ্টেলটো, চাৰিওফালে গছ-গছনি, ফুলনি, পুখুৰী, এক কথাত সেইখনহে মোৰ মনত স্বৰ্গপুৰী যেন লাগিছিল, কটন কলেজখন নহয়। এই হোষ্টেলটোত থকা কালত নানা অনুশাসন শিকিছিলোঁ কিন্তু সেইবোৰ সঁচায়ে প্ৰশংসনীয় আছিল। তেতিয়া অনুভৱ কৰিছিলোঁ (এতিয়াও সেই অনুভৱৰ ইতি পৰা নাই) —এই বিদেশীসকলৰ পৰা আমি বহুত গুণেই শিকিব লগা আছে। হোৱাইট মেম'ৰিয়েল হোষ্টেলৰ পটভূমিতে মই পিছৰ জীৱনত 'কেকটাছৰ ফুল' নামৰ উপন্যাস এখন লেখিছিলোঁ।

আমাৰ হোষ্টেলৰ তেতিয়াৰ চুপাৰিন্টেণ্ডেণ্ট আছিল মিছ্ বাৰ্ণাহাম, বয়স হ'লেও তেতিয়াও আছিল বেছ সুন্দৰী। পিছত অৱশ্যে তেখেত আমেৰিকালৈ গুচি গৈছিল আৰু তেখেতৰ ঠাইত মিছ্ নিকলছ আহিছিল। মিছ বাৰ্ণাহাম হাঁহিমুখীয়া আছিল, অৱশ্যে কঠোৰ নিয়মানুৱৰ্তিতা ঠিকেই বজাই ৰাখিছিল, মিছ নিকলছৰ মুখত হাঁহি নাছিল, তেওঁক আমি বৰ বেয়া পাইছিলোঁ। কোৱা হয় যে সুন্দৰ মুখৰ জয় সৰ্বত্ৰ—কিন্তু হাঁহিভৰা মুখ এখনেও

জগৎ জয় নকৰে।

ছাত্ৰীবাবী হোষ্টেলত জীৱনটো ভালেৰেই চলিছিল, নতুন নতুন বন্ধু হৈছিল আৰু আড্ডাবাজী ভালকৈয়ে চলিছিল। পঢ়াৰ ঠাই আছিল ব্যাপক আৰু বিচিত্ৰ। নিজৰ কোঠালীৰ উপৰিও আমি তলৰ হলঘৰলৈ আহিও পঢ়িছিলোঁ, বিশেষকৈ গৰম দিনত-কাৰণ আমাৰ কোঠালীবোৰত ফেন নাছিল, হলঘৰত আছিল। আৰকালি শান্তি নিকেতনৰ দৰেই আশ্ৰম যেন এক প্ৰাকৃতিক পৰিবেশত আমাৰ পঢ়া-শুনা চলিছিল। বতৰৰ ফুলে চাৰিওফাল যেন পোহৰাই ৰাখিছিল, যেনে গ'ল্ড, ফ্লক্স, পেন্সি, এন্টিৰিনিয়াম, নাষ্টাৰটিয়াম, হলিহক, ডালিয়া, জিনিয়া-কৰ্ণফ্লাবাৰ, পিটোনিয়া, কেলেণ্ডুলা, পপি, কাৰ্নেশন্ কত বিচিত্ৰ ৰঙৰ ফুলৰ সমাৰোহ। জীৱনত তেনে বাগান থকা ঘৰতো থাকি পোৱা নাই, এনেকুৱা ফুলো দেখা নাছিলোঁ। নামেৰে সৈতে সেই ফুলবোৰক প্ৰথম ছাত্ৰীবাবীৰ হোষ্টেলতেই চিনিছিলোঁ। কেতিয়াবা আমি বাগানত ফুলৰ মাজত বহি পঢ়িছিলোঁ, কেতিয়াবা অলপ দূৰলৈ গৈ আৰু নিজান ঠাই বিচাৰি গছৰ তলত বহি পঢ়িছিলোঁ।

হোষ্টেলটোত এটা অৰ্গেন আছিল। আমাৰ ওপৰৰ ক্লাছত পঢ়া নীলিমা ভূঞা বাইদেৱে (ডা: মনীশ ভূঞাৰ বায়েক) সেই অৰ্গেন বজাই গান গাইছিল। হোষ্টেলৰ উঠি অহা গায়িকা আছিল পিছে লক্ষহীৰা বৈশ্য সাউদহে(পিছলৈ ড: লক্ষহীৰা দাস), তেওঁ তেতিয়া কিছু স্বৰচিত গান নিজেই সুৰ দি আমাক শুনাইছিল। তেওঁৰ বায়েক সাবিত্ৰী বাইদেৱেও খুব ভাল গাইছিল(কাশ্মিৰী শইকীয়া বৰুৱা আৰু পাহাৰী দাসৰ মাতৃ)। মই নিজে গায়িকা নহওঁ, কিন্তু ভাল শ্ৰোতা। লক্ষহীৰা বাইদেউহঁতৰ পৰা গান শুনি খুব উপভোগ কৰিছিলোঁ। বিজন পৰত গাওঁ গান মই, কোনেও নজনাকৈ, তুমিও নুবুজাকৈ, তেওঁৰ এই গানটো আমাৰ মাজত খুব জনপ্ৰিয় আছিল। পিছে গান গাই আমাৰ লগত আড্ডা মাৰিলেও লক্ষহীৰা বাইদেউ নিজৰ পঢ়াশুনা বিষয়ত সদায় খুব সজাগ আছিল, কোনো গাফিলতি হ'ব দিয়া নাছিল, তেওঁ পৰীক্ষাত সদায় ভাল ফলাফল দেখুৱাইছিল।

আমাৰ দিনত অসমৰ কোনো বিভাজন হোৱা নাছিল—অৰ্থাৎ নগালেণ্ড, মণিপুৰ, মিজোৰাম (তেতিয়া লুছাই পাহাৰ), অৰুণাচল(তেতিয়া নেফা) মেঘালয় (খাছি এণ্ড জয়ন্তীয়া হিলছ) সকলো কেইখন ৰাজ্য অসমৰ অন্তৰ্ভূক্ত আছিল। সেই সকলোবোৰ ৰাজ্যৰ পৰা বহুতো ছোৱালী আহি কটনত পঢ়িছিলহি আৰু সকলোবোৰ বোধগম্য কাৰণতে ছাত্ৰীবাবী হোষ্টেলত আছিলহি। মণিপুৰী ছোৱালীবোৰক বাদ দি বাকী সকলো কেইখন জিলাৰ ছোৱালীবোৰ খ্ৰীষ্টিয়ান আছিল। তেওঁলোক প্ৰতি দেওবাৰে পুৱা মিছ বাৰ্ণাহামৰ লগত ফাঁচীবজাৰত থকা গীৰ্জাটোলৈ গৈছিল। আমাৰ লগত আই, এছ, চি, পঢ়া লুছাই ছোৱালী জখুমী আছিল দৃঢ় ব্যক্তিত্বৰ ছোৱালী, পঢ়াশুনাত খুব চোকা, কঠোৰভাৱে ধাৰ্মিক, এনেয়ে সকলো সময়তে পঢ়ি থাকিলেও দেওবাৰে কিন্তু কেতিয়াও নপঢ়িছিল, কেৱল বাইবেল পঢ়ি থাকিছিল। খ্ৰীষ্টান ধৰ্মৰ বহুত কথাই তেতিয়া মোৰ ভাল লাগিছিল, মিছ বাৰ্ণাহামক দেখিছিলোঁ—হোষ্টেলৰ ভৃত্য সম্প্ৰদায়ৰ কাৰোবাৰ কিবা অসুখ বিসুখ হ'লে নিজেই গৈ ওচৰত বহি পৰিচৰ্যা কৰিব, ঔষধ খুৱাব। মিছ্ নাৰীৰ সেৱা পৰায়ণ মনোভাৱ নানা কথাতে প্ৰকাশ পোৱা দেখিছিলোঁ।

তথাপি কিন্তু জানো—নগৰ খ্ৰীষ্টিয়ান ছোৱালীবোৰৰ ধৰ্মীয় আচাৰ-বিচাৰ মোৰ কিবা যান্ত্ৰিক যেন লাগিছিল। অৱশ্যে সকলো ধৰ্মৰ আচাৰ-অনুষ্ঠানত কিছু যান্ত্ৰিকতা থাকেই নেকি ?

৭

কটন কলেজৰ প্ৰথম বাৰ্ষিকত পঢ়া সময়ত আমাক মূল হোষ্টেলৰ পৰা অলপ দূৰৈত থকা আন এটি সুন্দৰ কাঠৰ ডাক-বঙলাৰ তলৰ হল ঘৰ এটাত থাকিবলৈ দিয়া হৈছিল। ডাঙৰ গছ কেইজোপামানে ঘৰটো সততে শীতল কৰি ৰাখিছিল। ওপৰত মিছনৰ কৰ্মকৰ্তাসকল থাকিছিল। আমাৰ হোষ্টেলটোক এনেক্স বোলা হৈছিল। এই এনেক্সত কেইজনীমান অসমীয়া ছোৱালীৰ লগতে অডাম তামুক আৰু জখুমী নামৰ ক্ৰমে অৰুণাচল আৰু মিজোৰামৰ দুজনী ছোৱালী আছিল। অডামে কৈছিল যে নেফাৰ (অৰুণাচলৰ তেতিয়াৰ নাম আছিল নেফা-নৰ্থ ইষ্ট ফ্ৰন্টিয়াৰ অৱ্ আসাম) তায়ে প্ৰথম কলেজত শিক্ষা পোৱা ছোৱালী। অডামে মোৰ লগত একে চেক্চনতে আই, এছ্, চি, পঢ়িছিল, থাকিছিলোও একেটা কোঠালীতে, গতিকে তেওঁৰ লগত মোৰ বেচ ঘনিষ্ঠতা গঢ়ি উঠিছিল। আমাৰ লগৰ আৰু দুজনী ছোৱালীৰ ভিতৰত এজনী আছিল বঙালী, নিবেদিতা কৰ, আনজনী নয়ন বালা দেবী। নয়নৰ কেমিষ্ট্ৰিৰ প্ৰেক্টিকেল ক্লাছত নাইট্ৰিক্ এচিড পৰি থুতৰিটোত বেয়া দাগ থকাকৈ পুৰি গৈছিল। পিছৰ জীৱনত নয়ন ৰঙিয়াৰ ছোৱালী হাইস্কুলৰ এম, ই শাখাৰ প্ৰধান শিক্ষয়িত্ৰী হৈছিল, তেওঁৰ স্বামী অতিৰিক্ত উপায়ুক্ত ভূধৰ ফাটোৱালী। নিবেদিতা কৰক সদায় মনত থাকিব। কটনত পঢ়ি থকা সময়ত গাৰ্লছ কমন ৰুম চেক্ৰেটাৰীৰ বাবে আমি তিনিজনী ছোৱালী নিৰ্বাচনত থিয় হৈছিলোঁ—মই, ৰেণুকা আৰু নিবেদিতা। বোধহয় অসমীয়া ভোট কেইটা ভাগ হৈ গৈছিল, কাৰণ ফলাফল ওলোৱাৰ পিছত দেখা গল ৰেণুকা আৰু মোৰ পৰাজয় হ'ল, নিবেদিতা জিকিল। এই নিবেদিতাক লৈ আমি বেচ মজা কৰিছিলোঁ। অতি গম্ভীৰ স্বভাৱৰ আৰু পঢ়া- শুনাত ছিৰিয়াছ ছোৱালী, ধেমালীত সময় নষ্ট নকৰে। সেই সময়ত কটন কলেজৰ এজন ছাত্ৰ আছিল তিলক গগৈ, যি পিছত শৰৎ চন্দ্ৰ সিংহৰ মন্ত্ৰীসভাত মন্ত্ৰীও হৈছিল। তিলক গগৈৰ আছিল বিশাল চেহেৰা, এবাৰ তেওঁ বেমাৰত ভুগি ছাত্ৰীবাৰীৰ হাস্পাতালতে থাকিবলগীয়া হৈছিল। ওচৰতে হোৱা বাবে হোষ্টেলৰ তেওঁৰ লগত পঢ়া ছোৱালীবোৰে তেওঁৰ খবৰ কৰিবলৈ গৈছিল আৰু তেওঁৰ সা-সুবিধাৰ বুজ লৈ থাকিছিল। আমিও মাজে মাজে যাওঁ। বিচনাৰ ওচৰত থকা গগৈৰ বিশাল চেণ্ডেলযোৰে আমাৰ মাজত বেচ কৌতুকৰ উদ্ৰেক কৰিছিল। তেওঁ বোধহয় এবাৰ আমাক বিচনী এখন খুজিছিল। কি কাৰণে নাজানো, তেওঁক নিবেদিতাৰ তালপাতৰ বিচনীখন দিয়া হ'ল— বোধহয় হোষ্টেলত আন ভাল বিচনী আৰু নাছিল। নিবেদিতাৰ সেই বিচনীখনত ইংৰাজীত ডাঙৰ ডাঙৰ আখৰেৰে লেখা আছিলNIBEDITA KAR। আমাৰ ছোৱালীবোৰে ধেমালী কৰিছিল বোলে তিলক গগৈয়ে দুৰ্বল বেমাৰী অৱস্থাত বিচনীখন হাতত লৈ পঢ়ে— 'নিবেদিতা কাৰ' আৰু নিজকে নিজে এই উত্তৰ দি সান্ত্বনা লভে যে 'নিবেদিতা মোৰ'। এক নিৰ্দোষ ধেমালি। ছাত্ৰীবাৰী

হোষ্টেলত থাকোঁতে কিন্তু জানো মোৰ ওপৰৰ ক্লাছৰ কেইগৰাকীমান ছাত্ৰীৰ লগত বেচ ঘনিষ্ঠতা হৈছিল, তেওঁলোক আছিল এম, এ, ক্লাছৰ ছাত্ৰী বনলতা গোঁহাই আৰু বি,এ, এছ, চি আৰু বি, এ, ক্লাছৰ ছাত্ৰী অঞ্জলি ফুকন আৰু লক্ষহীৰা বৈশ্য সাউদ (এতিয়াৰ লক্ষহীৰা দাস)। তেওঁলোকক মই যথাক্ৰমে বন বাইদেউ, মায়া বাইদেউ আৰু ছানু বাইদেউ বুলি মাতিছিলোঁ। আটাই কেউগৰাকী পঢ়া শুনাত খুব চোকা আছিল। মায়া বাইদেউৰ ফিজিক্সৰ অনাৰ্ছ আৰু ছানু বাইদেউৰ এডুকেশ্যনত। ছানু বাইদেউ অৰ্থাৎ লক্ষহীৰাৰ গানৰ কথা আগতেই উল্লেখ কৰিছোঁ। মায়া বাইদেউ বেচ বাহিৰা কিতাপ পত্ৰ পঢ়া ছোৱালী আছিল, তেওঁৰ বেচ আকৰ্ষণীয় ব্যক্তিত্বও আছিল। মোৰ 'এনগ্ৰপলজিৰ সপোনৰ পিছত' গল্পটো এক প্ৰকাৰ তেওঁৰ বাবেই লেখা হৈছিল বুলিব পাৰি। মই তেতিয়া আই, এছ, চিৰ প্ৰথম বাৰ্ষিকৰ ছাত্ৰী, মোৰ দ্বিতীয় গৰাকী বাইদেউ মুকুল লহকৰৰ তেতিয়া বিয়া হৈ গৈছিল আৰু তেওঁ ঘগ্ৰাপাৰাৰ গাঁৱৰ শহুৰেকৰ ঘৰত আছিল। পিতা এবাৰ তেওঁৰ তালৈ যাওঁতে মযো ছাত্ৰীবাবী হোষ্টেলৰ পৰা তেওঁৰ লগত গৈছিলোঁ। সেই অভিজ্ঞতাৰ কথা আগতেই বৰ্ণাইছোঁ। যিহওক, মোৰ গাওঁ ভ্ৰমণৰ যোগাৰ যন্ত্ৰ দেখি মায়া বাইদেৱে কৈছিল যে তেওঁ জীৱনত গাওঁ দেখা নাই, গাঁৱলৈ যাবলৈ বৰ হেঁপাহ, মই তেওঁক লগত নিলে তেৰোঁ বাইদেউৰ গাঁৱলৈ যাবলৈ বিচাৰে। মায়া বাইদেউ আছিল ডা: (স্বৰ্গীয়) বত্ৰিশ গগৈৰ জীয়েক খুব আৰাম আৰু বিলাসত জীৱন কটাই আহিছে— গতিকে কামৰূপৰ এখন ভিতৰুৱা দৰিদ্ৰ গাঁৱলৈ মই তেওঁক কেনেকৈ নিওঁ। সেয়ে গাঁৱৰ নানা অসুবিধাৰ কথা কৈ নিৰস্ত কৰিছিলোঁ। অৱশ্যে বাস্তৱত তেওঁ সঁচাকৈয়ে গলহেঁতেন নে নগলহেঁতেন সি সন্দেহৰ বিষয়। সি যি কি নহওঁক, মই গাঁৱৰ পৰা ঘূৰি আহি কিবা অনুপ্ৰেৰণাত 'এনগ্ৰপল'জিৰ সপোনৰ পিছত' গল্পটো লেখি পেলালোঁ, আৰু আৰম্ভ কৰিলোঁ মোৰ আৰু মায়া বাইদেউৰ কথোপকথনখিনি বহন চৰাই লেখি। গল্পটো মই হেমবৰুৱা সম্পাদিত 'ৰংঘৰ'ৰ গল্প প্ৰতিযোগিতালৈ পঠাই পুৰস্কাৰ এটা পাইছিলোঁ আৰু পিচত সেইটো 'ৰংঘৰ'ত ছপা হৈ ওলাইছিল। কিন্তু সেইটো মোৰ প্ৰথম ছপা গল্প নাছিল, প্ৰথম ছপা গল্পটোৰ কথা লেখিবলৈ হ'লে মই পুণৰ স্কুলীয়া জীৱনৰ সময় এছোৱালৈ উভতি যাব লাগিব।

মই বোধহয় তেতিয়া অষ্টম মান শ্ৰেণীৰ ছাত্ৰী। প্ৰভাত শৰ্মা নামৰ (এতিয়া তেওঁৰ মৃত্যু হৈছে) উৎসাহী তৰুণ ছাত্ৰ এজনে উজানবজাৰত ছাত্ৰ-ছাত্ৰীৰ লেখক সংঘ এটা গঢ়ি তুলিলে। তেৰোঁ আছিল স্কুলৰে ছাত্ৰ, খুব সম্ভৱ কটন কলেজিয়েট স্কুলৰ ছাত্ৰ, তথাপি সেই কম বয়সতে তেওঁৰ সাংগঠনিক দক্ষতা যথেষ্ট আছিল। তেওঁ অনুষ্ঠানটোৰ নাম দিছিল 'তৰুণ লেখক সংঘ', সাধাৰণতে এম, চি, এম, ই স্কুলতে সংঘৰ সাহিত্য সম্বন্ধীয় বৈঠক বহিছিল। সভাপতি আছিল ড প্ৰফুল্ল দত্ত গোস্বামী। সেই তৰুণ লেখক সংঘৰ মযো এগৰাকী সদস্যা আছিলোঁ। আন এগৰাকী সদস্য আছিল বি, বৰুৱা কলেজৰ প্ৰাক্তন অধ্যক্ষ ড: প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য। আমি সকলোবোৰ কম বয়সীয়া ল'ৰা-ছোৱালী হ'লে কি হ'ব, সাহিত্যৰ সচেতনতা আমাৰ মাজত নিচেই কম নাছিল। তদুপৰি ড: প্ৰফুল্ল দত্ত গোস্বামীৰ দৰে প্ৰতিভাবান ব্যক্তি এজন আমাৰ সংঘৰ সভাপতি হোৱা বাবে বৈঠকবোৰত আমাৰ দ্বাৰা পঠিত গল্প কবিতা প্ৰবন্ধবোৰৰ তেখেতে সঠিক ভাবেই মূল্যায়ন কৰিছিল আৰু তেখেতৰ সুচিন্তিত অভিমত

ব্যক্ত কৰি আমাৰ মাজত যথেষ্ট উচ্চমানৰ সাহিত্যৰ ৰস সঞ্চাৰ কৰিছিল। তৰুণ লেখক সকলৰ আগত দিয়া তেখেতৰ ভাষণবোৰো আছিল খুব সাৰুৱা। মই অন্ততঃ তেতিয়া ড: প্ৰফুল্ল দত্ত গোস্বামীৰ ভাষণৰ গুণমুগ্ধ শ্ৰোতা আছিলোঁ। সেই সময়ত মই "The diary of a nobody" নামৰ কিতাপ এখন পঢ়িছিলোঁ, লেখকৰ নামটো পাহৰিছোঁ, নিশ্চয় কোনো বিখ্যাত লেখক নাছিল, তথাপি সেই কিতাপখনে মোক ইমানেই প্ৰভাৱ পেলাইছিল যে 'তৰুণ লেখক সংঘ'ৰ সাহিত্যৰ বৈঠকত পঢ়িবলৈ ময়ো 'ডায়েৰী অব্ এ ন'বডি' নামৰ অসমীয়া গল্প এটা লেখি পেলালো। কোৱা বাহুল্য যে গল্পৰ নায়িকা আছিলোঁ ময়ে— যি এই পৃথিবীত এজনী সামান্য ছোৱালী, ৰূপ- গুণহীনা এক 'ন'বডি,। মোৰ গল্পটো পাঠ কৰাৰ পাছত ড: গোস্বামীয়ে সেইটোৰ বেচ প্ৰশংসা কৰিছিল।

প্ৰভাত শৰ্মাৰ নিৰলস চেষ্টাৰ ফলত সেই তেতিয়াৰ দিনতে স্কুলীয়া ছাত্ৰ-ছাত্ৰীৰ লেখক সংঘ এটাৰ দ্বাৰা এক নাতিবৃহৎ সাহিত্য সংকলন উলিওৱা সম্ভৱ হৈছিল। আজি মোৰ হাতত সেই সংকলনটো নাই, ড: প্ৰমোদে ভট্টাচাৰ্য বা ড: প্ৰফুল্ল দত্ত গোস্বামীৰ হাতত আছেনে নাই নাজানে। তাতেই মোৰ জীৱনৰ প্ৰথম ছপা গল্পটো প্ৰকাশ পাইছিল— যাৰ নাম আছিল 'শান্ত ছোৱালীজনী তাই।' মোৰ গল্পটোৰ বিষয়বস্তু আছিল এজনী অতি শান্তশিষ্ট ছোৱালীৰ মনোজগতৰ কাহিনী। অন্তৰ্মুখী স্বভাৱৰ এই ছোৱালীজনীৰ স্কুলত প্ৰিয় বিষয় হ'ল এল্‌জেব্ৰা, কাৰো লগত বেছি মিলামিছা নকৰা, খেলাধুলা বা আন বাহিৰা একোৰে প্ৰতি বাপ নথকা এই ছোৱালীজনীয়ে স্কুলৰ টিফিন টাইমৰ সময়তো আজৰি পালেই এলজেব্ৰাৰ 'ইকুৱেচন'ত ডুবি থাকিছিল। সেই সময়ত ভাৰতৰ স্বাধীনতা আন্দোলন চলিছিল আৰু ছাত্ৰ-ছাত্ৰীবোৰে ক্লাছ বৰ্জন কৰি শোভাযাত্ৰা উলিয়াইছিল। কিন্তু শান্ত ছোৱালীজনী পঢ়া স্কুলখনৰ প্ৰধান শিক্ষয়ত্ৰী বৰ কড়া বিধৰ আছিল, ছোৱালীবোৰে কোনোদিন তেখেতক উলাই কৰি ক্লাছ বৰ্জন কৰিব পৰা নাছিল। স্কুলৰ বাহিৰত আন স্কুলৰ ছাত্ৰ-ছাত্ৰীসকলৰ সমদল আহি বহুত পৰ হৈ চিঞৰি চিঞৰিও কাকো উলিয়াই নিব পৰা নাছিল। কিন্তু এদিন এটা ঘটনা ঘটি গ'ল, হঠাতে শান্ত ছোৱালীজনীয়ে এল্‌জেব্ৰাৰ বহী আঁতৰাই থৈ ক্লাছ ত্যাগ কৰি স্কুলৰ পৰাই ওলাই গৈ বাহিৰৰ সমদলত যোগ দি দেশ মাতৃৰ পৰাধীনতাৰ শৃংখল আঁতৰাই সেই মাতৃক স্বাধীন কৰা আন্দোলনত যোগ দিবলৈ স্কুলৰ ছাত্ৰবোৰক উদাত্ত কণ্ঠে আহ্বান কৰিবলৈ ধৰিলে। এইবাৰ ভেঁটা ভাগি গ'ল, হুৰমুৰকৈ স্কুলৰ আন ছাত্ৰীবোৰো ক্লাছ বৰ্জন কৰি ওলাই আহিল।

কোৱা বাহুল্য, আমাৰ স্কুলত এনে ঘটনা ঘটিছিল।

গল্পটো প্ৰকাশ হোৱাৰ পিছত ড: প্ৰফুল্ল দত্ত গোস্বামীয়ে বেচ প্ৰশংসা কৰিছিল। মোৰ বিশ্বাস যে সিদিনাৰ পৰা মোৰ অন্তৰত সাহিত্যিক হ'ব পাৰিম বুলি এক প্ৰত্যয়ৰ জন্ম হৈছিল।

আজি অসমৰ নতুন লেখক-লেখিকাৰ অনুষ্ঠানৰ তুলনাত আমাৰ সেই 'তৰুণ লেখক সংঘ' নিচেই ক্ষুদ্ৰ, অকিঞ্চিৎ কৰ, তথাপিও বাটকটীয়া হিচাপেই এই অনুষ্ঠানৰ নিশ্চয় এক সুকীয়া আসন থাকি যাব।

মই স্কুলীয়া জীৱনত প্ৰথম অৱস্থাত সহধৰ্মী বন্ধুৰ খুবেই অভাৱ অনুভৱ কৰিছিলোঁ,

কিতাপ এখন পঢ়ি উঠি সেই বিষয়ে যে দুটা আলোচনা কৰিম—তেনে বন্ধু ক'ত? তাৰপিছত মোৰ সৌভাগ্যক্ৰমে তেনে বান্ধৱী এজনী পাই গ'লো। তেওঁ আছিল কনকলতা দেৱী, অসমৰ ঐসময়ৰ শিক্ষাধিকাৰ দিবাকৰ গোস্বামীৰ ছোৱালী। দেউতাকৰ বদলিৰ চাকৰি আছিল, তেনেকৈয়ে এদিন দেউতাকৰ লগত ঘূৰি ঘূৰি গুৱাহাটীত থিতাপি লোৱা কনকক আমাৰ লগত অষ্টমমান শ্ৰেণীত ভৰ্তি কৰি দিয়া হ'ল। কিছুদিনৰ ভিতৰতে আমাৰ মাজত বন্ধুত্ব গঢ়ি উঠিল, কাৰণ কনকে মোৰ দৰেই খুব গল্প কিতাপ পঢ়ি ভাল পায়। তাৰিণী চৌধুৰী স্কুলৰ পৰা উলিওৱা আলোচনীত কনকে মোক যথাসাধ্যে সহায় কৰিছিল, নিজেও নানা লিখা লেখি দিছিল। কিন্তু কনকৰ লগত মোৰ এই বন্ধুত্ব যিমান সোনকালে গঢ়ি উঠিছিল, শেষো হৈছিল সিমান সোনকালে। কিন্তু সেই প্ৰসংগলৈ পিছত আহিম। কনকৰ লগত বন্ধুত্বৰ সময় ছোৱাতে মই আশাপূৰ্ণা দেৱীৰ অপূৰ্ব গল্প এটা পঢ়িলোঁ—'আমায় ক্ষমা কৰো।' কনকেও পঢ়ি খুব ভাল লাগিল। দুয়ো লগ লাগি তেতিয়া ছাত্ৰীবোৰৰ মাজত এটা গল্প প্ৰতিযোগিতা পাতিলোঁ, 'মোক ক্ষমা কৰা'— এই নাম দি প্ৰত্যেকে বেলেগে বেলেগে গল্প লেখিব লাগিব। পিছে কাৰোবাক জানো লেখক তৈয়াৰ কৰিব পাৰি? আজিকালি অৱশ্যে লেখকৰ কৰ্মশালাও হৈছে, কিন্তু লেখকৰ প্ৰতিভা মূলতঃ জন্মগত। আমিও এজনীও গল্পলেখিকা সৃষ্টি কৰিব নোৱাৰিলো। (প্ৰসংগক্ৰমে জনাওঁ যে টি, ভিৰ 'কহ্ মাকহ' ছিৰিয়েলত আশাপূৰ্ণা দেৱীৰ এই গল্পটোও অন্তৰ্ভুক্ত হৈছিল। তেতিয়া ভাব হৈছিল যে চেমনীয়া কালতে মুগ্ধ কৰা গল্পটো সঁচায়ে এটা উৎকৃষ্ট গল্পই আছিল।)

অষ্টমমান শ্ৰেণীত থাকোঁতেই এদিন মোৰ জীৱনলৈ কোনোদিন পাহৰিব নোৱৰা দিন এটা আহিল। আজি আৰু মোৰ অন্তৰত তেতিয়াৰ দুখবোধটো নাই, কিন্তু বিস্ময়বোধটো আছে। সিদিনা ইংৰাজীৰ ক্লাছত বাইদেৱে আমাক টমাছ মুৰৰ 'The light of other days' নামৰ কবিতাটোৰ এই পংক্তিটো ব্যাখ্যা কৰিব দিছিল: 'When I remember all/ the friends so linked together/ I've seen around me fall/ like leaves in wintry weather/ I feel like one/who treads alone/ some banquet hall deserted.... ইত্যাদি ইত্যাদি।

মই তলমূৰকৈ খুব মনোযোগেৰে ব্যাখ্যাটো লেখি আছিলোঁ, তাৰপিছত যে মোৰ কি হ'ল, মনটো এক গভীৰ দুখবোধেৰে আচ্ছন্ন হৈ গ'ল, মোৰ দুচকু পানীৰে উপচি পৰিল—

হঠাতে এক হুলস্থুল লাগি গ'ল, কোনোবাই আহি খবৰ দিলে যে কনকৰ মৃত্যু হ'ল।

কিছুদিন ধৰি কনক স্কুললৈ অহা নাছিল। তেওঁৰ জ্বৰ হৈছিল, ডাক্তৰে কৈছিল ইনফ্লুয়েঞ্জা বুলি। গতিকে তেওঁৰ ঘৰৰ লগতে আমিও অসুখটো একো গুৰুতৰ বুলি ধৰা নাছিলোঁ, তথাপি মই মাজে মাজে গৈ কনকৰ খবৰ লৈছিলোঁ। পিছতহে গম পোৱা গৈছিল যে কনকৰ আচলতে ভুল চিকিৎসা হৈছিল, কাৰণ তেওঁৰ টাইফয়েড হৈছিল।

কনকৰ মৃত্যুত মোৰ হিয়া ভাগি গৈছিল, জীৱনটো শূন্য বোধ হৈছিল। মৃত্যুৰ ৰহস্যময় আৰু ট্ৰেজিক চেতনাত মই আচ্ছন্ন হৈ গৈছিলোঁ। কি ভয়ংকৰ এই মৃত্যু, সঁচায়ে 'জীৱনৰ ভয়ংকৰ দস্যু'... এই সময়ত মোৰ আন এক অদ্ভুত অনুভূতিও জাগিবলৈ ধৰিলে—'মই' যদি 'মই'টো নহৈ আন কোনোবা হ'লহঁতেন, তেন্তে এই অসহনীয় দুঃখবোধৰ পীড়নতো

ভুগিব লগা নহ'লহেঁতেন। 'মই' বোধটোৰ এই খুলি খুলি খাই মৰা অস্তিত্বটোৰ চেতনা নথকা হ'লে! সহজ সৰল ভাবাত- মোৰ যদি এই পৃথিৱীত জন্ম নহ'লহেঁতেন তেতিয়াহ'লেতো মনুষ্যজন্মৰ অৱধাৰিত শোক-দুখ-তাপৰ পৰা মই বেহাই পাই গ'লোহেঁতেন।

স্কুলীয়া জীৱনত মই তিনিটাকৈ গভীৰ মৃত্যুৰ শোকত আচ্ছন্ন হৈ পৰিব লগা হৈছিল আৰু তেতিয়াই মোৰ এই 'মই' বোধটোৰ পৰা পলায়ন কৰাৰ আকাংখা জাগিছিল।

এইবাৰ 'Light of other days'ৰ বিশেষ ব্যাখ্যাটোৰ প্ৰসংগলৈ আহো। মই কোনো অলৌকিকতাত বিশ্বাস নকৰোঁ। কিন্তু কনকৰ মৃত্যুৰ দিনা কোন অদৃশ্য শক্তিৰ সংকেতত মই সেই বিশেষ পংক্তিৰ ব্যাখ্যা কৰিব লগা হৈছিল আৰু এক গভীৰ দুখবোধত মোৰ চকুপানী ওলাই গৈছিল—ভাবিলে আজিও পৰম বিস্ময় জাগে। ইয়াকেই টেলিপেথি কয় নেকি! কাকতালীয় ঘটনা বুলি উৰাই দিবকো মন নেযায় দেখোন!

## ৮

এতিয়া পুনৰ ছাত্ৰীবাসীৰ হোষ্টেলৰ দিনবোৰলৈ উভতি যোৱা যাওঁক। মই অঞ্জলি (মায়া) ফুকনৰ প্ৰসংগৰ অৱতাৰণা কৰিছিলোঁ। তেওঁ যে বাহিৰা কিতাপ পত্ৰ ভাল পাইছিল, সেই কথা আগতেই কৈছোঁ। এইবাৰ এটা ঘটনাৰ কথা উল্লেখ কৰিলে তেওঁৰ সাহিত্য-প্ৰীতিৰ কথা আৰু বেছিকৈ প্ৰতীয়মান হ'ব। আমাৰ আই, এছ, চি, পৰীক্ষা আৰম্ভ হৈছিল আৰু মই মোৰ ভুলৰ মাশুল দিবলগীয়া হৈছিলোঁ—অৰ্থাৎ বিজ্ঞানৰ বিষয়বোৰ খুব বেয়া হৈছিল। ফিজিক্সৰ দিনতো প্ৰশ্ন কাকত আগত লৈ মই চকুৰে ধোঁৱা-কোৱা দেখিছিলোঁ—এটা প্ৰশ্নৰো পূৰা উত্তৰ দিব নোৱাৰোঁ। মোৰ তেতিয়া চকুৰ পানী টপ টপকৈ সৰি পৰিছিল। যিহওঁক, কিবাকৈ পৰীক্ষা দি আহিছিলোঁ। হোষ্টেললৈ উভতি অহাৰ পিছত মায়া বাইদেৱে পৰীক্ষা কেনে হ'ল বুলি সোধাত মই কৈছিলোঁ যে সকলো মিলি পাছ কৰিম ঠিকেই, কিন্তু থাৰ্ড, নহ'লে খুব বেছি চেকেণ্ড ডিভিজন পাম। মায়া বাইদেউৰ বিশ্বাস নহ'ল, তেওঁ হাঁহি মাৰি ক'লে— 'মই বাজী মাৰি ক'ব পাৰোঁ যে তুমি ফাৰ্ষ্ট ডিভিজন পাবা।' আৰু মযো কলো 'মযো বাজীমাৰি ক'ব পাৰো যে মই ফাৰ্ষ্ট ডিভিজন নাপাও আৰু সচায়ে বাজী মাৰিলে তুমি হাৰি যোৱাটো সুনিশ্চিত।' কিন্তু মায়া বাইদেউ হটি নগ'ল, সঁচাকৈ বাজী মাৰিলে আৰু ক'লে 'তুমি হাৰিলে মোক এখন সঞ্চয়িতা দিব লাগিব আৰু মই হাৰিলে মযো তোমাক সঞ্চয়িতাখন দিম।' ফিজিক্সত অনাৰ্চ লৈ বি, এছ, চি, পঢ়া ছোৱালী, অসমীয়া ছোৱালী, তেওঁ বাজী ৰাখিলে ৰবীন্দ্ৰ নাথৰ সঞ্চয়িতাৰ, এয়া তেওঁৰ সাহিত্যপ্ৰীতিৰ নিদৰ্শন নহয়নে বাৰু? ফলাফল জনোৱাটোও বোধহয় অপ্ৰাসংগিক নহ'ব। মই মায়া বাইদেউক জিকাই ফাৰ্ষ্ট ডিভিজনেই পাইছিলোঁ। তেতিয়া সঞ্চয়িতা এখনৰ দাম আছিল দহ টকা, দহ টকাৰ মূল্য কিমান বেছি এই অংকৰ দ্বাৰাই জনা যাব—আমি হোষ্টেলত থকা খোৱা সমস্ত খৰচৰ বাবদ ৩৫ টকাকৈ দিব লাগিছিল। মোৰ কুৰি টকীয়া বৃত্তি আছিল, তদুপৰি বৃত্তি পালে কলেজৰ মাচুল দিব নালাগিছিল। সেয়ে সকলো হিচাপ কৰি পিতাই মোলৈ মাহে আৰু কুৰি নে পঁচিশ মান পঠাইছিল। বেচ টনাটনিকৈ চলিব লগা হৈছিল, পিতাৰ পক্ষে আতকৈ বেছি দিয়া কঠিনো আছিল, কাৰণ দাদা তেতিয়া কলিকতাত এম, এছ, চি, পঢ়ি আছিল আৰু দাদাকো টকা পঠাব লগা হৈছিল। গতিকে মোৰ সেই টনাটনিৰ টকাৰ পৰা দহ টকা খৰচ কৰা যেখানি কথা নাছিল। কিন্তু মোৰ এই 'বাজী'ত হৰাটো ইমান আনন্দৰ কথা আছিল যে দহ টকা খৰচ কৰি সঞ্চয়িতা এখন কিনি মায়া বাইদেউৰ হাতত তুলি দিওঁতে অকণো আপচোচ হোৱা নাছিল।

ছাত্ৰীবাসী হোষ্টেলত আমাৰ এনেধৰণৰ হাঁহি আনন্দৰ দিনেই অতিবাহিত হৈ গৈছিল। আমাৰ সেই ক্ষুদ্ৰ-দুখ-সুখে কেতিয়াবা আনন্দত মতলীয়া কৰি ৰাখিছিল, কেতিয়াবা শোকত

চকুলো বোৱাই দিছিল। কিন্তু আমাৰ বহুতৰ বাবে ভৱিষ্যতে কিমান গভীৰ দুখ, অথবা সুখ বাট চাই আছিল কোনেওতো সামান্যও উমান পোৱা নাছিলোঁ। এই মায়া বাইদেউৰ কথাই কওঁ, গোলাপ ফুলৰ দৰে গাৰ বৰণ, আলফুলীয়া চেহেৰা—এই মানুহজনীৰ বাবে অন্তত: এক গভীৰ শোক ভৱিষ্যতত অপেক্ষা কৰি আছিল। বি, এছ, চি, পাছ কৰি তেওঁ কলিকতা বিশ্ববিদ্যালয়লৈ ফিজিক্সত এম, এছ, চি, পঢ়িবলৈ গৈছিল, পঢ়ি থাকোঁতেই তেওঁৰ নেভীৰ লেফ্‌টেনেন্ট পূৰ্ণ ৰাজখোৱাৰ লগত বিয়া হৈছিল। শ্ৰীৰাজখোৱাই পিছত বোধহয় কমাণ্ডাৰ হৈ অৱসৰ লৈছিল। তেওঁলোকৰ দুটি পুত্ৰ আৰু এজনী কন্যাৰ জন্ম হৈছিল। সৰু ল'ৰাটোও নেভীত ভৰ্তি হৈছিল। তাৰ পিছত যোৱা ১৯৮৬·চনত সি হেলিকপ্টাৰেৰে কিবা প্ৰেকটিছ কৰি থকাৰ সময়ত সেই হেলিকপ্টাৰ আৰব সাগৰত পৰি গৈছিল আৰু মায়া বাইদেউৰ পুত্ৰৰ সলিল সমাধি ঘটিছিল।

প্ৰসংগত উল্লেখ কৰিব পাৰি যে মায়া বাইদেউহঁতৰ লগত পঢ়া বহুতো আৰ্টছ আৰু ছায়েন্সৰ ছাত্ৰ আজি জীৱনত সু-প্ৰতিষ্ঠিত যেনে—ড: মহেন্দ্ৰ বৰা, চন্দ্ৰ প্ৰসাদ শইকীয়া, মিহিৰ বৰুৱা (আই পি এছ) আদি। শ্ৰীমেদিনী মোহন চৌধুৰীও খুব সম্ভৱত: এই ক্লাছৰে ছাত্ৰ আছিল। মই কোনোদিন সক্ৰিয় ৰাজনীতিত অংশ গ্ৰহণ কৰা নাছিলোঁ যদিও সুবিধা পালেই কম্যুনিষ্ট পাৰ্টিৰ কাম কাজত অলপ অচৰপ যোগ দিছিলোঁ, কলেজত ছাত্ৰ ফেডাৰেচনৰ লগত সংশ্ৰয় ৰাখিছিলোঁ। মই বোধহয় প্ৰথম বাৰ্ষিকত থাকোঁতেই ডিব্ৰুগড়ৰ নালিয়াপুলত শান্তি সম্মিলনৰ যো-জা চলিছিল। বন্ধত ঘৰলৈ গ'লে নালিয়াপুলৰ কমৰেড সকলৰ লগত গৈ যোগাযোগ কৰোঁ। কিন্তু মই হোষ্টেলত থকা সময়তে তাত শান্তি সম্মিলন হয় আৰু পুলিচে সভাত গুলী চালনা কৰে। বীণা বৰা নামৰ গণনাট্য সংঘৰ কৰ্মী এগৰাকীৰো মৃত্যু হয় আৰু এজন দাৰোগাৰো মৃত্যু হয়। বহুতো লোক আহত হয়। মই যদি গুৱাহাটীত পঢ়ি নাথাকিলোঁহেঁতেন তেন্তে নালিয়াপুলৰ সম্মিলনত ময়ো চামিল হ'লোহেঁতেন। তথাপি তাৰ পৰোক্ষ ফলাফলৰ স্পৰ্শ মোৰ গাতো নলগাকৈ থকা নাছিল। সেই কথালৈ অহাৰ আগতে আন এটা ঘটনাৰ কথা কৈ লওঁ, যি ঘটনাৰ কথা মনত পৰিলে মই মা-পিতাৰ উদাৰতাবাদ আৰু সাহসৰ কথা আৰু এবাৰ শ্ৰদ্ধাৰে স্মৰণ নকৰি নোৱাৰোঁ। তেতিয়া ভাৰতৰ কম্যুনিষ্ট পাৰ্টিক আমাৰ স্বাধীন চৰকাৰেই বে-আইনী ঘোষণা কৰিছিল। পাৰ্টিৰ কৰ্মীসকলে অ'ত ত'ত আত্মগোপন কৰি আছিল। পাৰ্টিৰ নিৰ্দেশত ময়ো এগৰাকী কমৰেডক আমাৰ ডিব্ৰুগড়ৰ ঘৰত আশ্ৰয় দিছিলোঁ। তেওঁ আছিল গণনাট্য সংঘৰ নেত্ৰী উষা দত্ত। উষা বাইদেউ বোধহয় পূৰ্ববংগৰ কোনোবা জমিদাৰ ঘৰৰ ছোৱালী আছিল, বিপ্লৱী আদৰ্শত অনুপ্ৰাণিত হৈ তেওঁ ঘৰৰ পৰা পলাই আহি কলিকতাৰ কম্যুনিষ্ট দলত যোগ দিছিল। পিছত উষা বাইদেউৰ প্ৰবাদ প্ৰতিম চি, পি, এম, নেতা জয়পাল সিংৰ লগত বিয়া হৈছিল। বৰ্তমান উষা বাইদেউ দিল্লীৰ খিল ভাই ভৱনত থাকে তেওঁৰ এক পুত্ৰ আৰু এক কন্যা, পুত্ৰ চি পি আই(এম)ৰ সৰ্বসময়ৰ কৰ্মী। মই ১৯৮৭ চনত দিল্লীত থাকোঁতে উষা বাইদেউক লগ পাইছিলোঁ। খ্যাতনামা স্বামীৰ মৃত্যুৰ পিছত তেওঁ অলপ অসহায়ৰ দৰে হৈ পৰিছে। তথাপি সেই হতাশাৰ মাজতো তেওঁ আত্মজীৱনী এখন লেখিবলৈ আৰম্ভ কৰিছিল। সেইখিনি মই পঢ়ি আহিছিলোঁ আৰু তেওঁক সম্পূৰ্ণ কৰিবলৈ খুবকৈ কৈ আহিছিলোঁ। উষা বাইদেউৰ সেই আত্মজীৱনী নি:সন্দেহে

ভাৰতৰ কম্যুনিষ্ট পাৰ্টিৰ ইতিহাসত এক মূল্যবান দলিল হিচাপে পৰিগণিত হ'লহেঁতেন, পাঠকে তেওঁৰ অসাধাৰণ বীৰ স্বামীৰ বিষয়েও হয়তো আৰু বহুতো নজনা কথাই জানিব পাৰিলেহেঁতেন।

সি যি কি নহওক, মাত্র কেইদিনমান আমাৰ ঘৰত লুকাই থাকিলেই হ'ব বুলি পিতাক আশ্বস্ত কৰি উষা বাইদেউক আমাৰ ঘৰত আশ্রয় দিছিলোঁ। কিন্তু তেওঁ আমাৰ ঘৰত প্রায় দুমাহ থাকিল। শেষলৈ পিতাই আপত্তি কৰিব ধৰিলে, তেওঁ চৰকাৰী কৰ্মচাৰী, বে-আইনী দলৰ কৰ্মী এজন আমাৰ ঘৰত আশ্রয় দিছে বুলি জানিলে তেওঁৰ চাকৰি লৈয়ো টনাটনি হ'ব।

সেই সময়ত মোৰ বাবে উষা বাইদেউক আমাৰ ঘৰত থাকিবলৈ দিয়া কথাটো একো ডাঙৰ কথাই নাছিল। মোৰ মনৰ সংগোপনত এক অপৰাধবোধে সদায়ে ক্রিয়া কৰি আছিল, পাৰ্টিৰ বাবে সকলোৱে কিমান আত্মত্যাগ কৰিছে— আৰু পাৰ্টি মানেই সৰ্বহাৰাৰ দুখমোচনৰ বাবে কাম কৰা পাৰ্টি—কিন্তু মই একোকে কৰিব পৰা নাই, মই আৰামত হোষ্টেলত থাকি কটন কলেজৰ নিৰাপদ জীৱন কটাই আছোঁ, স্বাৰ্থপৰভাৱে নিজৰ কেৰিয়াৰ গঢ়াত মগ্ন আছোঁ। এনেকি নালিয়াপুলত সক্রিয়ভাৱে কাম কৰি থকাৰ পিছতো মই চৰকাৰৰ ৰোষত নপৰি সৰি গ'লো। তেনেস্থলত উষা বাইদেউক আশ্রয় দিব পৰাটো মোৰ বাবে পাৰ্টিৰ প্রতি সামান্য অনুদান মাত্র! কিন্তু কংগ্রেছী আদৰ্শত বিশ্বাসী মোৰ পিতাই নিজে এজন চৰকাৰী চাকৰিয়াল হৈ বেআইনী কম্যুনিষ্ট দলৰ নেত্রী এগৰাকীক কেনেকৈ যে আশ্রয় দিছিল ভাবিলে এতিয়াহে মোৰ পৰম বিস্ময় জাগে। নালিয়াপুলৰ ঘটনাৰ আঁচোৰ মোৰ গাত কিন্তু সামান্য ভাৱে হ'লেও নলগাকৈ নাছিল। এতিয়া সেই ঘটনাৰ কথা। এদিন ছাত্রীবাৰী হোষ্টেলত হুলস্থুল লাগি গ'ল। হোষ্টেললৈ পুলিচ আহিছে, আহিছে মোৰেই ছাৰ্চ ওৱাৰেন্ট লৈ। মই নালিয়াপুলৰ ঘটনাৰ লগত সক্রিয়ভাৱে জড়িত, পুলিচে খবৰ পাইছে যে মোৰ লগত অস্ত্র-শস্ত্র লুকাই থোৱা আছে, গতিকে মোৰ কোঠালী খানাতালাচ হ'ব। শেষত কোঠালীত একো নাপাই পুলিচে জাল পেলাই ওচৰৰ পুখুৰীতো বন্দুক বাৰুদ বিচাৰিব ধৰিলে। মোৰতো হকালে চকুপানী ওলাই গ'ল, ভয়ত নহয়, অদ্ভুত এটা আবেগিক কাৰণত—মই ইমান অহিংসপন্থী, জীৱনত পোক পৰুৱা এটাও মাৰি পোৱা নাই, তেনেস্থলত মই মানুহক মাৰিবলৈ হাতত অস্ত্র তুলি ল'ম! যিহওক, পুলিচে অৱধাৰিতভাৱেই একো বিচাৰি নাপালে, কিন্তু যাবৰ সময়ত মোক এইবুলি ভয় প্রদৰ্শন কৰি গ'ল যে মোৰ বিৰুদ্ধে প্রমাণ আছে, অচিৰেই আহি মোক গ্রেপ্তাৰ কৰি লৈ যাব।

সিদিনা মোৰ কিযে দিন এটা গৈছিল! মিছনাৰি হোষ্টেল এটাত পুলিচ সোমাইছে, মিছ বাৰ্ণহাম খঙত একো নাই হৈ গ'ল। মোৰ কি ভাগ্য যে তেওঁ মোক তেতিয়াই হোষ্টেলৰ পৰা বাহিৰ উলিয়াই নিদিলে। তেওঁ কেৱল এইবুলিয়ে ওৱাৰ্ণিং দি থ'লে যে ভৱিষ্যতে মোৰ বাবে যদি আৰু কোনোবা দিনা হোষ্টেলত পুলিচ সোমায়, মোক সিদিনাই উলিয়াই দিয়া হ'ব। কিন্তু মই ভাবিছিলোঁ যে অচিৰেই পুলিচে মোক গ্রেপ্তাৰ কৰি লৈ যাব—ইতিমধ্যে বহুতো পাৰ্টি কমৰেডক গ্রেপ্তাৰ কৰিছেই, ছাত্র ফেডাৰেচনৰ নেতাকো গ্রেপ্তাৰ কৰিছে, মোৰ গ্রেপ্তাৰো অৱধাৰিত। মোৰ জেলত যোৱাৰ চিন্তাত মনটোতো অলপ বাধিত হৈ

পৰিছিলেই, জেল মানেই স্বাধীনতা হৰণ, জেল মানেই বহুত দিনলৈ এই সুন্দৰ পৃথিৱীৰ ৰূপ ৰং ৰসৰ পৰা বঞ্চিত। মোৰ সেই সময়ত হ্যান ক্রিষ্টিয়ান এণ্ডাৰছনৰ সাধুকথাৰ থাম্বেলিনাৰ দৰেই মনৰ অৱস্থা হৈছিল—মই আমাৰ হোষ্টেলৰ এই সুন্দৰ দৃশ্যবাজি বহুতদিনলৈ আৰু দেখা নাপাম! ৰঙৰঙ ফুলৰ বিচিত্ৰ ৰং আৰু শোভা, বিশাল বিশাল গছ-গছনিৰ ছাঁয়াশীতল আশ্ৰয়, পুখুৰীত নীলা আকাশৰ প্ৰতিফলন, বিস্তৃত সেউজীয়া বাঁহনি—য'ত আমি আবেলি জুমে জুমে ঘূৰি ফুৰিছিলোঁ বা বছৰ দিনত জাৰত ব'দৰ উত্তাপ লৈ শান্তিনিকেতনৰ আশ্ৰমৰ ছাত্ৰ-ছাত্ৰীৰ দৰেই বহি বহি পঢ়িছিলোঁ— এই সকলো সৌন্দৰ্যৰ পৰা মই বঞ্চিত হৈ যাম? সোমাই থাকিম এক আন্ধাৰ গুহাত?

এতিয়া সেই সকলো কথাৰ স্মৰণে বেচ আমোদ দিয়ে। মই যে কি আবেগ প্ৰৱণ মনৰ ছোৱালী নাছিলোঁ, সেই কথা ভাবিলে হাঁহি উঠি যায়। এই সুন্দৰ পৃথিৱীক আৰু বহুত দিনলৈ দেখা নাপাম, এনে চিন্তাৰ দহনে মোক ইমানেই ব্যথিত কৰি তুলিছিল যে এক অদ্ভুত কাম কৰি সিদিনা আবেলিটো মই নিজৰ মাজত নিজেই সোমাই থাকিলোঁ। আমাৰ 'এনেক্স'ৰ কোঠালীটোৰ পিছফালে আৰু কেইটামান খালি কোঠালী আছিল, তাত মিছনাৰী পুৰুষ মহিলাই কেতিয়াবা মিটিং পাতিছিল বা অন্যান্য কিবাকিবি কাম কৰিছিল। আমি ছাত্ৰীসকলে তাত গৈ পঢ়ি থকাতো বাধা নাছিল। আমাৰ জুখুমী খুব নৈষ্ঠিক খ্ৰিষ্টিয়ান আছিল, তাই 'ছাবাথ'টো আন্তৰিকতাৰে পালন কৰিছিল। ৰবিবাৰ হ'লেই তাই বাইবেল এখন হাতত লৈ তেনে এটা কোঠালীত সোমাই পঢ়ি থাকেগৈ। কোনো কোনোৱে গৈ প্ৰেক্টিকেল বহীৰ কামবোৰো কৰেগৈ। অতি 'কবিৰাজ' স্বভাৱৰ ছোৱালীয়ে গৈ আবেলি অতি সংগোপনে তাত সোমাই কলেজৰ কিতাপো পঢ়ি থাকে। নিবেদিতা কৰ তেনে অধ্যয়নশীল স্বভাৱৰ ছোৱালী আছিল।

মই সিদিনা আবেলি(পুলিচ আহিছিল ৰাতিপুৱাই) বাগানৰ পৰা বিভিন্ন ছিজন ফ্লাৱাৰৰ ফুল অলপ চিঙি লৈ এখন বহী লৈ তেনে এটা নিজান কোঠালীত দুৱাৰ বন্ধ কৰি সোমাই ল'লো, বহীৰ লগতে হাতত আছিল এবটল আঠা। তাৰ পিছত ফুলৰ পাহিবোৰ চিঙি বহীখনৰ পাতবোৰত সেইবোৰ আঠাৰে লগাই মোৰ প্ৰাণৰ আকুতি প্ৰকাশ কৰি এটা বাক্য লেখিলোঁ—'ভালোবেসেছিনু এই ধৰণীৰে—'

জীৱনৰ সেই কালছোৱাত ৰবীন্দ্ৰ কবিতাৰ ৰসেৰে মনপ্ৰাণ সিক্ত হৈ থাকিছিল, গতিকে ফুলৰ ভাষাৰে আন আৰু কাৰেই বা কবিতাৰ শাৰী লেখিম!

পিছে মোক গ্ৰেপ্তাৰ কৰিবলৈ পুলিচ আৰু নাহিল, আচলতে মোক কম্যুনিষ্ট দলৰ লোক বুলি প্ৰমাণ কৰিবলৈ পুলিচে কোনো প্ৰমাণ পোৱা নাছিল। কম্যুনিষ্ট দল বে-আইনী ঘোষিত হোৱাৰ পিছত গ্ৰেপ্তাৰৰ সম্ভাৱনা কমৰেড সকল আণ্ডাৰ গ্ৰাউণ্ডলৈ যোৱা সময়ৰ কথা মনত পৰিলে মোৰ এতিয়াও চকুৰ আগত দৃশ্য এটা জাঁহি উঠে। ষ্টুডেণ্ট ফেডাৰেচনৰ বহুতো ছাত্ৰও আণ্ডাৰ গ্ৰাউণ্ড হৈছিল। তাৰ ভিতৰত এজন আছিল ড: দেবপ্ৰসাদ বৰুৱা। (এতিয়া গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভাইচ চেন্সেলৰ) তেওঁৰ নামতো গ্ৰেপ্তাৰী পৰোৱানা আছিল। তেওঁ নগাঁৱৰ কোনোবা এখন ঠাইত আত্মগোপন কৰি আছিল। মই বোধহয় তেতিয়াও আই, এছ, চিয়ে পঢ়ি আছোঁ। সেই সময়ত ষ্টুডেণ্ট ফেডাৰেচনৰ কিবা এক অধিৱেশন হৈছিল

নগাৰঁত। তাতে হেনা মজুমদাৰ বাইদেউৰ লগত মযো গুৱাহাটীৰ পৰা গৈছিলোঁ, সেইসময়ত প্ৰবল বৰষুণ হোৱাৰ কথা মনত আছে; বাট পথত খুব বোকা হৈছিল। সেই সময়তে বাতি বাতি গোপনে নগাৰঁৰ আণ্ডাৰ গ্ৰাউণ্ড কৰ্মী সকলক দেখা সাক্ষাৎ কৰা হৈছিল। এদিন জেনেকৈ বাতি হেনা বাইদেউ একজন কমৰেডৰ পথ নিৰ্দেশত গাঁৱৰ বোকাৰে পিছল দুওলুঠীয়া পথেৰে গৈ গোপন ঘাটিত দেৱপ্ৰসাদ বৰুৱাক লগ ধৰিছিল। লগত মোকো নিছিল— দুওলুঠীয়া পথত মাত্ৰ একনহে আগবাঢ়িব পাৰি, গতিকে আমাৰ সক সমদলটোৰ আগতআগত আছিল পথ নিৰ্দেশক কমৰেডজন, মাজত হেনা বাইদেউ আৰু শেষত মই। জেনেকৈ গৈ থাকোঁতে দেখা পালোঁ যে হেনা বাইদেউৰ ভৰি দুখনৰ পৰা কলাচী গোহকৰ উখল আভা বিচ্ছুৰিত হৈছে, ই কি অদ্ভুত কাণ্ড। তাৰ পিছত তাৰ ব্যাখ্যা বিচাৰি পাই মই থমকি তং লোগোৱা হ'লোঁ, হেনা বাইদেউ কিন্তু ভৰিত কলাচী আলোকৰ 'চেণ্ডেল' পিন্ধি নিৰ্বিকাৰ ভাৱে আগুৱাই গৈ আছিল। কথাটো হৈছিল এই, বোকাৰ মাজত হেনা বাইদেৱে বোধহয় কেঁচু গচকিছিল কেঁচুৰ বসত ফচফচাই থাকে (তাৰেই এই জিলিকণি)।

মই কোনোদিন খাঁটি কম্যুনিষ্ট হ'ব পৰা নাই, মই সদায়ে সুবিধাবাদী মধ্যবিত্তই হৈ ৰ'লো। তাৰ বাবে মোৰ মনৰ সংগোপনত সদায়ে একধৰণৰ অপৰাধবোধ আৰু গ্লানিৰ বোজা বহন কৰি আহিছোঁ আজি পৰ্যন্ত। কিন্তু কম্যুনিষ্টসকলৰ নিষ্ঠা আৰু আত্মত্যাগৰ বহুত নমুনা দেখি আহিছোঁ। পৃথিবীৰ বুৰঞ্জীত কম্যুনিষ্ট সকলৰ দৰে ইমান বীৰত্ব আৰু আত্মত্যাগৰ নজিৰ আৰু কাৰোৰেই নাই। তথাপি তাৰ মাজতো নানা সংশয়, দ্বিধা আৰু প্ৰশ্নই মাজে মাজে মনক পীড়া দি থাকে। হয়তো মাৰ্ক্সবাদী পঢ়াশুনা বিশেষ নাই বাবেই এনে দ্বিধা দ্বন্দ্বৰ খলকণি। আৰু এতিয়াতো চীন দেশ আৰু পূব ইউৰোপৰ ঘটনাৱলীয়ে মনক একেবাৰে অশান্ত কৰি তুলিছে। মনলৈ আহিছে God that failed কিতাপখনলৈ। কিন্তু চাৰিওপিনে বিৰাট দাৰিদ্ৰ, অসাম্য, অবিচাৰ, শোষণ আৰু বঞ্চনা দেখি এই বিশ্বাসো ত্যাগ কৰিব নোৱাৰো যে সৰ্বহাৰাৰ মুক্তিৰ বাবে কম্যুনিষ্ট আদৰ্শত বিশ্বাস ৰখাৰ বাহিৰে গত্যন্তৰ নাই।

৯

মই ছাত্রীবাবীৰ হোষ্টেলত থকা সময়তে ছাত্রীবাৰী হাস্পাতালত ডাক্তৰ হিচাপে নিয়োজিত হৈছিল ডা: কল্যাণী দাস। এওঁৰ মৃত্যু ঘটিছে। এসময়ৰ চি, পি, আই (এম)ৰ এম, এল, এ শ্রীবীৰেশ মিশ্রৰ পত্নী আৰু পূৰ্বোল্লেখিত ছাত্র ফেডাৰেচনৰ নেত্রী শ্রীমতী অঞ্জলি দাস বাইদেউৰ ( মেঘালয়ৰ প্রাক্তন এডভোকেট জেনেৰেল নীৰেন্দ্র মোহন লাহিড়ীৰ পত্নী) বায়েক। সেই সূত্রতে মোৰো বাইদেউৰ লগত চা-চিনাকি হৈছিল। গতিকে কল্যাণী বাইদেউ ওচৰতে থকাত মোৰ খুব ভাল লাগিছিল আৰু প্রায়ে তেওঁৰ ওচৰলৈ গৈছিলোঁ। তেওঁ ডাক্তৰী কামৰ ফাঁকে ফাঁকে নাৰ্ছ সকলৰ মাজত পার্টিৰ মতাদর্শ প্রচাৰ কৰাৰ গোপন চেষ্টা চলাই আছিল, নাৰ্ছসকলৰ মাজত সোমাই পৰি তেওঁ দেখিছিল যে সেই সকলো প্রভূত বঞ্চনাৰ চিকাৰ।

কল্যাণী বাইদেউ, অঞ্জলি বাইদেউ কলিকতাৰ এসময়ৰ বিপ্লবী অনুশীলন পার্টিৰ নেতা ডা: সুন্দৰী মোহন দাসৰ নাতিনী। এওঁ কলিকতাৰ নেশ্বনেল মেডিকেল কলেজৰ প্রতিষ্ঠাতা। সেই কলেজৰ সমুখৰ পথটোৰ নাম সুন্দৰী মোহন এভিনিউ। অনুশীলন দলৰ লোক সকলৰ তিনিটা প্রতিজ্ঞা আছিল—(১) ব্যক্তিগত সম্পত্তি নাৰাখে (২) বিদেশী বস্ত্র পৰিধান নকৰে আৰু (৩) বিধবা বিয়া কৰাব। সুন্দৰী মোহন দাসে সেই তিনিওটা শপথেই পালন কৰিছিল। তেওঁ এজন স্ত্রীৰোগ বিশেষজ্ঞ নামী ডাক্তৰ আছিল, প্রচুৰ উপাৰ্জন কৰিছিল কিন্তু অতি সাধাৰণ ভাবে জীৱন যাপন কৰি নিজৰ সমস্ত উপাৰ্জনেৰে সেই মেডিকেল কলেজখন স্থাপন কৰিছিল। তেওঁৰ পুত্র নাতি সকলৰ জীৱনো বৰ্ণাঢ্য। বৰপুত্র অৰ্থাৎ অঞ্জলি বাইদেউহঁতৰ দেউতাকে হাৰ্ভাৰ্ডত কেমিষ্ট্ৰিৰ উচ্চ শিক্ষা ল'বলৈ গৈছিল। তেওঁ অসিবিদ্যাত ইমানেই পাৰ্গত আছিল যে হাৰ্ভাৰ্ডৰ এজন অসিবিদ্যাত পাৰ্গত লোকক তৰোৱাল চালনা কৰি পৰাস্থিত কৰিছিল। কিন্তু ভাৰতবৰ্ষলৈ উভতি অহাৰ পিছত চাকৰি পোৱা টান হৈছিল, কাৰণ ব্রিটিছ চৰকাৰে ইমান ডাঙৰ বিপ্লবী নেতা এজনৰ পুত্ৰই কেমিষ্ট্ৰিত পাৰ্গত হৈ আছি বোমা বাৰুদ তৈয়াৰ কৰি সশস্ত্র বিপ্লৱত অৰিহণা যোগাব বুলি ভয় কৰিছিল। অঞ্জলি বাইদেউৰ ককায়েক এজন চীন দেশলৈ মনে মনে গুচি গৈ তাত আঠ বছৰ আছিল আৰু চীনৰ বিপ্লবী দলত যোগদান কৰিছিল। বৰ্তমান তেওঁ কলিকতাত, তেওঁৰ জীয়েক মানসী বৰুৱা লণ্ডনৰ বি, বি, চি, ৰ বাংলা বিভাগৰ ভাৰপ্রাপ্ত বিষয়া।

অঞ্জলি বাইদেউৰ মাক শিলচৰৰ মানুহ, তেওঁৰ মাকৰ মাকে কলিকতাৰ বেথুন স্কুলত পঢ়িছিল, কলিকতালৈ বোলে গৰুৰ গাড়ীত গৈছিল, গতিকে পঢ়া কালছোৱাত আৰু ঘৰলৈ উভতি অহাৰ সুবিধা নাপাইছিল। অঞ্জলি বাইদেউৰ নিজৰ জীৱনো বৰ্ণাঢ্য। কম্যুনিষ্ট পার্টিৰ জাৰত তেওঁ তেতিয়াৰ অবিভক্ত অসমৰ পাহাৰ-ভৈয়াম অঞ্চলৰ নানা চুকে কোণে পার্টিৰ

সংগঠনৰ কাম কৰি ঘূৰি ফুৰিছিল, অসুবিধাক অসুবিধা নুবুলি কাঁহ'ৰাই জান নকৰি মন প্ৰাণ উচৰ্গা কৰি পাৰ্টিৰ কাম কৰি ঘূৰি ফুৰিছিল। ১৯৭১ চনত বাংলাদেশৰ যুদ্ধৰ সময়তো তেওঁ ব'ৰ্ডাৰত থাকি শৰণাৰ্থী সকলৰ সেৱা কৰি গৈছিল।

এতিয়া পুনৰ আত্ম কথালৈ ঘূৰি আহোঁ। ৰাজনীতিৰ প্ৰতি মোৰ যিমান আকৰ্ষণ আছিল, তাতকৈ বহুগুণে বেছি আকৰ্ষণ আছিল সাহিত্যৰ প্ৰতি। কটন কলেজৰ জীৱনত কলেজৰ বছৰেকীয়া উৎসৱবোৰত অসমীয়া, বঙালী আৰু ইংৰাজী—তিনিওটা ভাষাৰে গল্প প্ৰতিযোগিতাত যোগ দিছিলোঁ। ইংৰাজী ভাষাত কোনো পুৰস্কাৰ নাপালোঁ, কিন্তু অসমীয়া আৰু বঙালীত পুৰস্কাৰ পাইছিলোঁ।

কলেজৰ নিৰ্বাচনত হাৰিছিলোঁ যদিও মই ইণ্টাৰমিডিয়েটৰ প্ৰথম বাৰ্ষিকত থকা সময়ত মোক গাৰ্লছ কমন ৰুমৰ চেক্ৰেটাৰী পতা হৈছিল। সেই সময়ত আমাৰ কলেজলৈ ছাৰ সৰ্বপল্লী ৰাধাকৃষ্ণন আহিছিল। আমাৰ ইউনিয়নৰ ছোৱালীহঁতৰ লগত তেখেতৰ এখন ফটো তোলা হৈছিল। ৰাধাকৃষ্ণনৰ লগত তোলা সেই ফটোখনৰ একপি আছিল যদিও এতিয়া সেইখন হেৰুৱাই পেলাইছোঁ। ফটো হেৰুৱালেও সেই নমস্য ব্যক্তি গৰাকীৰ এষাৰ কথা হ'লে মই জীৱনতে পাহৰিব নোৱাৰো— Sinners may have future saints may have past . জীৱনত কিছু ভুল কিছু পাপ অৱশ্যেই কৰিছোঁ, আৰু তেতিয়া ভাৱোঁ— নিজৰ চেষ্টাৰ বলত মই নিশ্চয় sinner ৰ পৰা saint লৈ পৰিবৰ্তিত হ'ব পাৰো। ৰত্নাকৰৰ পৰা বাল্মিকী হোৱা অৱশ্যে কঠিন কাম— কিন্তু মনৰ ইচ্ছা শক্তিৰ দ্বাৰাই এই সাধনাত নিশ্চয় উত্তীৰ্ণ হ'ব পাৰি। অন্তত: সাধনা চলাই থাকিব পাৰি। এই বিশ্বাস মোৰ জীৱনত এক প্ৰধান পাথেয়।

কটন কলেজৰ জীৱনৰ এক স্মৰণীয় অভিজ্ঞতা হ'ল— কলেজৰ মাচুল বৃদ্ধিৰ প্ৰতিবাদত ছাত্ৰ ছাত্ৰী সকলে কৰা অসহযোগ আন্দোলন। তেতিয়া কলেজৰ অধ্যক্ষ আছিল স্বৰ্গীয় শ্ৰীনাথ চক্ৰবৰ্তী। বৰ কড়া মেজাজৰ লোক। আমাৰ দাবী একেবাৰেই মানি ল'ব খোজা নাছিল। শেষত নেতৃস্থানীয় কিছু ছাত্ৰই অনশন ধৰ্মঘট কৰাৰ সিদ্ধান্ত লৈছিল। মোৰ মনত পৰাত সেই সকলৰ ভিতৰত আছিল মহেন্দ্ৰ বৰা (সাহিত্যিক শিক্ষাবিদ ড: মহেন্দ্ৰ বৰা), দুলাল খাউণ্ড (কম্যুনিষ্ট নেতা) আদি। সিদ্ধান্ত মতেই অনশন ধৰ্মঘট আৰম্ভ হৈছিল। কিছু ছাত্ৰ বোধহয় শেষত অসুস্থও হৈ পৰিছিল। কলেজৰ ছাত্ৰৰ হাস্পাতালত থাকিব লগা হোৱা মেৰাজ হুছেইনৰ কথা অন্তত: ভালকৈ মনত আছে। এই গৰাকী উদীয়মান কবি আছিল চৈয়দ আব্দুল মালিকৰ ভায়েক নে ভতিজাক—মোৰ ঠিক মনত নাই। মই জনাত হুছেইনৰ অকাল মৃত্যুও ঘটিছে। যিহওক, হাস্পাতালৰ ৰুগীয়া বিচনাত পৰি থাকি তেওঁ ছাত্ৰ সকলক উদ্দীপ্ত কৰিব পৰা বিপ্লৱী কবিতা কেতবোৰ লেখিছিল আৰু তেওঁৰ খবৰ ল'বলৈ যোৱা ছাত্ৰী কৰ্মীসকলে সেই কবিতা সংগ্ৰহ কৰি আনি ধৰ্মঘটকাৰী সকলক শুনাইছিল। পিছে দুখৰ কথা যে সেই ধৰ্মঘট সফল নহ'ল। ছাত্ৰ সকলৰ মনোবল ভাগি গৈছিল আৰু ধৰ্মঘটৰ নেতাসকলৰ অনুমতি নোহোৱাকৈ তেওঁলোকে অধ্যক্ষৰ হুমকিৰ সন্মুখীন হৈ তেখেতে জাৰি কৰা কাকতত বিনা চৰ্তে চহী কৰি দিছিল। সেই কুখ্যাত কাকতখিলাত এনেধৰণৰ কথা আছিল— 'মই যি অনুশাসন ভংগৰ কাম কৰি কলেজৰ শৃংখলা ধ্বংস কৰিছোঁ, তাৰ বাবে অতি অনুতপ্ত হৈছোঁ আৰু অধ্যক্ষৰ নচৰত ক্ষমা ভিক্ষা কৰিছোঁ।'

দুখৰ কথা এইটোও যে ধৰ্মঘট কমিটিৰ বহুত নেতায়ো তাত চহী কৰি পেলাইছিল—নহ'লে যে অধ্যক্ষই কলেজৰ পৰা বহিষ্কাৰ কৰি পেলাব। শেষত গৈ বাকী থাকিল দুলাল খাউণ্ড, মহেন্দ্ৰ বৰা আদিকে কৰি অতি মুষ্টিমেয় দুই চাৰিজন(সেই সকলৰ নাম মনত নথকা বাবে মই দুখিত) আৰু ছাত্ৰীৰ ভিতৰত মই। এইখিনিতে এটা কথা কৈ লওঁ—কলেজৰ মাচুল বৃদ্ধিত বৰা বা খাউণ্ডহঁতৰ দৰে নেতাসকলৰ ব্যক্তিগত লোকচান একো হোৱা নাছিল, কাৰণ সেই সময়ত বৃত্তি পোৱা ল'ৰা ছোৱালীবোৰে কলেজত মাচুল দিব নালাগিছিল। তদুপৰি ইণ্টাৰমিডিয়েটত বৃত্তি নাপাই প্ৰথম বিভাগ পালেও মেট্ৰিকৰ বৃত্তিটোকে বি, এ, পাছ কৰা লৈকে পাই থকা যায়। মহেন্দ্ৰ বৰা আৰু দুলাল খাউণ্ড—দুয়ো অতি চোকা ল'ৰা আছিল গতিকে তেওঁলোকে বৃত্তিতো পাইছিলেই, ময়ো পাইছিলোঁ। পিছে আমি কেইজনে শেষলৈকে সেইকুখ্যাত কাকতত চহী নকৰাকৈ থাকি আমাৰ ভবিষ্যত সংশয়াচ্ছন্ন কৰি পেলাইছিলোঁ। শেষত আমাৰ সেই·মুষ্টিমেয় ছাত্ৰৰ মাজত এক বৈঠক বহিল, আৰু তাত সিদ্ধান্ত লোৱা হ'ল যে আমি কেইজনে গাইগুটীয়া ভাবে এনেকৈ চহী নকৰি বহি থাকি নিজৰ জীৱন ধ্বংস কৰা মূৰ্খামিৰ নামান্তৰ হ'ব, গতিকে আমিও চহী কৰিম। মোৰ মনত আছে—কম বয়সৰ আবেগ কৱলিত মই নাটকীয় ভাবে কৈছিলোঁ— আপোনালোকৰ সিদ্ধান্ত মানি ময়ো আপোনালোকৰ লগত চহী কৰিম বাৰু, কিন্তু ইয়াৰ পিছত এই কলংকিত কলমডাল মই আৰু স্পৰ্শ নকৰোঁ, ইয়াক দলিয়াই পেলাই দিম।....হাঁয়ৰে মোৰ কলম, তেতিয়াতো আজিৰ দৰে সস্তীয়া ডটপেনৰ উভৈনদী নাছিল যে এডাল গ'লে আন এডাল কিনি ল'ম। মোৰ সেই ফাউণ্টেনপেন আছিল মোৰ একমেবদ্বিতীয়ম, গতিকে সেইডাল পেলাই দিলে মোৰ অতি আটকীয়া হাত খৰচেৰে আৰু যে সহজে দ্বিতীয় এডাল কলম কিনিব পাৰিলোহেঁতেন সি দুৰ্ঘোৰ সন্দেহৰ কথা, গতিকে মোৰ সেই কলম দলিয়াই দিব খোজাৰ সিদ্ধান্ত অধ্যক্ষৰ কাকতত চহী নকৰাৰ সিদ্ধান্ততকৈ বৰ কম বীৰত্বপূৰ্ণ কথা নাছিল কিন্তু!

এতিয়া মজা কৰিব এৰোঁ। আমি বিষন্ন আৰু ভগ্ন হৃদয় লৈতো চহী কৰিবলৈ যাবলৈ ওলালোঁ—পিছে হঠাতে আমি প্ৰায় নিচিনা, সাধাৰণ যেন লগা ল'ৰা এজন ক'ৰবাৰ পৰা ওলাই আহি দৃঢ়ভাৱে ক'লে— 'আপোনালোকে চহী কৰিলে কৰিব পাৰে, মই কিন্তু কেতিয়াও চহী নকৰো। মই এটা নীতিৰ বাবে চহী কৰা নাছিলোঁ— এতিয়া চহী কৰি মই মোৰ সেই নীতি ভংগ নকৰোঁ।' আমি হতবাক। কোন এই ছাত্ৰ? যি হওঁক, আমি আকৌ আলোচনাত বহিলোঁ আৰু ঠিক কৰিলোঁ যে আমিও চহী নকৰোঁ, আমাৰ সহকৰ্মী এজনক আমি বিট্ৰে কৰিব নোৱাৰোঁ। মোৰ বেচেৰা কলম বাচি গ'ল।

অৱশ্যে আমিও বাচি গ'লো। আমাৰ উদ্ধতালি সত্বেও অধ্যক্ষ মহোদয়ে দয়া পৰৱশ হৈ আমাক ক্ষমা কৰি দিলে।

মই কিন্তু কোনো দিন সেই অখ্যাত অজ্ঞাত সাহসী ছাত্ৰজনক পাহৰিব পৰা নাছিলোঁ। পিছত তেওঁক লৈ মই 'পানৰ নিচিনা দিন' নামৰ সৰু উপন্যাসিকা এখন লেখিছিলোঁ।

# ১০

কটন কলেজত পঢ়া সময়ত নানা ঘটনাই কলেজীয়া জীৱনটো বহুৰঙী কৰি ৰাখিছিল। আমি আই, এছ্ চি, পঢ়ি থকা কালত আৰু এটা ঘটনাই কলেজখনত খলকনি তুলিছিল। আমি তেতিয়া প্ৰথম বাৰ্ষিকৰ ছাত্ৰী। দ্বিতীয় বাৰ্ষিকৰ বিজ্ঞান শাখাত পঢ়া ল'ৰা ছোৱালীবোৰৰ মাজত এজন ছাত্ৰ আছিল যি তেওঁৰ ক্লাছৰ ছোৱালী এজনীক খুব উত্যক্ত কৰি থাকিছিল। ঘটনাটো অতি অপ্ৰীতিকৰ, সেয়ে মই ছাত্ৰ-ছাত্ৰী দুগৰাকীৰ নাম দুটা উহ্য ৰাখি থ'লো। যিহওঁক, ছাত্ৰী-গৰাকীৰ হয়তো অসহ্য লাগি গৈছিল, এদিন তেওঁ ফিজিক্সৰ ক্লাছত সোমোৱাৰ আগতে ভৰিৰ চেণ্ডেল খুলি ছাত্ৰ জনক গালতে চটাপ চটাপকৈ মাৰ সোধালে। কলেজত স্বাভাৱিকতেই হুলস্থূল লাগি গৈছিল।

সেই ঘটনাটোৰ পিছৰ বছৰতে আৰু এটা ঘটনা ঘটিল। আমাৰ লগত পঢ়া নিক দুৱৰা নামৰ ছোৱালী এজনীক (নিক আই, পি, এছ, কিৰণ্ময় মিহিৰ দত্তৰ পত্নী আৰু স্বনামধন্য কেমেৰা মেন্ নলীন দুৱৰাৰ ভনীয়েক) ক্লাছতে পিছ পিনে বহা বিজয় ভূঞাই (এওঁ সূৰ্য ভূঞাৰ পুত্ৰ) বেণীত ধৰি টানি দিলে। নিকয়ে তেতিয়া নিজে কোনো ওলোটা শাৰীৰিক আক্ৰমণ নকৰি প্ৰিঞ্চিপালক লগাই দিলে( মোৰ যতদূৰ মনত পৰে তেতিয়াও সেই অতি কড়া ব্যক্তিত্বৰ শ্ৰীনাথ চক্ৰৱৰ্তীয়েই প্ৰিঞ্চিপাল আছিল)। সেই কেইদিন আমাক লগৰ ল'ৰাবোৰে আলেঙে আলেঙে বেচ কথা শুনাবলৈ ধৰিলে, চেণ্ডেলেৰে মৰা ঘটনাটোৰ জেৰ টানি নিউটনৰ সূত্ৰ এটা আওৰাই আমাক এনে ধৰণেৰেও কথা শুনাইছিল—"To every action, there is an opposite and equal reaction......'

যিহওক, ঘটনা ডাঙৰেই হ'লগৈ। প্ৰিঞ্চিপালে বিজয়ক কলেজৰ পৰা বহিষ্কাৰ কৰি দিলে। মই আজিও ভাবো যে বিজয়ে লঘু পাপত গুৰু শাস্তি ভূগিব লগা হৈছিল। তেওঁ সঁচাকৈয়ে কলেজ ত্যাগ কৰিবলৈ বাধ্য হৈছিল। স্বনামধন্য দেউতাকৰ পুত্ৰ হৈয়ো তেওঁ সেই শাস্তি ৰদ কৰিব নোৱাৰিলে। অৱশ্যে তাৰ প্ৰতিবাদত কলেজত ছাত্ৰসকলে মিটিং পাতিছিল, সেই মিটিঙত বি, এ, ক্লাছৰ ছাত্ৰ চন্দ্ৰপ্ৰসাদ শইকীয়াই উদাত্ত কণ্ঠে বক্তৃতা দিয়া আজিও মনত পৰে। শ্ৰীশইকীয়াই বহুত কথাৰ মাজেৰে ইয়াকো কৈছিল যে বিজয়ৰ এই ক্ষণিকৰ ভুলটো যৌৱনৰ ভুল। ক্লাছৰ ছোৱালীবোৰৰ লগত বহি ক্লাছ কৰি আছে, হঠাতে সমুখত ছোৱালী এজনীৰ চুলিৰ পৰা কালিফৰ্ণিয়ান পপি তেলৰ সুমিষ্ট সুগন্ধ আহি তেওঁৰ নাকত লাগিল, তৰুণ প্ৰাণ ৰোমাণ্টিক আবেগত মুহূৰ্ততে বিহ্বল হৈ পৰিল আৰু কেতিয়ানো অজানিতে তেওঁৰ হাত সেই চুলিৰ ফালে আগুৱাই গ'ল তেওঁ বুজিব নোৱাৰিলে...যৌৱনৰ এনে ভৰ বিহ্বলতাক প্ৰিঞ্চিপালে উদাৰ চিত্তৰে ক্ষমা কৰি দিব লাগে।

পিছে কঠোৰ প্ৰাণ কড়া শাসনৰ মনোবৃত্তিৰ প্ৰবীণ প্ৰিঞ্চিপালৰ হাতত ক্ষেত্ৰ এই

চঞ্চলতাই কোনো ক্ষমা আদায় কৰিব নোৱাৰিলে।

আমি পঢ়া কালত অসম যে বিভক্ত হোৱা নাছিল সেই কথা সকলোৰে বিদিত। সেয়া আছিল পঞ্চাশৰ দশকৰ আৰম্ভণিৰ সময়। আমাৰ লগত তেতিয়া নাগালেণ্ড, মিজোৰাম, অৰুণাচল, ত্ৰিপুৰা, মেঘালয়, মণিপুৰ সকলো ঠাইৰ পৰাই ছাত্ৰ ছাত্ৰী আহি পঢ়াৰ কথা লেখিছোঁ। সেই ছাত্ৰ ছাত্ৰীৰ মনত ভৈয়াম বাসী অসমীয়াৰ বিৰুদ্ধে যে যথেষ্ট ক্ষোভ আছিল সেই কথাৰ আমি উমান পাইছিলোঁ। এই বিষয়ত আটাইতকৈ উগ্ৰ আছিল বিলিয়া ছিয়া নামৰ এজনী নাগা ছোৱালী। ওখ, হটঙা ছোৱালী বিলিয়াই নগালেণ্ডৰ শোষণৰ কথা, ভৈয়ামৰ অসমীয়াই তেওঁলোকক হীন চকুৰে চোৱা আদি কথা লৈ প্ৰায়ে হোষ্টেলৰ ছোৱালীৰ লগত তৰ্ক কৰিছিল। বিলিয়াই আমাৰ ক্লাছত পঢ়িছিল আৰু এজনী ছোৱালী আছিল ৰাণো ইৰালু, তেওঁ আমাতকৈ ওপৰৰ ক্লাছত পঢ়িছিল। ৰাণো বেচ ধুনীয়া ছোৱালী আছিল। বঙীন নাগা পোছাকটোৱে তেওঁক বৰ শুৱাইছিল। তেওঁক মোৰ বৰ উগ্ৰ যেন নালাগিছিল। পিছত কিন্তু শুনিছিলোঁ যে দুয়ো গৰাকী নাগা ছোৱালী নগালেণ্ডৰ সাৰ্বভৌমত্ব বিচৰা আন্দোলনৰ একো একো গৰাকী নেত্ৰী হৈছিলগৈ। দুয়ো আণ্ডাৰ গ্ৰাউণ্ডলৈ গৈছিল। জংগলৰ গোপন জীৱনত বৰ্ণনাতীত দুখ কষ্ট সহিছিল, লগতে পুলিচৰ অকথ্য অত্যাচাৰতো আছেই। মই পূৰ্বতে উল্লেখ কৰি অহা অঞ্জলি লাহিড়ী বাইদেৱে ছাত্ৰ ফেডাৰেচনৰ কামত পাৰ্বত্য জিলাবোৰত ঘূৰি ফুৰাৰ সময়ত ৰাণোক লগ পোৱাৰ কথা কৈছিল। কিমান সংঘৰ্ষ, কিমান কষ্টৰ মাজেৰে দিন কটাইছিল সেই কথা কৈছিল। বাতৰি কাকতত জানুৱাৰী মাহত খবৰ এটা পঢ়ি তেওঁৰ কথা, অতীতৰ সেই ছাত্ৰীবাবী হোষ্টেলৰ মুকলি মুৰীয়া আনন্দৰ ছাত্ৰ-জীৱন কটোৱা ছোৱালী জনীৰ কথা বৰকৈ মনলৈ আহিছে। ৰাণোৱে বিয়া কৰাইছিল লুংশ্বিম ছাইজাক। স্বামী-স্ত্ৰী দুয়ো নাগালেণ্ডৰ সাৰ্বভৌমত্ব দাবীৰ আন্দোলনৰ সক্ৰিয় কৰ্মী আছিল আৰু আন্দাৰ গ্ৰাউণ্ডলৈ গৈছিল। (ৰাণো আছিল নাগা নেতা ফিজোৰ ভতিজা ছোৱালী)। তাৰ পিছত শ্বিলং চুক্তি হৈছিল আৰু আণ্ডাৰ গ্ৰাউণ্ড নাগা নেতা সকলে বিনা চৰ্তে ভাৰতৰ সংবিধান মানি লৈছিল। এই চুক্তি কাৰ্যকৰী কৰাত আগভাগ লৈছিল লুংশ্বিম ছাইজাই। পিছে সকলো নেতাই এই চুক্তি মানি লোৱা নাছিল, পিছত তেওঁলোক একগোট হৈ এন, এছ, চি, এন, (নেশ্বনেল ছোচিয়েলিষ্ট কাউন্সিল অৱ্ নাগালেণ্ড) নামৰ বিপ্লৱী সংগঠনটো গঢ়ি তুলিছিল আৰু যি সকল নেতাই শ্বিলং চুক্তিত মান্তি হৈছিল তেওঁলোকৰ ওপৰত প্ৰতিশোধ লোৱাৰ সংকল্প লৈছিল। জনতা দলৰ নেতা আৰু মণিপুৰ বিধান সভালৈ উখৰুল সমষ্টিৰ পৰা মনোনয়ন পোৱা লুংশ্বিম ছাইজাক আততায়ীয়ে গুলী কৰি হত্যা কৰিলে। প্ৰসঙ্গত: উল্লেখ কৰিব পাৰি যে লুংশ্বিমৰ ককায়েক মণিপুৰৰ এক ভূতপূৰ্ব মুখ্যমন্ত্ৰী ইয়াংমাছো ছাইজাকো ১৯৮৪ চনৰ জানুৱাৰী মাহত তেওঁৰ নিজৰ বাসভৱনতে আততায়ীয়ে গুলীয়াই হত্যা কৰিছিল। যিহওক, স্বামীৰ হত্যাৰ খবৰ পাই ৰাণোৱে হেনো কৈছে যে ই ৰাজনৈতিক হত্যা। সৰ্বসাধাৰণেও সন্দেহ কৰিছিল এন, এছ, চি, এনৰ দলেই এই হত্যাকাণ্ড সংঘটিত কৰিছে। আনহাতে এই প্ৰশ্নও থাকি যায়—এন, এছ, চি, এনৰ পূৰ্বৰ কাৰ্য পদ্ধতিয়ে কয় যে তেওঁলোকে যাক খতম কৰিব খুজিব তাক আগতেই পূৰ্বাভাষ দিব। কিন্তু লুংশ্বিম ছাইজাই হেনো তেনে কোনো ওৱাৰ্নিং পোৱা নাছিল।

মোৰ বাপেৰো ইম্ফালৰ লগত বিশেষ কোনো সম্পৰ্ক নাছিল যদিও খবৰটো পঢ়ি খুব দুখ লাগিছিল। কঠোৰ সংগ্ৰাম আৰু ত্যাগৰ মাজেৰে আহিও মানুহজনীৰ শিহৰ জীৱনটো আৰু কষ্ট নাঁতবিল।

পাৰ্বত্য জিলাবোৰৰ বাকী আন কোনো ছোৱালীৰ লগতে আমাৰ কোনো ৰাজনৈতিক তৰ্ক-বিতৰ্ক নালাগিছিল। আচলতে তেওঁলোকৰ ভিতৰত কোনো হয়তো বিলিয়া আৰু বাপেৰ দৰে ৰাজনৈতিক ভাৱে সচেতন নাছিল। তেওঁলোকক খুব ছিৰিয়াচ হৈ কেৱল পঢ়া শুনাকে কৰা দেখিছিলোঁ। মণিপুৰৰ বাহিৰে প্ৰায় সকলোবোৰ পাহাৰৰ ছোৱালী খ্ৰীষ্টান আছিল। ৰবিবাৰে ৰবিবাৰে তেওঁলোকে হোষ্টেলৰ চুপাৰিনটেণ্ডেণ্টৰ লগত কাছাৰিজাৰত থকা গীৰ্জালৈ প্ৰাৰ্থনা কৰিবলৈ গৈছিল। আমি হিন্দু ছোৱালীবোৰে তেওঁলোকৰ লগত বৰদিনৰ সময়ত খ্ৰীষ্টমাছ্‌ কেৰলত যোগ দিছিলোঁ। হোষ্টেলৰ কম্পাউণ্ডত আমি শাৰী পাতি থিয় হৈ এই কেৰল গাই শোভাযাত্ৰাত আগবাঢ়িছিলোঁ—'আজি আমাৰ বৰদিন যীশু খৃষ্টৰ জন্মদিন, নাচে প্ৰাণ নাচে মন উলাহত....'কেৰলৰ গোটেইখিনি কথা অৱশ্যে মোৰ পূৰা শুদ্ধকৈ মনত নাই।

মই ধৰ্ম নমনা মানুহ, কিন্তু খ্ৰীষ্টান ধৰ্মৰ প্ৰতি মোৰ অদ্ভুত আকৰ্ষণ এটা আছে, হয়তো যীশুৰ প্ৰেমৰ বাণীয়ে মোক আকৰ্ষিত কৰিছে। তদুপৰি বাইবেলৰ কথাবোৰ যে কি সুন্দৰ। আনহাতে মই কিছুমান প্ৰশ্নৰ কোনোমতে উত্তৰ বিচাৰি নাপাওঁ—ভগৱানৰ ওচৰ চাপিবলৈ কিয় মানুহে সৰ্বস্ব ত্যাগ কৰিব লগা হয়? যীশুৰ দৰে প্ৰেম আৰু দয়াৰ আধাৰ ব্যক্তি এজনৰ কিয় এনে যন্ত্ৰণা জৰ্জৰিত অন্তিম দশা হয়? ভক্ত সকলে নানা উত্তৰ দিয়ে, কিন্তু সেইবোৰে মোক আশ্বস্ত কৰিব নোৱাৰে, পৰিত্ৰাণ দিয়াব নোৱাৰে। ওল্ড টেষ্টামেণ্টৰ 'বুক অৱ্‌ জবৰ' কাহিনীয়ে চিন্তাশীল মানুহক বিভ্ৰান্ত কৰি আহিছে। ঈশ্বৰপ্ৰাপ্তিৰ বাবে তেওঁ কিয় সকলো হেৰুৱাব লগা হ'ল? ডষ্টয়েভস্কিক এই প্ৰশ্নটোৱে হেনো সদায় পীড়িত কৰি ৰাখিছিল। তেওঁ যীশুখৃষ্টৰ অন্তিম দশা লৈ বহুত প্ৰশ্নই কৰিছে, আৰু আচলতে সেইবোৰ পঢ়ি পঢ়ি মোৰো মন সংশয়ত দোদুল্যমান হৈ থাকে। (খ্ৰীষ্টান ধৰ্মৰ প্ৰতি মোৰ মোহ একধৰণৰ এটা ৰোমেণ্টিক বিলাস বুলিও ক'ব পাৰি যাৰ বাবে মই তৰুণ বয়সত ভিজিত ক্ৰছৰ লকেট এটা পিন্ধিছিলোঁ) ডষ্টয়েভস্কিয়ে বাৰে বাৰে এনেবোৰ কথা লেখিছে— 'That picture? (যীশুক ক্ৰুছবিদ্ধ কৰা ছবি) That picture why, that is capable of destroying faith in same people.' আকৌ লেখিছে—Nature is a mocker! why does she create, the finest of beings only to ridicule them afterwards? Wasn't her doing that the only human being recognised as perfect on earth it was her doing that after showing him to mankind, she destined him to say things that have led to the spilling of such torrents of blood that mankind would have drowned in it, had it been shed all at once...!

ডষ্টয়েভস্কিয়ে ওপৰৰ কথাখিনি 'Idiot' নামৰ গ্ৰন্থত ইডিয়ট নামৰ চৰিত্ৰ এটাৰ মুখেৰে কোৱাইছে। আকৌ 'ব্ৰাদাৰ্ছ কাৰামাজভ'ত মাজু কাৰামাজভ্‌ ভাতৃ আইভানে সৰু ভায়েক এলিওছাৰ লগত জীৱন সম্পৰ্কে যি সুদীৰ্ঘ আলোচনা কৰিছে (কোৱা হয় যে অস্তিত্ববাদী

দৰ্শনৰ সেই আলোচনাটো হ'ল প্ৰথম বাটকটীয়া) তাত তেওঁ ভগবানৰ সৃষ্ট এই পৃথিৱীত• নিৰাপৰাধী মানুহৰ দুখ কষ্টৰ কথা আলোচনা কৰি বিদ্ৰোহীৰ উম্মাৰে কৈ উঠিছে— 'I will never accept that kingdom of God!'

জীৱনত আইভানৰ দৰে ময়ো বহুবাৰ মনেৰে স্বগতোক্তি কৰিছোঁ— 'I will never accept that kingdom of God!'

# ১১

কটন কলেজত পঢ়াৰ দিনৰ এক মধুৰ অভিজ্ঞতা মোৰ স্মৃতিৰ বত্নভাণ্ডাৰত অতি যতনেৰে সজাই থৈছোঁ।

মই আগতেই অডাম তামুকৰ কথা লেখিছিলোঁ। তেতিয়াৰ নেফাৰ আবৰ জীয়ৰী মোৰ লগত একেলগে আই, এছ, চি, পঢ়িছিল। এই কথাও বোধহয় উল্লেখ কৰিছোঁ যে অডাম নেফাৰ প্ৰথম কলেজত পঢ়া ছোৱালী। ল'ৰাৰ ভিতৰত আছিল ডাইং ইৰিং। আমাতকৈ দুই ক্লাছ ওপৰত পঢ়িছিল। ডাইং মাজে মাজে অডামৰ খবৰ কৰিবলৈ হোষ্টেললৈ আহিছিল আৰু তেতিয়া আমি ডাইঙৰ লগত অডামৰ নাম দি খুব জোকাইছিলোঁ। অডাম কিন্তু খঙতে একো নাই হৈ গৈছিল— ডাইঙৰ লগত তাইৰ কোনো সম্পৰ্ক নাই, একে ঠাইৰ স্বজাতিৰ ল'ৰা বুলি খবৰ লবলৈ আহে, তেওঁৰ প্ৰতি অডামৰ কোনো দুৰ্বলতা নাই, ডাইঙক বিয়া কৰোৱাৰ কথা তাই সপোনতো নাভাবে। আমি যুক্তিৰে সেই যোৰটিক অবধাৰিত বুলি কৈছিলোঁ, কাৰণ ডাইঙৰ বাহিৰে অডামৰ নিজৰ ঠাইৰ আৰু কোনো যোগ্য প্ৰাৰ্থী নোলাব বুলি ভাবিছিলোঁ। তদুপৰি অডাম যেনে শান্ত শিষ্ট লাজকুৰীয়া স্বভাৱৰ ছোৱালী, আন কাৰোবাৰ লগত যে ভাল পোৱাৰ সম্পৰ্ক ঘটিব সেই কথাওতো ভাবিব নোৱাৰি। যিহওক, শেষত ডাইঙৰ লগতে অডামৰ বিয়া হৈছিল। ডাইং ইৰিং পিছলৈ কেন্দ্ৰত বহি: বিভাগ দপ্তৰৰ ডেপুটি মিনিষ্টাৰো হৈছিল। মই তেওঁক সেই সময়ত এবাৰ গুৱাহাটী ষ্টেচনত লগ পাইছিলোঁ। কটন কলেজত পঢ়াৰ বহু বছৰৰ পিছত সেই সাক্ষাৎ। তেওঁ আৰু শকত আৰু ধুনীয়া হৈছিল, আগৰ লাজকুৰীয়া সাধাৰণ ল'ৰা এটাৰ সলনি বেচ ব্যক্তিত্ব সম্পন্ন মানুহ এজনলৈ পৰিবৰ্তিত হোৱা ডাইঙে মোক খুব সপ্ৰতিভ ভাৱে চিনি কৈছিল—'I remember you were a close friend of my wife।'

তাৰ পিছত অতি অকালতে, অতি সোনকালে অডাম আৰু ডাইঙৰ জীৱন পৰিক্ৰমাৰ অন্ত পৰিছিল। অডামক অদ্ভুত এক বিষে সৰ্বাংগ জৰ্জৰিত কৰি পেলাইছিল আৰু শেষত মৃত্যু বৰণ কৰিব লগাও হৈছিল। ডাইঙো কেইবছৰমান পিছতে হাৰ্টফেল কৰি ঢুকাইছিল।

আমি বোধহয় তেতিয়া আই, এছ, চি, পৰীক্ষা দি উঠিছিলোঁ। মই অডামক ক'লো যে তাইৰ আপত্তি নাথাকিলে, অসুবিধা নাথাকিলে ময়ো অডামৰ লগত আবৰ পাহাৰলৈ যাব খোজো। তাই সানন্দে সন্মত হ'ল। তেতিয়া নয়ন দেৱীও আমাৰ লগত ওলাল।

অডামহঁতৰ পাহাৰৰ ঘৰলৈ পাছিঘাট হৈ যাব লাগে, তাৰ আগতে ডিব্ৰুগড়লৈ যাব লাগিব। মোৰ পিতা তেতিয়াও ডিব্ৰুগড়তে কাম কৰি আছিল, গতিকে আমাৰ সেইটো সুবিধা হ'ল। তিনিও দে ডিব্ৰুগড়ত আমাৰ ঘৰত এদিন নে দুদিন থাকিলোঁ, মোৰ বোৱাৰ যোগাৰ যন্ত্ৰ কৰিলোঁ। মোৰ কোনো কথাত ঘৰ পৰা কেনেকৈবা হকনথা পোৱা নাছিলোঁ, এইবাৰো

আপত্তি নহ'ল। আমি গৈ পাছিঘাট পালোগৈ আৰু অডামে আগতে লেখিমেলি পঠোৱা মতে তেওঁৰ পৰিয়ালৰ মানুহে আমি এৰাতি থাকিব পৰাকৈ তাৰ ডাক বঙলাত কোঠালী এটা ঠিক কৰি থৈছিল, এনেকি অডামৰ ঘৰৰ মানুহ আহিও আমাৰ বাবে তাত অপেক্ষা কৰি আছিল। অডামৰ মাকৰ বাহিৰে আৰু কোন আহিছিল মোৰ মনত নাই, কিন্তু মাকৰ চেহেৰাটো এতিয়াও মোৰ মনৰ চকুৰ আগত ভাঁহি আছে। পিন্ধনত এটা ব্লাউজ আৰু তেওঁলোকৰ নিজস্ব ফুলাম কাম কৰা কাপোৰখন ককালৰ পৰা ভৰিৰ সক গাঁঠিৰ ওপৰলৈ পিন্ধা, চুলি সম্পূৰ্ণ বাতি কাট। অডামে কৈছিল যে এতিয়াৰ পৰা তায়ো সেই পোছাক পিন্ধিব লাগিব, মেখেলা চাদৰ এৰিব লাগিব। অডামৰ ঘৰৰ মানুহে অসমীয়া ক'ব নাজানিছিল, গতিকে আমি তেওঁলোকৰ লগত কেৱল হাঁহি বিনিময় কৰিছিলোঁ।

মই পাছিঘাটলৈ এবাৰেই গৈছোঁ, তাৰ মোহিনী ৰূপৰ কথা কেতিয়াও পাহৰিব নোৱাৰোঁ। পিছলৈ আৰু এবাৰ যোৱাৰ ইচ্ছা হৈছিল যদিও হৈ নুঠিল। হয়তো ভালেই হ'ল— শুনিছোঁ পাছিঘাট এতিয়া এখন ডাঙৰ চহৰ, মানুহ-দুনুহ, গাড়ী ধোঁৱাৰে ভৰা, গতিকে তাৰ যি কুমাৰী প্ৰকৃতিয়ে মোক মুগ্ধ কৰিছিল—সেই প্ৰকৃতি এতিয়া আৰু 'Nature's unravaged bride' হৈ থকা নাই।

এইখিনিতে নেফা তথা পাছিঘাট সম্পৰ্কে অলপ কৈ লোৱাটো প্ৰাসংগিক হ'ব। নেফা অৰ্থাৎ উত্তৰ পূব সীমান্ত অঞ্চল তেতিয়া কেন্দ্ৰীয় শাসনৰ অধীনত পাঁচটা উপত্যকাত বিভক্ত আছিল—যেনে আবৰ, মিচিমি, টিৰাপ, সোৱণশিৰি আৰু বালিপাৰা। ১৯৪৮ চনত নগাপাহাৰৰ টুৱেনচাং অঞ্চলকো নেফাৰ অন্তৰ্ভুক্ত কৰা হৈছিল। আমাৰ অডাম আছিল আবৰ পাহাৰৰ। এতিয়া আবৰ পাহাৰৰ নাম চিয়াং-বাকী কেইখন হ'ল যথাক্ৰমে লোহিত বা দিচাং, টিৰাপ, সোৱণশিৰি, কামেং আৰু টুৱেনচাং। এইবিলাকৰ সদৰ ঠাইবোৰ আছিল— পাছিঘাট, সদিয়া, মাৰ্ঘেৰিটা, জিৰো, চাবিদুৱাৰ আৰু টুৱেনচাং। তেতিয়া এই ঠাইবোৰত একোজন পলিটিকেল অফিচাৰ থাকিছিল। এওঁলোকৰ ওপৰত এজন উপদেষ্টা থাকিছিল। কেইজনমান অসমীয়া পি, ও, ৰ নাম উল্লেখ কৰিব পাৰি যেনে সৰ্বশ্ৰী বিপিন বৰগোঁহাই আৰু চন্দ্ৰকমল ভূঞা। উপদেষ্টাৰ ওপৰত আছিল ৰাজ্যপাল-তেওঁ অসমৰো ৰাজ্যপাল। উপদেষ্টা আৰু ৰাজ্যপাল চিয়াঙতে আছিল। ১৯৫২ চনত নেফাত বিশেষ উপদেষ্টা হিচাপে নিযুক্তি পাইছিল পৃথিবী বিখ্যাত নৃতত্ত্ববিদ ভেৰিয়াৰ এলুৱিনে। নেফাৰ স্কুলত আদিতে অসমীয়া ভাষাই শিকোৱা হৈছিল, কিন্তু লাহে লাহে হিন্দীৰ প্ৰচলন কৰা হ'ল। কেন্দ্ৰীয় শাসনকৰ্তা সকলেই লাহে লাহে নেফাক অসমৰ পৰা আঁতৰাই নিলে—অৱশ্যে অসমীয়া মানুহবোৰো দোষৰ উৰ্দ্ধত নহয়, পাহাৰীয়া লোক সকলক যে তেওঁলোকে কিছু হীনভাবে চাইছিল- তাত সন্দেহ নাই। তাৰ ফল আজি সমগ্ৰ অসমে পাইছে।

যিহওক, এইবোৰ ৰাজনীতিৰ কথা, অন্তহীন কথা। গতিকে পুনৰ মই নেফাৰ অইন কথালৈ আহোঁ।

আবৰ পাহাৰলৈ যোৱাৰ হেঁপাহৰ এক প্ৰধান কাৰণ আছিল তাৰ প্ৰাকৃতিক সৌন্দৰ্যৰ আকৰ্ষণ। ড: ভূপেন হাজৰিকাই লেখিছিল- 'কামেং সীমান্ত, ৰূপৰ নাই অন্ত।' কিন্তু কেৱল কামেঙেই কি, সমগ্ৰ অৰুণাচলৰ ৰূপৰ অন্ত নাই। এই ৰূপ মই স্কুলত থাকোঁতেই

এবাৰ দৰ্শন কৰিছিলোঁ— তেতিয়াৰ পৰা মোৰ বন্য, প্ৰকৃতি প্ৰেমী সত্তাটো আকৌ এবাৰ এই প্ৰকৃতিৰ ৰম্য লীলাভূমি চাবলৈ উৰাউল হৈ আছিল। মই অষ্টমমান শ্ৰেণীত থাকোঁতে পিতাই তেওঁৰ বন্ধু এজনৰ লগত পৰশুৰাম কুণ্ড চোৱাৰ নিমন্ত্ৰণ পাইছিল। বন্ধুজনে এখন ট্ৰাক লৈ সপৰিয়ালে গুৱাহাটীৰ পৰা পৰশুৰাম কুণ্ডলৈ গৈছিল। মোৰ খাটনিত পৰি পিতাই লগত মোক আৰু সৰু ভাই পবিত্ৰক ল'বলৈও বাধ্য হৈছিল। সি যে কি কষ্টকৰ যাত্ৰা আছিল পাঠকে সহজেই কল্পনা কৰিব পাৰিব। গুৱাহাটিৰ পৰা পৰশুৰাম কুণ্ডলৈ ট্ৰাকেৰে যাত্ৰা! অৱশ্যে আজি আৰু কষ্টৰ কথাবোৰ মনত নাই মনত আছে কেৱল পৰশুৰাম কুণ্ডৰ অপাৰ্থিৱ নৈসৰ্গিক শোভা, ধূসৰ হৈ গৈছে যদিও। দিল্লীৰ লালকিল্লাত লেখা আছে- If there is any heaven, it is this, it is this মযো সেই কথাষাৰকে পৰশুৰাম কুণ্ডৰ বিষয়ে ক'ব খোজো। আমি যেতিয়া তেজু পাইছিলোগৈ-তাৰ পৰাই আৰম্ভ হৈছিল অপূৰ্ব প্ৰাকৃতিক শোভা। মনত আছে বিৰাট একোজোপা গছ-গছ বাঞ্চি যি কাঠৰ ভুৰ সজা হয়—তাৰেই তেজুত লোহিত নদী পাৰ হ'ব লাগে। এজন মিচিং নাৱৰীয়াই আমাক নৈখন পাৰ কৰাইছিল। ওৱাৰ্ডছ্‌ওৱৰ্থে 'ইয়াৰো' নদী দেখি যিদৰে উচ্ছ্বসিত হৈ উঠিছিল মযো বোধহয় লোহিত নদীখন দেখি তেনেদৰে উচ্ছ্বসিত হৈ উঠিছিলোঁ-দুয়োপাৰে নিজান বনানীৰ শ্যামল শোভা, মাজেৰে বৈ গৈছে নিৰ্মল নীলা পানীৰ পাহাৰী নৈ, যথেষ্ট বহল, পানী ইমানেই পৰিষ্কাৰ যে একেবাৰে তলীৰ বিৰাট বিৰাট পাথৰবোৰ দেখা গৈছিল। সেই অতল তলী দেখি বুকুখন কঁপিও উঠে—কিন্তু কি ভয়ংকৰ সুন্দৰ! আমি সিপাৰৰ পৰা পৰশুৰাম কুণ্ডলৈ খোজ কাঢ়ি গৈছিলোঁ নে কাৰোবাৰ জীপেৰে গৈছিলোঁ মনত নাই। নিজান হাবিৰ কবি অজিৎ বৰুৱাৰ ভাষাৰে 'পাতে বাট আগছি ধৰা' লুংলুঙীয়া বাটেৰে যে বহুত দূৰ খোজ কাঢ়িছিলোঁ মনত আছে। তেজুৰ পৰা পৰশুৰাম কুণ্ড কিমান দূৰ নাজানো, কিন্তু শদিয়াৰ পৰা মিচিমি পৰ্বতত অৱস্থিত পৰশুৰাম কুণ্ড প্ৰায় ত্ৰিশ মাইলমান দূৰ। বাটত আমি দুই এজন মিচিমি লোকক লগ পাইছিলোঁ, তেওঁলোকে গছৰ পাতৰ হোৰাত ভাত বান্ধি লৈ গৈছিল।

শুনিছোঁ, পৰশুৰাম কুণ্ডৰ আগৰ সেই সৌন্দৰ্য আৰু নাই। ১৯৫০ চনত হোৱা বিৰাট ভূমিকম্পই হেনো তাৰ সৌন্দৰ্যৰ বহুত হানি কৰিলে। তেতিয়া দেখা কুণ্ডটো আছিল দূৰৰ নীলা পাহাৰ বেষ্টিত লোহিতৰ এধাৰা পানী, পাহাৰে ঠাই এৰি দিয়া এক কন্দৰত সেই নীলা পানী জমা হৈছেহি, তাৰ গাতে লাগি থকা পাহাৰ এখনৰ পৰাও জলপ্ৰপাতৰ দৰে পানী বাগৰি আহি তাত মিলিছেহি। সকলো তীৰ্থ যাত্ৰীয়ে জলপ্ৰপাতৰ তলত গা ধোৱে, আমিও ধুইছিলোঁ। মোৰ মুগ্ধ দৃষ্টি বাৰে বাৰে দূৰৰ সুউচ্চ নীলা পাহাৰ, তলেৰে বৈ যোৱা নীলা লোহিতৰ অতি নিজান দৃশ্যত আবদ্ধ হৈছিল।

সেই পৰশুৰাম কুণ্ডৰ যাত্ৰাৰ পিছত মই এই দ্বিতীয়বাৰ নেফাৰ ভূমিত পদাৰ্পণ কৰিছিলোঁ। ৰাতি পাছিঘাটৰ ডাক বঙলাত শুই মোৰ বহুতপৰলৈ টোপনি অহা নাছিল—পাছিঘাটৰ মাজেৰে যোৱা নৈখন 'যতদূৰ সম্ভৱ দিহিং' শিলনীৰ মাজেৰে বৈ যোৱাৰ ফলত যি বিৰাট হোহোৱনি শব্দ হৈছিল, সেই শব্দ প্ৰকৃতিৰ কোলাৰ ঠাইখনত ৰাতিৰ নিস্তব্ধতাত আৰু জোৰেৰে শুনা গৈছিল। মই মুগ্ধ আবেশত শুনি শুনি ভাবিছিলোঁ— দিনতো এনে আৱাজ শুনা নাছিলোঁ। তাৰ পিছত সেই শব্দই যেন লাহে লাহে নিচুকনি গীত হৈ মোৰ চকুৰ

পতালৈ টোপনি নমাই আনিছিল।

সিদিনা দুপৰীয়াই নে তাৰ পিছদিনাই মনত নাই আমি মনৰ আনন্দত টপলিয়াই টপলিয়াই দিহিং নৈত গা ধুইছিলো—। কি আনন্দ কি আনন্দ! সকতে মই টাৰজানৰ (জনি ওৱেছমুলাৰ আৰু মৰিন ও'হাৰা অভিনীত) সকলো চিনেমা যেনেকৈ হলেও চাইছিলোঁ। 'টাৰজান ফাইণ্ডছ্ এ ছন' নামৰ চিনেমাখনত দেখিছিলোঁ টাৰজানৰ ল'ৰাটোৱে পৃথিবীৰ দৈত্যকায় লিলি (Giant lily) ফুলবোৰৰ এটা পাতৰ পৰা আন এটা পাতলৈ জপিয়াই মনৰ আনন্দত চিঞৰিছিল— joy! joy! joy! মোৰ অৱস্থাও তেনে হৈছিল। গভীৰ অথচ পাথৰে ভৰা কল-কলোৱা নৈত গা ধোৱাৰ যে কি আনন্দ, কি মাদকতা, কি বিপদৰ ৰোমাঞ্চ— এবাৰ তলৰ শিলত ভৰি পিছলিলেই হ'ল আৰু।

# ১২

তাৰ পিছত আমাৰ আবৰ পাহাৰলৈ যাত্ৰা আৰম্ভ হৈছিল। এতিয়াৰ দৰে আমিতো চেলোৱাৰ কামিজ নিপিন্ধিছিলোঁ, মেখেলা চাদৰেই পিন্ধিছিলোঁ— কিন্তু সেই পোছাকেৰেই, মেখেলা কোঁচাই লৈ আমি পাহাৰীয়া জুৰিৰ শিলৰ ওপৰেদি জপিয়াই জপিয়াই আগবাঢ়িছিলোঁ— ইটো শিলৰ পৰা সিটো শিললৈ জপিয়াওঁ— কি ফুৰ্তি, কি আনন্দ, joy! joy! joy! আমাৰ চঞ্চল হৰিণৰ দৰে লম্ফ জম্ফ দেখি অডামৰ মাকহঁতে সস্নেহ প্ৰশ্ৰয়ৰ হাঁহি মাৰিছিল। তাৰ পিছত আৰম্ভ হৈছিল পাহাৰ বগোৱা— বেচ ওখ পাহাৰেই, কিন্তু সেই কষ্টওতো এড্‌ভাঞ্চাৰৰে অংগ। অডামহঁতৰ গাঁৱৰ সেৰেঙা ঘৰবোৰ বিৰাট বিৰাট গছেৰে ঠেকা দি থিয় কৰি থোৱা সেই গছবোৰ আকৌ বিৰাট শিলেৰে ঠেকা দিয়া। অৱশ্যে চাঙৰে ঘৰ। আমাক আপং খাবলৈ দিছিল, মই চেষ্টা চলাইছিলোঁ যদিও গোন্ধত খাব নোৱাৰিছিলোঁ, সকলোৰে লগত অৱশ্যে বিড়ি হুঁপিছিলোঁ। অডামে আমাক আগতেই সকিয়াই থোৱা মতে ভাতৰ যোগাৰ আছিল অতি সাধাৰণ, ভাত আৰু কেঁচা জলকীয়াৰে প্ৰায় সিজোৱা বগালাওৰ আঞ্জা। আমি কিন্তু তাকেই হেঁপাহেৰে খাইছিলোঁ। অডামহঁতৰ গাঁৱত আমি কেইদিন আছিলোঁ মনত নাই, কেৱল মনত আছে যে আমি গাঁৱখনত ঘূৰি ঘূৰি মানুহৰ ঘৰলৈ গ'লে প্ৰথমতে সকলোৱে হাঁহিমুখে সুধিছিল— আই দ'? আই দ'? অৰ্থাৎ, ভালনে? আৰু দুটা বাক্য এতিয়াও মনত আছে— চা তিত, আপীন দত— চাহ খাইছোঁ, ভাত খাইছোঁ।

অডামহঁতৰ ঘৰৰ পৰা ঘূৰি অহাৰ সময়ত আমাৰ লগত অডাম আৰু তাইৰ দুজনী ভনীয়েক (সহোদৰা নহয়) আহিছিল— সিহঁতৰ গাৰ বৰণ আছিল তেজে ফুটো ফুটো, ভৰি হাত নোদোকা নোদোকা। এতিয়াও মনত পৰে— ছোৱালী দুজনীক লৈ আমি ডিব্ৰুগড়ত বজাৰ কৰিবলৈ যাওঁতে আলিবাটৰ মানুহে মুগ্ধতা আৰু বিস্ময়েৰে ঘূৰি ঘূৰি সিহঁতক চাইছিল। সিহঁত পিছে পূৰা পাহাৰী কন্যা 'ডালিমী' জীৱনত সেয়ে বোলে প্ৰথম ভৈয়ামত অৱতৰণ, ফলত একোতেই খাপ খাই ল'ব পৰা নাই। পাহাৰী ওখ-চাপৰ বাস্তাত খোজ কাঢ়ি থকাৰ আজন্ম অভ্যাস, সেয়ে কোনো মতেহে সমতলৰ বাস্তাত খোজ কাঢ়িব পাৰিছে— একেবাৰে ঢলং পলং লাগে বোলে। ভৈয়ামৰ গৰমৰো অভিজ্ঞতা নাছিল, তেতিয়াৰ সাধাৰণ গৰমতো সিহঁতৰ অৱস্থা কাহিল হৈছিল। ফলত হেঁপাহ কৰি ভৈয়ামলৈ ফুৰিবলৈ অহা আবৰ গাভৰু দুজনী সোনকালেই নিজৰ প্ৰিয় পাহাৰৰ ঘৰলৈ উভতি গৈছিল।

নেফা তথা অৰুণাচলৰ লগত তাৰ বহু বছৰ পিছতো মোৰ কিবা প্ৰকাৰে অলপ সম্পৰ্ক থাকিয়ে গৈছিল— হয়তো কিবা প্ৰাণৰ টান আছিলেই। অৱশ্যে পৰশুৰাম কুণ্ড বা আবৰ পাহাৰৰ দৰে সিমান ভিতৰলৈ সোমোৱাৰ সুযোগ পোৱা নাছিলোঁ, মই কেৱল সীমান্ত চুই চুঁইয়ে সন্তুষ্ট থাকিব লগা হৈছিল। ১৯৬৩ চন মানত আমি লক্ষীমপুৰত আছিলোঁ, মই

তাৰ কলেজত চাকৰি কৰিছিলোঁ, তেতিয়া আমাৰ শিক্ষকৰ দল এটাই টিৰাপৰ কিমিন নামৰ ঠাইৰ ওচৰৰ অতি সুন্দৰ পিকনিক স্পট এটাত পিকনিক কৰিছিলোঁ—সেই একে দৃশ্যপট, পাহাৰ, নদী, শিলনি। আমাৰ বাছ কিমিনৰ এনে এটা ৰাস্তাৰ ওপৰেদি গৈছিল—য'ৰ ওপৰেদি পাহাৰী নিজৰা এটা বৈ গৈছিল অৰ্থাৎ নিজৰাৰ ওপৰত দলং নকৰি তাৰ ওপৰেদি পকী ৰাস্তা গুছি গৈছিল। ১৯৭৫ চনত এবাৰ দুলিয়াজানলৈ যাওঁতে তাৰ ইঞ্জিনীয়াৰ বন্ধু এজনে ৰ'পওৱেৰে (বে-আইনীভাবে) নৈ পাৰ কৰাই অৰুণাচললৈ লৈ গৈছিল। তলত বিস্তৃত নদী অৱশ্যে অ'ত ত'ত বালি আৰু শিল— কি যে এক ৰূপ তাক উপযুক্ত ভাবে বৰ্ণোৱা টান। ৰ'পওৱেৰ যানখনৰ পৰা তললৈ চালে গা ছমছমো কৰে, যেন বিশাল এক অজগৰে বালি আৰু শিলৰ মাজত অকাই পকাই বদ লৈ আছে, পুনৰ অৰুণাচলৰ সেই তুলনাহীন প্ৰকৃতিৰ মুখামুখি হবলৈ পাই মোৰ মনপ্ৰাণ যেন পৰিপূৰ্ণ হৈ গৈছিল। চহৰৰ যান্ত্ৰিক কোলাহলৰ মাজত জীৱন কটাই সি যে কি মুক্তিৰ স্বাদ আনি দিছিল বুজাব নোৱাৰো।

শেষ বাৰৰ বাবে অৰুণাচললৈ গৈছোঁ তেজপুৰৰ পৰা। তেজপুৰলৈ যেতিয়াই গৈ ডা :ৰবীন গোস্বামী আৰু ডা : লক্ষ্মী গোস্বামীহঁতৰ ঘৰত থাকোগৈ আমাক ভালুকপুঙলৈ পিকনিক খাবলৈ তেওঁলোকে নিবই, কেতিয়াবা অৰুণাচলৰ ফুটহিলছলৈকো যাওঁ। কেতিয়াবা জীপে আমাক শিলেৰে ভৰা বহুতো নিজৰা পাৰ কৰাই নি সিপাৰৰ অৰুণাচলৰ মাটিত উঠাই দিয়েগৈ। এবাৰ ৰাতি ৰাতি গৈ চপাই নামৰ অৰুণাচলৰ ঠাই এখনৰ পাহাৰী ডাকবঙলা এটাত আছিলোঁ—তেতিয়া মাজৰাতি হৈছিল। আমাৰ লগত যোৱা পুৰুষ সহ যাত্ৰীসকলে ডাকবঙলাৰ টিলাত থকা চেগুণ গছবোৰৰ তলত ভৰি থকা শুকান পাতবোৰ জ্বলাই দি আমাক জুইৰ উত্তাপ দিয়াৰ ব্যৱস্থা কৰিছিল। সেই টিলাৰ তলতে বগা বালি আৰু শিলনিৰে বৈ যোৱা বহল এখন নৈ, তাৰো সিপাৰে সুদূৰত ওখ ৰহস্যময় পাহাৰৰ লানি, অৰুণাচলৰ নীলা পাহাৰৰ লানি। আমি জুইৰ উম লৈ কিবা খাই আছিলোঁ, তেনেতে হঠাতে নিজান পাহাৰৰ মাজৰাতিৰ নিস্তব্ধতা ভংগ কৰি ডা: গোস্বামী পৰিয়ালৰ চেৰদুকপেন্ জনজাতীয় বন্ধুজনে (তেৰোঁ সেই ভ্ৰমণত আমাৰ সংগী আছিল) চিঞৰি উঠি মোৰ দৃষ্টি আকৰ্ষণ কৰি কৈছিল— 'ঐ চা চা, আমাৰ পাহাৰত জোনটো উঠা চা, সি ভূপেনটো সিবাৰ ইয়ালৈ আহি আমাৰ ঠাইখন সুন্দৰ দেখি গানটো লেখিছিল যে— আজি মই কামেং সীমান্ত দেখিলোঁ, চা চা, তহঁতৰ ভৈয়ামত কেতিয়াও এনেকৈ জোন উঠা নেদেখ...

সঁচায়ে, মাজৰাতিৰ অৰুণাচল পাহাৰৰ সিপাৰৰ পৰা লাহে লাহে ওপৰলৈ জোনটো উঠি অহাৰ দৃশ্য ভৈয়ামত কিয়, স্বৰ্গতো জানো দেখিম ? আমি সকলোৱে মুগ্ধ হৈ সেইফালে চাই ৰ'লো— কীটছৰ ভাষাত বৰ্ণাবলৈ গ'লে— And the queen moon is on her throne... সেই জোনৰ পোহৰে ইমান পৰে আন্ধাৰত অদৃশ্য হৈ থকা টিলাৰ নামনিৰ অদূৰৰ নৈখন দৃশ্যমান কৰি তুলিলে—শুভ্ৰ জোনৰ পোহৰত বগা বালি, পাতল কোমল ৰঙৰ শিলবোৰ উজ্বল হৈ উঠিল, সক সক ঢৌবোৰে তিৰবিৰাব ধৰিলে। অপূৰ্ব! অপূৰ্ব! If there is any heaven... ৰবীন্দ্ৰ নাথে এবাৰ কিবা এক প্ৰসংগত লেখিছিল— 'পৃথিৱী যে ক'ত বড়ো সুন্দৰী....' সঁচাই পৃথিৱীৰ দৰে সুন্দৰী যে আৰু একোৱেই হ'ব নোৱাৰে এনে আপুৰুগীয়া নিসৰ্গ শোভাৰ মুখামুখি হ'লে গভীৰ ভাবে অনুভূত হয়।

অৰুণাচলৰ কথা, প্ৰকৃতিৰ কথা বোধহয় বহুত বেছি বৰ্ণনা কৰি পেলালো। আচলতে প্ৰকৃতিৰ প্ৰতি মোৰ খুব এটা আকলুৱা ভাব, মানুহে হকে বিহকে অৰণ্য ধ্বংস কৰি আনিছে, প্ৰকৃতিক ধৰ্ষণ কৰিছে, সকলো ঠাইৰ প্ৰকৃতিৰে গাত এতিয়া দগদগীয়া ঘা। আমি তেজপুৰলৈ গ'লেই ভালুকপুঙলৈ পিকনিক খাবলৈ যোৱা আজি প্ৰায় একুৰি বছৰ ধৰি চলি আছে— এই সময়ছোৱাত পোন্ধৰবাৰ মানতকৈও বেচিবাৰ তেনেকৈ পিকনিক খাবলৈ গৈছোঁ আৰু প্ৰত্যেকবাৰেই আনন্দ উত্তেজনাৰ লগতে বুকুত আমিও একো একো ডোখৰ ক্ষত লৈ আহিছোঁ, কাৰণ প্ৰত্যেক বাৰেই দেখিছোঁ যে তেজপুৰৰ পৰা ভালুকপুঙলৈ যোৱা ত্ৰিশ মাইলমান দূৰৰ ঘন অৰণ্যানি লাহে লাহে পাতল হৈ আহিছে, ঠাই'ত ত'ত মনোলিথৰ দৰে থিয় দি আছে কেৱল কাটি থৈ যোৱা গছৰ গুৰিবোৰ। আজিকালি আমাৰ নতুন পুৰুষলৈ বৰ দুখ হয়— আমি যে তেওঁলোকৰ বাবে কি পৃথিৱী এখন এৰি থৈ যাবলৈ ওলাইছোঁ। এটা যান্ত্ৰিক সভ্যতাৰ মাজত তেওঁলোকে কৃত্ৰিম জীৱন যাপন কৰিব লগা হৈছে—প্ৰকৃতিৰ লগত তেওঁলোকৰ সংস্পৰ্শ ঘটে কেতিয়াবা ক'বাবালৈ পিকনিকলৈ গ'লেহে, সেই পিকনিক স্পটবোৰো যে কেতিয়াবা নিশ্চিহ্ন হৈ যাব! এদিন হয়তো কোনোবা অনুভূতিশীল ডেকা বা গাভৰুৱে আমাৰ কবিৰ ভাষাত বিনাব— ' আমিতো নাপালো হায় পৃথিৱীৰ প্ৰথম যৌৱন, অৰণ্যৰ সেউজী সুৰভি... '

# ১৩

ডা : গোস্বামীহঁত অসমৰ স্বনামধন্য ডাক্তৰ দম্পতী। অসমৰ বহুতেই তেওঁলোকক জানে, কোনো কোনোৱে তেওঁলোকক সদনামেৰে জানে, কোনো কোনোৱে বদনামেৰে জানে। তেওঁলোকৰ বিষয়ে খুব সম্ভৱত: প্ৰথম গম পাওঁ মই বিশ্ববিদ্যালয়ত পঢ়ি থকা সময়ত। অসমবাণীত এদিনাখন এখন ফটো দেখিছিলোঁ—তাৰ তলত লেখা আছিল যে ফটোৰ ডেকা-গাভৰু হাল হল ডা : ৰবীন গোস্বামী আৰু ডা : লক্ষ্মী গোস্বামী, তেওঁলোকে ডিব্ৰুগড়ৰ অসম মেডিকেল কলেজৰ পৰা এম, বি, বি, এছ পাছ কৰি এতিয়া উচ্চ শিক্ষাৰ্থে ইংলণ্ডলৈ যাত্ৰা কৰিছে। লগতে এইষাৰ কথাও লেখা আছিল যে ডা : লক্ষ্মী গোস্বামী অসম মেডিকেল কলেজৰ পৰা এম, বি,বি, এছত সৰ্বোচ্চ স্থান অধিকাৰ কৰা প্ৰথম মহিলা। দুডাল বেনী গোঁঠা সাধাৰণ চেহেৰাৰ ছোৱালীজনীৰ ছবিখনলৈ মই সিদিনা কিছু সময় চাই আছিলো আৰু ভাবিছিলোঁ— অসমত ক'ৰ পৰানো ইমান চোকা ছোৱালী ওলাল আগতেতো কেতিয়াও নাম শুনা নাছিলোঁ। অসমত সেই সময়ত চোকা ছোৱালীৰ সংখ্যা আছিল আঙুলিমূৰত লেখিব পৰা বিধৰ আৰু সাধাৰণতে সকলো ছোৱালীয়েই কটন কলেজলৈ পঢ়িবলৈ আহে আৰু কিবা নহয় কিবা প্ৰকাৰে সেই ছোৱালী কেইজনীৰ খ্যাতি আমাৰ কাণত পৰেহি। কিন্তু লক্ষ্মী গোস্বামীৰ কথা কেতিয়াও শুনা নাছিলোঁ। পঢ়াৰ প্ৰসংগত কৈ থোৱা উচিত হ'ব যে লক্ষ্মী অসমৰ প্ৰথম মহিলা এম, আৰ, চি, পি ডাক্তৰ।

লক্ষ্মীয়ে কটন কলেজলৈ পঢ়িবলৈ অহা নাছিল, তেজপুৰ কলেজৰ পৰাই আই, এছ, চি পাছ কৰি ডিব্ৰুগড় মেডিকেল কলেজলৈ পঢ়িবলৈ গৈছিল। তেজপুৰৰ লক্ষ্মী বৰাই পিছত সহপাঠী ৰবীন গোস্বামীক বিয়া কৰাইছিল।

এই পৰিয়ালটোৰ লগত আমাৰ আকস্মিক ভাবেই পৰিচয় হ'ল। যতদূৰ মনত পৰে তেজপুৰ কলেজত বিষ্ণু ৰাভা নে জ্যোতিপ্ৰসাদৰ জন্ম জয়ন্তী উপলক্ষে তেজপুৰৰ পৰা ডা : ৰবীন গোস্বামী আৰু শ্ৰীএছ, কে আলমে হোমেন বৰগোহাঁঞিক মুখ্য অতিথি কৰি গুৱাহাটীৰ পৰা আমন্ত্ৰণ কৰি নিছিল। তাৰ পিছত তেজপুৰৰ পৰা উভতি আহি বৰগোহাঁঞিয়ে কৈছিল যে তেওঁৰ ডা : ৰবীন গোস্বামীৰ পত্নী লক্ষ্মী গোস্বামী নামৰ অসাধাৰণ মহিলা এগৰাকীৰ লগত চিনাকি হ'ল— অসমত এনেকুৱা ব্ৰিলিয়ান্ট আৰু ইন্‌টেলেক্‌চুয়েল মহিলা আছে বুলি তেওঁৰ ধাৰণাই নাছিল।

ইয়াৰ পিছত ৰবীন আৰু লক্ষ্মী গুৱাহাটীলৈ আহোঁতে আমাৰ ঘৰলৈ আহিছিল আৰু তেজপুৰলৈ আমাক সপৰিয়ালে নিমন্ত্ৰণ কৰি থৈ গৈছিল। প্ৰথম পৰিচয়তে মানুহ গৰাকীয়ে তবধ মনাইছিল— মই বহুত বছৰৰ আগতে অসমবাণীৰ পাতত ছবিত দেখা মানুহজনীৰ লগত এওঁৰ কোনো মিল নাছিল, সাজ-পোছাকেৰে অতি আধুনিকা এই লক্ষ্মীৰ লগত

ছবিৰ লক্ষীৰ কোনো মিল নাছিল। তেওঁলোকৰ ঘৰটোৱেও আমাৰ মনত মুগ্ধ বিস্ময়ৰ ভাব সঞ্চাৰ কৰিছিল। বিশাল বাগান, সুন্দৰ সু-সজ্জিত আহল-বহল ঘৰ, ঘৰৰ সাজ-সজ্জাত ৰুচিৰ লগতে সু-পৰিকল্পনাৰ ছাপ পৰিস্ফুট হৈছিল। ৰাতি শোৱাৰ সময়ত আন এক চমকো আমাৰ বাবে অপেক্ষা কৰি আছিল। বেৰত লুকাই থকা লাউডস্পীকাৰ, গৃহিনীয়ে আমাৰ ৰবীন্দ্ৰ সংগীত প্ৰীতিৰ কথা গম পাই লিভিং ৰুমত সেই ৰেকৰ্ড এখন ষ্টিৰিওত চলাই দিছিল— আমি আপ্লুত মনেৰে নিজৰ কোঠালীত শুনি শুনি টোপনি গৈছিলোঁ। আমাক কেৱল সুন্দৰ ঘৰত ৰাখি সু-খাদ্য খুৱায়ে মনোৰঞ্জন কৰা হোৱা নাছিল . ভালুকপুঙলৈ পিকনিক খাবলৈও লৈ যোৱা হৈছিল।

কিন্তু এয়ো বাহ্য। গোস্বামী দম্পতীৰ লগত আমাৰ ঘনিষ্ঠতাৰ কাৰণ বহুত গভীৰ। তেওঁলোকৰ ঘৰত যিমান কিতাপ-পত্ৰ আছে—অসমৰ দুই চাৰিজন পণ্ডিত ব্যক্তিৰ বাহিৰে আন কাৰোৰে বোধহয় নাই। সমস্ত পৃথিৱীৰ জ্ঞান-বিজ্ঞান সেই কিতাপবোৰত থুপ খাই আছে। তদুপৰি অসম, বঙ্গ আৰু ভাৰতবৰ্ষৰ নানা কাগজ আৰু আলোচনীৰ তেওঁলোক গ্ৰাহক, দিনৌ সেইবোৰেৰে তেওঁলোকৰ লিভিং ৰুম ঠাহ খাই যায়। ডা:ৰবীন গোস্বামীৰ ৰাজনীতিৰ প্ৰতি অতি ৰাপ, দিনৌ কাগজ-পত্ৰ কিমান পঢ়ে নিজ চকুৰে দেখিছো। কিন্তু তেওঁৰ সাহিত্যৰ প্ৰতি সিমান ৰাপ নাই। লক্ষীৰ জ্ঞানৰ ভাণ্ডাৰ কিন্তু বিশাল। নিজৰ লাইব্ৰেৰীত থকা প্ৰায় প্ৰতিখন কিতাপেই পঢ়িছে। মোৰ ভতিজা-বোৱাৰীয়ে (অনা অসমীয়া ছোৱালী) এবাৰ তেওঁলোকৰ ঘৰলৈ গৈ মুগ্ধ বিস্ময়েৰে কৈছিল যে মিছেছ গোস্বামী 'কম্পিউটাৰ ব্ৰেইন' মহিলা। মোৰ প্ৰথম বিস্ময় শেষত মানি লোৱা সহজ সত্যত পৰিণত হৈছিল। নিজৰ ঘৰৰ লগত সংলগ্ন নাৰ্চিং হ'ম এখন, সিয়ো প্ৰধানকৈ প্ৰসূতিৰ, যেতিয়াই তেতিয়াই এমাৰ্জেন্সি অপাৰেচন কৰিব লাগে, ৰাতি কাৰোবাৰ কেচুৱা হ'ব লগা থাকিলে টোপনি ক্ষতি কৰিব লাগে, ছিৰিয়াছ ৰোগী থাকিলে টোপনি ক্ষতি কৰি ৰহি থাকিব লাগে। দিনটো অসম্ভৱ পৰিশ্ৰম কৰাৰ পিছতো ৰাতি কিতাপখন লৈ বহিবই, কেতিয়াবা ভি, চি, আৰত বিশ্বৰ শ্ৰেষ্ঠ চিনেমা এখনকে চাব। টি, ভি চোৱাৰ তেওঁৰ সময় নাই। আৰু কিউ অতি বেছি, এটা চখ হ'ল টেলিগ্ৰাফৰ ক্ৰছ-ওৱৰ্ডবোৰ কৰা। আমাৰ ৰবপুত্ৰই এবাৰ কৈছিল— 'মা, দীপ বাইদেৱে (লক্ষী) বোধহয় টি, ভিৰ কুইজৰ সকলোবোৰ প্ৰশ্নৰ উত্তৰেই দিব পাৰিব।'

এই অসাধাৰণ মহিলা গৰাকী কিন্তু এক গম্ভীৰ স্বভাৱৰ নহয়, প্ৰাণ খুলি হাঁহে, হুবেক ৰকম বিষয়ৰ ওপৰত অতি মনোগ্ৰাহী কথা-বতৰা পাতে, ৰসবোধো অতি প্ৰখৰ। উৎকৃষ্ট ধ্ৰুপদী সংগীতৰ ৰেকৰ্ডৰ সংগ্ৰহ আছে, বাগান কৰাৰো খুব চখ আৰু সুবিধা পালেই অৱল্যলৈ গুচি যায়। মুঠতে যই ইমান গুণৰ সমাহাৰ থকা মহিলা অসম কিয়, ভাৰততো কম আছে বুলি ভাবো। ৰবগোষ্ঠীৰ দৰে সম্পাদকৰ তাগিদাত পৰি তেওঁ সাপ্তাহিক নীলাচলৰ পৰা আৰম্ভ কৰি 'সূত্ৰধাৰ'লৈকে যি কেইটা প্ৰবন্ধ লেখিছে, তাৰ দ্বাৰাই পাঠকে তেওঁৰ জ্ঞান, বুদ্ধি আৰু বিচাৰবস্তু প্ৰাঞ্জলকৈ বুজাব পৰা ক্ষমতাৰ কথা গম পাব পাৰে।

ডাক্তৰ হিচাপে তেওঁ কিমান কৃতকাৰ্য সেই কথা তেজপুৰৰ নাৰ্চিং হ'মটো দেখিলেই গম পোৱা যায়। ওচৰৰ চহ বাগানৰ পৰা আদি কৰি অৰুণাচললৈকে তেওঁলোকৰ ৰোগী; এবাৰ ৰুগিনী এগৰাকীয়ে মন্তব্য দিছিল— 'শুনিছো ডাক্তৰনী বাইদেৱে খুব খং কৰে,

কিন্তু খুব ভাল চিকিৎসা কৰে।' আগতেই কৈছোঁ, নাৰ্ছিং হ'মটো গাতে লগা, তাত ৰোগীক যি খাদ্য খাবলৈ দিয়া হয়, সেই একে খাদ্য গোস্বামীৰ ঘৰেও খায়— একেটা পাকঘৰতে বন্ধা-বঢ়া হয়। এই পৰিয়ালটোৰ লগত আজি কুৰি বছৰৰো অধিক কাল ঘনিষ্ঠতাৰ পিছত দেখিছোঁ যে ঘৰত আৰু নাৰ্ছিং হ'মত কাম কৰা মানুহ-দুনুহৰ আৰু সলনি হোৱা নাই, ইমান বছৰ ধৰি তেওঁলোকৰ লগতে কাম কৰি আছে— সকলোবোৰ যেন এটা পৰিয়ালৰে মানুহ। এনে আনুগত্য আদায় কৰিবলৈ হ'লে কিবা যে বিশেষ গুণৰ অধিকাৰিণী হ'ব লাগিব সি ধুৰূপ।

অসম আন্দোলনৰ সময়ত লক্ষ্মীয়ে আন্দোলনটোৰ বেয়া দিশবোৰ উনুকিয়াই, হিপ'ক্রেটছ্ছৰ শপথ লৈ ডাক্তৰ হোৱা কিছু ডাক্তৰৰ 'হিপ'ক্রেছি'ৰ মুখা খুলি দি যি জ্বালাময়ী প্রবন্ধ 'নাগৰিক'ৰ পাতত লেখিছিল বহুতৰে সেই প্রবন্ধৰ কথা মনত থাকিব পাৰে। অসম আন্দোলনৰ সময়ত মই ভিন্নমত পোষণ কৰিছিলোঁ, সেই দু:সময়ত একেমতৰ যিসকল বন্ধু বান্ধৱৰ সান্নিধ্যই মনত সাহ যোগাইছিল তাৰ ভিতৰত অন্যতম আছিল ডাক্তৰ দম্পতী।

ডা: লক্ষ্মী গোস্বামী মোৰ দৰেই কোনো কুসংস্কাৰ নামানে, ধৰ্মৰ প্ৰতি অন্ধ বিশ্বাস নাই। তেওঁ ড্ৰিংক কৰে কিন্তু জীৱনত বহুতো ড্ৰিংক কৰা মানুহৰ সান্নিধ্যলৈ আহি দেখিছো যে মদৰ মাত্ৰা অলপ বেছি হ'লে তেওঁলোক কিছু অপ্রকৃতিস্থ হৈ পৰে, কিন্তু লক্ষ্মীকে একমাত্ৰ তাৰ ব্যতিক্ৰম দেখিলো, তেওঁক গোটেই ৰাতি ড্ৰিংক কৰি থকাৰ পিছতো অলপো অপ্রকৃতিস্থ হোৱা দেখা নাই।

গোটেই ৰাতি বুলি উল্লেখ কৰি মনলৈ আহি গ'ল এক বিশেষ ৰাতিৰ কথা। আমি তেতিয়া তেজপুৰত গোস্বামীহঁতৰ ঘৰত আলহী হৈ আছোঁ। ড: ভূপেন হাজৰিকাও সেই সময়ত তেওঁলোকৰ ঘৰত আলহী। তাৰ পিছত গোটেই ৰাতি আমাৰ 'মজলিচ' বহিল। ড: হাজৰিকা বেচ আড্ডাবাজ মানুহ, আকাশবাণীৰ মহিলা বিভাগৰ কেৰিকেচাৰ কৰি শুনালে—খোপা বন্ধা, বন্ধা-বঢ়াৰ শিক্ষা—সকলো এগৰাকী মহিলাৰ মাত অনুকৰণ কৰি কৈ শুনালে, হাঁহি হাঁহি আমি টৌপনি পাহৰিলো। 'দিনগুলি মোৰ সোণাৰ খাচায় ৰইল না'— এই ৰবীন্দ্ৰ সংগীতটো অসমীয়া, বঙালী আৰু চিলেটি—তিনিওটা ভাষাতে গাই শুনাই বেচ আমোদ যোগালে। ড: হাজৰিকাৰ সেই ৰাতিৰ মুড পাহৰিব নোৱাৰো, শেষত তামাছা ফূৰ্ত্তিৰ পৰিবেশ ইমানেই তুংগত উঠিছিল যে সেইখন যেন এখন 'মক' (mock) সভা তেনে অভিনয় কৰি বৰগোঁহাঞিক সভাপতি পতা হ'ল আৰু ভূপেন হাজৰিকাই 'আমি সক ল'ৰা, গাঁঠিছো যতনে' বুলি বৰগোহাঁঞিক কাল্পনিক মালা এধাৰো পিন্ধাইছিল। লক্ষ্মীৰ ঘৰত তেনেকৈ আৰু দুবাৰমান ড: হাজৰিকাক লগ পাইছিলো, এবাৰ তেওঁ 'শীতৰে সেমেকা ৰাতি' গানটো তাতেই লিখি তাতেই সুৰ দি তেজপুৰৰ কিবা এটা অনুষ্ঠানত গাইছিল।

লক্ষ্মী গোস্বামীৰ সামাজিক সেৱাৰ ৰূপ এটাও আছে। প্ৰতি ৰবিবাৰে আগবেলা তেওঁ 'ইণ্ডিয়ান কাউন্সিল অৱ্ চাইল্ড্ ওৱেলফেয়াৰ'ৰ হৈ বিনামূলীয়াকৈ শিশুৰ চিকিৎসা কৰে। তেজপুৰৰ এই 'আই, চি, চি, ডব্লিউ'য়ে দিল্লীৰ মূল সংস্থাৰ পৰা ভূয়সী প্রশংসা লাভ কৰি আহিছে। অসম আন্দোলনৰ সময়ত গহপুৰত যি ভ্ৰাতৃঘাতী সংঘৰ্ষ হৈছিল, তাত মাউৰা হোৱা বহুতো শিশুক লৈ তেওঁলোকে 'শান্তিনীড়' নামৰ আশ্ৰয়-গৃহ এখনো গঢ়ি তুলিছে।

মই এবাৰ চাবলৈ গৈছিলো আৰু তেতিয়া বহুত দিন আগতে বজৰ প্ৰখ্যাত লেখিকা মৈত্ৰেয়ী দেবীয়ে গুৱাহাটীৰ শিশুৰ আশ্ৰয়-গৃহ এটা চাই আহি কথা মন্তব্য এটা মনত পৰি গৈছিল— 'সমাজসেৱা কৰিবলৈ গ'লে প্ৰয়োজন অন্তৰৰ প্ৰেম, নিজৰ যশ বঢ়াবলৈ সমাজসেৱা কৰিব নালাগে।' সিদিনা সেই শান্তিনীড় ঘূৰি পকি চাই ধাৰণা হৈছিল—সঁচায়ে এই 'নীড়' প্ৰেমেৰেই গঢ়ি তোলা হৈছে। লক্ষ্মীৰ শিশু কল্যাণ সংস্থাৰ সহকৰ্মী এগৰাকীয়ে মোক এবাৰ এটা সৰু ঘটনা কৈছিল: অসম আন্দোলনৰ সময়ত কামৰূপৰ সংঘৰ্ষ-বিধ্বস্ত অঞ্চলবোৰলৈ আমাৰ শিশু কল্যাণ সংস্থাৰ তেজপুৰৰ দল এটা গৈছিলো, দিনটো ঘূৰি পকি ফুৰাৰ পিছত সন্ধিয়া আমি গাঁৱৰ সম্পন্ন গৃহস্থ এঘৰত পূৰ্বৰ বন্দবস্ত মতে সোমালো। ঘৰৰ কোনোবা এজনে সমূখৰ বাৰাণ্ডাৰ পকী চিৰিত আমাক মুখ-হাত ধুবলৈ পানী একান্টি দি গ'ল। আমি ধুব ওলাওঁতে দীপ বাইদেৱে মানা কৰি পানীৰ বাল্টিটো চোতালৰ এমূৰে ডাঙি লৈ গ'ল আৰু ক'লে— 'তাত ধুলে ঘৰৰ সমুখৰ অহা যোৱা বাটটো তেনেই বোকা হৈ যাব নহয়।....বুজিছে বাইদেউ, দীপ বাইদেউৰ আগত সিদিনা এনে যে লাজ পাই গ'লো।'

লক্ষ্মীৰ স্বভাৱত এক ধৰণৰ এটা সৰলতা আছে, তেওঁ নিজৰ কেতবোৰ গুণ সম্পৰ্কে একেবাৰে সচেতন নহয়, যেনে— তেওঁ অসমীয়া মহিলাৰ তুলনাত অতি বেছি পঢ়া শুনা কৰিছে, তেওঁ অতি পৰোপকাৰী, তেওঁ অইন দহজনী মাইকী মানুহৰ দৰেই নানা কাম জানে-ইত্যাদি ইত্যাদি। এবাৰ এই সম্পৰ্কে কওঁতে হাঁহি হাঁহি কৈছিল—'কাম নাজানিম'! এটা ভাই ছজনীকৈ বাইভনী, মায়ে সেই ছজনী বাইভনীক কঠোৰ ভাবে তুলিছিল। গাঁৱৰ ছোৱালী, ভুঁই কই, ধান দাই, ঢেঁকী দি স্কুলত পঢ়িছিলোঁ, স্কুললৈ যোৱা কাপোৰ-কানি সকলো নিজে বই শিকিছিলোঁ— জীৱনৰ মুখামুখি হোৱাৰ শিক্ষা পাই গৈছিলো। বাবাই ৰবীন্দ্ৰ সংগীত ভাল পাইছিল, কিতাপ-পত্ৰ ভাল পাইছিল—সেয়ে মাৰ ইমান কঠোৰ ঘৰুৱা শাসনত থাকিও সংস্কৃতিপ্ৰেমী মন এটা গঢ় লৈ উঠিছিল....

লক্ষ্মীৰ কথা 'ফেৰেংগাদাও'ত (মেদিনী চৌধুৰীৰ বিষ্ণু ৰাভাৰ জীৱনৰ ওপৰত আধাৰিত উপন্যাস) কি লিখিছে চাওক..... ''বোম্বাইলৈ যোৱা কথা উল্লেখ কৰোতেই তাৰ মনত পৰিছিল তাৰ বন্ধু পুত্ৰী দীপ নামৰ ডাক্তৰ ছোৱালীজনীৰ কথা। আৰু বন্ধু বিমলা চলিহা, তেজপুৰৰ কমলা আগৰৱালা, ননী বৰদলৈ এনেদৰে তাৰ শুভানুধ্যায়ী বিপদ কালৰ বন্ধু জনদিয়েকৰ কথা। অৱশ্যে তাৰ মনলৈ আহিছিল বাৰে বাৰে দীপৰ কথাবোৰ। বেমাৰটো যেতিয়া ধৰা পৰিছিল আৰু যেতিয়া সকলোৰে বুজিছিল যে তেজপুৰত তাৰ চিকিৎসা নহ'ব, তেনে এটা সংকটৰ মুহূৰ্তত নিৰ্দ্বিধাই, অক্লান্তভাৱে খাটিছিল এই দীপেই। তেজপুৰৰ কোনো ডাক্তৰেই সাহস কৰি তাৰ ওচৰ চপা নাছিল। কেৱল তেঁৱেই তাক নিজৰ পিতৃৰ দৰে অন্তহীন আশ্ৰয়েৰে চিকিৎসা কৰিছিল; আৰু নিজৰ লাজমান কাটি কৰি থৈ লোকক গাড়ী খুজি তাক গুৱাহাটী মেডিকেল কলেজলৈ পঠাই দিছিল। তেওঁ দিয়া দৰৱৰ গুণতে এদিন পাছতে সি পনীয়া বস্তু খাব পৰা হৈছিল।''

কুৰি বছৰবো ওপৰ যাৰ লগত ইমান ঘনিষ্ঠতা সেই মানুহ গৰাকীৰ কথা এই দুটামান পাতত কিয়েই বা লেখিব পাৰিছো; তথাপি বহু নিন্দিত বহু প্ৰশংসিত এই অসাধাৰণ

মহিলা গৰাকীৰ বিষয়ে থুলমূল আভাস দিব পাৰিও মনত অলপ সন্তুষ্টি আহিছে। এওঁৰ দোষো আছে নিশ্চয়, কিন্তু দোষবোৰ সদায় অতিৰঞ্জিত কৰি অহা হৈছে, গুণবোৰৰ তেনেকৈ ৰাজহুৱা ভাবে শলাগ লোৱা হোৱা নাই। এই প্ৰসংগতে মোৰ তৰুণ বন্ধু এজনৰ কথা মনলৈ আহিছে। 'শ্ৰীময়ীত' ওলোৱা মোৰ ধাৰাবাহিক স্মৃতিকথা পঢ়ি মোক শ্ৰদ্ধা কৰা, ভালপোৱা আৰু কঠোৰ সমালোচনা কৰা সেই তৰুণে লেখিছিল যে মোৰ জীৱনটো বহুতো স্ব-বিৰোধিতাৰে ভৰা। তেওঁ এইদৰে লেখিছিল 'অজস্ৰ স্ব-বিৰোধী কথাই মনৰ মাজত দোলা দিছেহি: সাম্যবাদী চিন্তাৰ মানুহ গৰাকীৰ (এনপ্ৰপলজিৰ...' দিনৰে পৰা) Best family friends হ'ল বিপিন পাল দাস আৰু ৰবীন গোস্বামীৰ পৰিয়াল দুটা (অইন যিয়েই নহওক তেওঁলোক অন্তত: কংগ্ৰেছী, স্থিতাৱস্থাক বাহাল ৰখাৰ পক্ষপাতী)।...'

এই সমালোচনাটো পঢ়ি মই মনতে ভাবিলোঁ—মোৰ বিশ্বাস এয়ে যে বন্ধুত্ব দুটা মতবাদৰ মাজত নহয়, বন্ধুত্ব হয় দুজন মানুহৰ মাজত, হৃদয়েৰে তাৰ সেতু ৰচনা কৰা হয়।

এতিয়া এই প্ৰসংগ সামৰি পুনৰ কলেজীয়া দিনবোৰলৈ উভতি যাওঁ।

আমি কলেজত ভৰ্তি হোৱাৰ বছৰটোতে স্থাপিত হৈছিল অসমে দাবী কৰি অহা দুটা অনুষ্ঠান—দুয়োটাই শিক্ষা আৰু সংস্কৃতিৰ দিশৰ পৰা অতীব গুৰুত্বপূৰ্ণ। প্ৰথমটো হ'ল গুৱাহাটী বিশ্ববিদ্যালয় আৰু দ্বিতীয়টো হ'ল অল ইণ্ডিয়া ৰেডিঅ'। গুৱাহাটী বিশ্ববিদ্যালয় স্থাপিত হৈছিল ১৯৪৮ চনৰ পহিলা জানুৱাৰীত। আমি তেতিয়া এইবুলি গৌৰব কৰিছিলোঁ যে গুৱাহাটী বিশ্ববিদ্যালয়ৰ আমি প্ৰথম মেট্ৰিক পৰীক্ষাৰ্থীৰ দল। বিহুওঁক দ্বিতীয় অনুষ্ঠানটোৰ জন্ম হ'ল সেই বছৰতে, পহিলা তাৰিখ এটাতেই। জুলাই মাহৰ। অনুষ্ঠানটোৱে অসমবাসীৰ বহুদিনীয়া দাবী এটা পূৰণ কৰিলে। অল ইণ্ডিয়া ৰেডিঅ' গুৱাহাটী—শ্বিলং কেন্দ্ৰ দুটা খোলা হ'ল যথাক্ৰমে গুৱাহাটীৰ পূৰ্বৰ কমিছনাৰ আৰু এতিয়াৰ চীফ জাষ্টিছৰ বাংলোত আৰু শ্বিলঙৰ আগৰ লেজিছ্‌লেটিভ কাউন্সিলৰ ভৱনত। অল ইণ্ডিয়া ৰেডিঅ' শ্বিলং-গুৱাহাটী কেন্দ্ৰৰ প্ৰথম অৱস্থাত যি সকলে কাম কৰিছিল তেওঁলোক আটায়ে অসমৰ মূধাফুটা ব্যক্তি। প্ৰোগ্ৰেম এক্সিকিউটিভ আছিল প্ৰয়াত উবেদুল লতিফ বৰুৱা আৰু প্ৰোগ্ৰেম এছিষ্টেণ্টসকল আছিল (সৰ্বশ্ৰী) বীৰেন্দ্ৰ কুমাৰ ভূঞা, সত্যপ্ৰসাদ বৰুৱা, ভূপেন হাজৰিকা, চৈয়দ আব্দুল মালিক, পুৰুষোত্তম দাস, ফণী তালুকদাৰ, নাৰায়ণ বেজবৰুৱা, মৃগেন ৰায়চৌধুৰী আদি। ইয়াৰ বিবিধ অনুষ্ঠানৰ দুই বিশিষ্ট ভাৰপ্ৰাপ্ত ব্যক্তি আছিল 'অকণিৰ চ'ৰাৰ ড: বিৰিঞ্চি কুমাৰ বৰুৱা আৰু 'গাঁৱলীয়া ৰাইজলৈ'ৰ ড: মহেশ্বৰ নেওগ। 'আইদেউৰ বুলনি' চলাইছিল শ্ৰীমতী মিনতি ৰাজখোৱাই। মিনতি বাইদেউ সুৰেশ চন্দ্ৰ ৰাজখোৱাৰ পত্নী আৰু সত্যপ্ৰসাদ বৰুৱাৰ ভগ্নী।

মোৰ যতদূৰ মনত পৰে মই অল ইণ্ডিয়া ৰেডিঅ'ৰ প্ৰথম যি প্ৰোগ্ৰেম পাইছিলোঁ সি হ'ল এক কবিতা ৰচনাৰ। মোক কিয় কবি বুলি বাচিছিল নাজানো। কিন্তু ৰেডিঅ'ত মোৰ কবিতা প্ৰচাৰ হ'ব, কি আনন্দ আৰু গৌৰৱৰ কথা, মই মাত্ৰ প্ৰথম বাৰ্ষিকৰ ছাত্ৰী, সেই কম বয়সত খ্যাতিৰ মোহ ত্যাগ কৰা কিমান যে কঠিন কাম! সেয়ে বুকুত কুঠাৰ মাৰিলেও কবিতাৰ এটা লাইন নোলোৱা মোৰ দৰে অকবিয়েও এটি আধুনিক কবিতা লেখি পেলালো। কবিতাটোৰ নাম, বিষয়বস্তু এতিয়া সকলো পাহৰি পেলালো। জীৱনত তাৰ পিছত আৰু দ্বিতীয় কবিতা লেখাৰ দু:সাহস কৰা নাই (অথচ পিছত অধ্যাপিকা প্ৰীতি বৰুৱাই কৈছিল—যে মই হেনো ভাল কবিতাই লেখিছোঁ)।

অল ইণ্ডিয়া ৰেডিঅ'তে বোধহয় প্ৰথমবাৰৰ বাবে বহুতো উদীয়মান লেখক-লেখিকা, অভিনেতা-অভিনেত্ৰী, গায়ক-গায়িকাই মাননী নামৰ বস্তুটো লাভ কৰিছিল। সেই আৰ্জনৰ ধন যে তেতিয়া কিমান আদৰৰ বস্তু আছিল— অন্তত: মোৰ বাবে তাৰ মূল্য আছিল অপৰিসীম। তাৰ পিছত ৰেডিঅ'ত মোৰ দুই এটা গল্প আৰু দুই এখন নাটক প্ৰচাৰ হৈছে। কিন্তু পুন

বেছি নহয়। অসমৰ বহুতো লেখক-লেখিকাতকৈ মই খুব কম প্ৰোগ্ৰেম পাওঁ বুলি মোৰ বিশ্বাস। কাৰণটো কি নাজানো। ঠিক তেনেকৈয়ে দূৰদৰ্শনতো মই অপাংক্তেয়, দূৰদৰ্শন পৰ্দাত আজিলৈকে মই কোনো ধৰণেই দৰ্শন দি পোৱা নাই। আচলতে প্ৰচাৰৰ বোধহয় কিবা কিটিপ আছে যিটো নজনাকৈয়ে মই জীৱনৰ শেষ প্ৰান্তত উপনীত হলোহি।

প্ৰসংগৰ পৰা আঁতৰি আহিলোঁ। অল ইণ্ডিয়া ৰেডিঅ'ৰ জন্ম-যন্ত্ৰণাৰ এটা ঘটনাৰ কথাকে এইবাৰ কওঁ।

১৯৪৮ চনৰ ১ জুলাই তাৰিখে অল ইণ্ডিয়া ৰেডিঅ'ৰ অসমৰ কেন্দ্ৰটো উদ্বোধন কৰিছিল মহম্মদ তৈয়বুল্লাই। পিছে তেওঁ এক হেঙাৰৰ সন্মুখীন হ'ব লগা হৈছিল। ৰাষ্ট্ৰীয় সংগীত 'জনগণমন'ত অসমৰ নাম নাই— এই কথাৰ প্ৰতিবাদত ল'ৰা ছোৱালী কিছুমানে প্ৰতিবাদ কৰি পিকেটিং কৰি কেন্দ্ৰৰ দুৱাৰ মুখতে দীঘল দি পৰি আছিল। তৈয়বুল্লা চাহাবে বাধ্য হৈ তেওঁলোকক ডেই ভিতৰ সোমাইছিল। অৱশ্যে এই প্ৰতিবাদৰ কোনো লাভ হোৱা নাছিল। আকাশবাণীৰ কাম-কাজ যথাৰীতি চলি আছিল।

আমি ছাত্ৰীবাৰী হোষ্টেলত থকা সময়ত ড: লক্ষহীৰা দাসে প্ৰায়ে ৰেডিঅ'ত গান গাবলৈ প্ৰোগ্ৰেম পাইছিল। সেই গানবোৰ তেওঁ নিজেই ৰচনা কৰিছিল আৰু নিজেই সুৰ দিছিল। তেওঁৰ গানৰ কথা আগতেই উল্লেখ কৰিছোঁ যদিও ৰেডিঅ'ত গান গোৱাৰ কথা উল্লেখ কৰা হোৱা নাছিল। তেওঁলৈ সেই সময়ত ৰেডিঅ'ৰ পৰা আমন্ত্ৰণ আহিলে আমি বেচ স-প্ৰশংস ভাবে চাইছিলোঁ। মোৰ গানৰ প্ৰতি বেচ দুৰ্বলতা আছে (আগতেও লিখিছো) নিজে গান গাব নোৱাৰো, কিন্তু গান শুনি খুব ভাল পাইছিলোঁ। সেয়ে তেতিয়াৰ বহুতো অসমীয়া-বঙালী গান, ৰবীন্দ্ৰ সংগীত মোৰ সুৰে সৈতে মুখস্থ আছিল। গানবোৰৰ কথাবোৰেও কবিতা শুনা বা আওৰোৱাৰ আনন্দ নিদিয়ে জানো? যিহওক, তেতিয়া ছানু বাইদেৱে অৰ্থাৎ লক্ষহীৰা দাসে ৰবীন্দ্ৰ সংগীত নেজানিলেও বহুত অসমীয়া আৰু বঙালী গান জানিছিল, গতিকে কেতিয়াবা কেতিয়াবা আজৰি পৰত ছাত্ৰীবাৰী হোষ্টেলৰ বিশাল কম্পাউণ্ডৰ কোনোবা গছৰ তলত বহি গায়িকাৰ 'নিজান পৰত গাওঁ গীত মই' শুনি তন্ময় হওঁ, অৱশ্যে কোনেও নুশুনাকৈ নহয়, আমি সকলোৱে শুনাকৈহে। লক্ষহীৰা দাস সেই তেতিয়াৰ পৰাই আজিকোপতি আকাশবাণীৰ এগৰাকী সমাদৃতা গায়িকা হৈ আহিছে। উল্লেখযোগ্য যে তেওঁৰ সুযোগ্য পুত্ৰ শ্ৰীমান অনিৰ্বান দাস আজি গজল সংগীতৰ এক বিখ্যাত গায়ক, কেৱল অসমতে নহয়, ভাৰততো তেওঁ খ্যাতি আৰ্জিছে।

লাহে লাহে কটনত পঢ়া কলেজীয়া জীৱন শেষ হৈ আহিছিল। মই আই, এছ, চি, পাছ কৰাৰ পিছত শিক্ষা বিষয়ত অনাৰ্ছ লৈ (আজিকালি যাক মেজৰ বুলি কোৱা হয়) বি, এ,ত নাম লগাইছিলোঁ। 'শিক্ষা'টো তেতিয়া নতুনকৈ আৰম্ভ কৰা বিষয় আছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ শিক্ষক সকলেহে আমাক সেই বিষয়টো পঢ়ুৱাইছিল, অৰ্থাৎ অনাৰ্ছ বিষয়টো আমি পোনপটীয়াকৈ বিশ্ববিদ্যালয়ৰ অধীনতহে পঢ়িছিলোঁ। তেতিয়া সেই বিষয়ৰ বিশ্ববিদ্যালয়ৰ অধ্যাপকসকল আছিল —ড: ভূপেন হাজৰিকা, শ্ৰীমতী লীলা দেৱী, ড: দাসগুপ্ত, ড: মুখাৰ্জী, ড: বি, চি, কৰ। ড: হাজৰিকাৰ বাহিৰে বাকী সকলে আমাক

পঢ়ুৱাইছিল। তেতিয়া আমি আছিলোঁ ছাবি্ পৰাকী ছাত্ৰী আৰু এজন ছাত্ৰ। আমাৰ ভিতৰত শীলা বৰুৱা আৰু জগুমী আছিল অত্যন্ত মেধাবী ছাত্ৰী। শীলা আছিল নাট্যকাৰ শ্ৰীসত্যপ্ৰসাদ বৰুৱাৰ খুৰাক বাধিকা প্ৰসাদ বৰুৱাৰ ছোৱালী। 'ব্ৰেইন আৰু বিউটি'ৰ বিৰল সমাহাৰ আছিল এই শীলা বোলা ছোৱালীজনী। তেওঁ হেনো এসময়ত দেউতাকৰ কৰ্মস্থল ছিমলাত থাকোঁতে কিবা এটা প্ৰতিযোগিতাত মিছ্ ছিমলা হৈছিল। মোৰ আন দুজন অনাৰ্ছৰ সহপাঠী আছিল অমল চলিহা(এতিয়া ডেকা) আৰু দয়ানন্দ মহন্ত নামৰ ছাত্ৰ এজন।

পঢ়া-শুনাৰ জীৱনত মই স্কুলীয়া জীৱনৰে পৰা ভুল সিদ্ধান্তকে লৈ আহিছোঁ। এক ধৰণৰ উন্নাসিকতাই মোক সেই বিষয়বোৰলৈ ঠেলি লৈ গৈছিল যিবোৰত মোৰ কোনো ধৰণৰ প্ৰতিভা নাছিল। মই ক'লাৰ বিষয় ল'লে যেতিয়া মেট্ৰিক আৰু ইণ্টাৰমিডিয়েটত আৰু বেচি ভাল কৰাৰ সম্ভাৱনা আছিল, তেতিয়া কিন্তু কলা নললো। আৰু পিছত যেতিয়া স্নাতক স্তৰত বিজ্ঞান ল'লে ভাল কৰাৰ সম্ভাৱনা বেছি আছিল তেতিয়া কিন্তু বিজ্ঞান নলৈ ল'লো ক'লা। আকৌ সেই উন্নাসিকতা। মই আই, এছ্, চ্ছি,ত বোটানীত শতকৰা ৮২ নম্বৰ পাইছিলোঁ, গতিকে মোৰ উচিত আছিল বোটানীত অনাৰ্ছ লৈ বি, এছ্, চি, পঢ়া। কিন্তু ফিজিক্স, কেমিষ্ট্ৰি, অংক ল'ব নেপালে আকৌ কিহৰ বিজ্ঞান পঢ়া ? সেয়ে আকৌ এটা ভুল কৰিলো আৰু বি, এ, পঢ়িবলৈ গ'লো। তাতো ভুলৰ উপৰি ভুল কৰিলোঁ। আই, এছ্, চি,ত অসমীয়াক অতি অবহেলা কৰিও শতকৰা ৬৬ নম্বৰ পাইছিলোঁ, কিন্তু আকৌ উন্নাসিকতা প্ৰদৰ্শন কৰি অসমীয়াত অনাৰ্ছ নল'লো। অনাৰ্ছ ল'লো নতুন বিষয় 'শিক্ষা'ত।

বি, এ, পঢ়িবলৈ আৰম্ভ কৰাৰ সময়ত মই ছাত্ৰীবাৰী হোষ্টেল এৰি থৈ আহি নিজৰ যোৰপুখুৰী পাৰৰ ঘৰত থাকিবলৈ লৈছিলোঁ। কাৰণ তেতিয়া আমাৰ পিতা পুনৰ গুৱাহাটীলৈ বদলি হৈ আহিছিল। অৱশ্যে প্ৰথম অৱস্থাত আমি পিতাৰ বন্ধু এজনৰ নদীৰ পাৰৰ পানীৰ কলৰ ওচৰৰ পুৰণি দুমহলীয়া ঘৰ এটাৰ ওপৰতহে থাকিবলৈ লৈছিলো, কাৰণ আমাৰ ঘৰটো সংস্কৃত ব'ৰ্ডে ভাড়াত লৈছিল আৰু খালী কৰি দিয়া নাছিল। তেতিয়া আছিল ১৯৫০ চন আৰু তালৈ অহাৰ ১৬ দিন পিছতেই ১৫ আগষ্টত ৫০ৰ বিখ্যাত ভূমিকম্পটো আৰম্ভ হৈ গৈছিল। সেই সময়ত কি যে ভয়ংকৰ সন্ত্ৰাসৰ মাজেৰে দিনবোৰ কটাইছিলো! বিৰাট একোটা জোকাৰণি মাৰে আৰু আমি হুৰমুৰকৈ ঠেক চিৰিয়েদি তললৈ নামি আহোঁ। শেষত পিতাই বুজিলে যে পুৰণি দুতলা ঘৰত থকাটো নিৰাপদ নহয়, সেয়ে লৰালৰিকৈ সহজে ভাড়াত পোৱা ঘৰ এটালৈ গুছি আহিল। ঘৰটো আছিল যোৰপুখুৰী পাৰতে, নাওজান ৰোডত, চিত্ৰমল্ল বৰুৱাৰ ঘৰ, তেখেত কবি অজিৎ বৰুৱাৰ পিতৃ। পিছত তেখেতৰ প্ৰথমা কন্যা প্ৰতিভাৰ লগতে আমাৰ দাদা বিনয় কুমাৰ তামুলীৰ বিয়া হৈছিল।

সংস্কৃত ব'ৰ্ডে আমাৰ ঘৰটো বহুত দিন এৰি দিয়া নাছিল, সেয়ে আমি নিজ ঘৰলৈ আহিব পৰা নাছিলো। কিন্তু পিতাই ঘাই ঘৰটোৰ ওচৰতে, আগতে আমাৰ শাকনিবাৰী, ধানৰ ভঁৰাল, ঢেঁকীঘৰ আৰু গৰুৰ গোহালী থকা ঠাইখিনিতে অলপ অলপকৈ কংক্ৰীটৰ ঘৰ এটা সাজিবলৈ লৈছিল। তেতিয়া দাদাই বোধহয় কলিকতাৰ পৰা এম, এছ্, চি, পাছ্ কৰি আহি যোৰহাটৰ জে,বি, কলেজত অংকৰ অধ্যাপক হৈ কামত সোমাইছিল।

আমাৰ মিতব্যয়ী পিতাই কিমান কষ্টকৈ অলপ অলপকৈ সেই নতুন ঘৰটো সজাইছিল। এতিয়াও ভাবিলে আচৰিত হওঁ। আমি কিছুদিনৰ পিছতে সেই আধাসজা ঘৰতে আহি থাকিবলৈ লৈছিলো। মোৰ কিন্তু এতিয়াও মনৰ চকুৰ আগত আমাৰ গোহালী ঘৰ, ভঁৰালঘৰ, ঢেঁকী ঘৰ আৰু ৰবাব, বগৰী আৰু ডালিমৰ গছ থকা বাৰীখন, শাকনিখন ভাঁহি থাকে। শৈশৱৰ বহুত আনন্দঘন দিনৰ আশ্ৰয়স্থল আছিল সেই বাৰী আৰু ভঁৰাল। গাঁৱৰ লগত আমাৰ তেতিয়াও গভীৰ সম্পৰ্ক আছিল আৰু পিতাই গাঁৱৰ তেওঁৰ ভাগৰ খেতিৰ মাটি আধিত দি যি ধান পাইছিল, ছপাই কোচাই আনি ভঁৰালটোত ভৰাই থৈছিল। পিছত সেই মাটিবোৰ যাৰ মন যায় সেয়ে লৈ লৈছিল, দাদাইঁতে আৰু কেতিয়াও গাঁৱলৈ গৈ সেই মাটিত ভাগ বহাবলৈ যোৱা নাছিল। অৱশ্যে যতদূৰ মনত পৰে পিতাই জীৱিত কালত কিছু মাটি বিক্ৰী কৰিছিল। পিতা সাধু মানুহ আছিল কিন্তু সাংসাৰিক সকলো মানুহৰ দৰে তেওঁৰো এটা বৈষয়িক মন আছিল—যিটো আমাৰ কোনো ভাই ককাইৰে নাই। সেয়ে পিতাই তেওঁৰ জীৱিত কালতে অন্তত: কিছু পৈত্ৰিক মাটি পুতেকহতৰ উদাসীনতাৰ ফলত আনৰ হাতলৈ গুছি যোৱাটো বোধ কৰিবলৈ বিক্ৰী কৰাৰ চেষ্টা চলাইছিল। ইতিমধ্যে তেওঁৰ বহুত তিতা-কেঁহা অভিজ্ঞতা হৈছিল। নিজৰ সহোদৰ ভায়েকেই যেতিয়া ঠগিবলৈ আৰম্ভ কৰিছিল, তেতিয়া আৰু পিতাৰ শেষ জীৱনৰ (অৰ্থাৎ পেঞ্চন পোৱাৰ পিছত) বাবে কৰি থোৱা পৰিকল্পনাটো কাৰ্যকৰী কৰাৰ উৎসাহ নোহোৱা হৈছিল।

পিতাৰ পৰিকল্পনা আচলতে এক অবাস্তৱ স্বপ্নৰ বাহিৰে আন একো নাছিল। তেওঁ ভাবিছিল যে শেষত গাঁৱৰ মানুহ গাঁৱলৈকে উভতি যাব। পিতাৰ এই Back to village আদৰ্শ মায়েও মনেপ্ৰাণে গ্ৰহণ কৰি লৈছিল। মোৰ মাও আছিল গাঁৱৰে জীয়ৰী, গতিকে গাঁৱৰ প্ৰতি তেওঁ অন্তৰৰ অন্ত:স্থলীত গভীৰ টান এটা যে আছিল আমি সেইটো ভালকৈয়ে জানিছিলো। আমাৰ গুৱাহাটীৰ ঘৰখনলৈ মাৰ আৰু পিতাৰ, দুয়োৰো গাঁৱৰে আত্মীয় পৰিচিত মানুহ প্ৰায়ে আহি গৈ থাকিছিল। মই গল্প-চল্প লেখিবলৈ আৰম্ভ কৰাৰ পিছত নগৈ গড়গাঁৱৰ বতৰা ক'বলৈ এই মানুহবোৰৰ ওচৰত বহি গাঁৱৰ বিষয়ে নানা তথ্য সংগ্ৰহ কৰাৰ চেষ্টা কৰিছিলোঁ। তদুপৰি যুদ্ধৰ সময়ত গৈ গাঁৱত থকাৰ সময়ত বহুতৰ লগত ঘনিষ্ঠ পৰিচয় হৈছিল, তেওঁলোকৰ বিষয়ে জানিবলৈও মোৰ আগ্ৰহ আৰু কৌতূহল হৈ থাকিছিল। গাঁৱত লগ পোৱা এজন ল'ৰাৰ নাম আছিল গোবিন্দ, পঢ়া-শুনাত চোকা আছিল, জ্ঞান-বিজ্ঞানৰ কথাত বৰ আগ্ৰহ আছিল। কিন্তু বেচেৰা আছিল খুব দুখীয়া—সেয়ে সি যে বেছি দূৰ পঢ়িব পাৰিব তাৰ আশা কৰা নাছিল। পিছত খবৰ লৈ গম পালো যে গোবিন্দই সঁচায়ে উচ্চ শিক্ষা ল'ব নোৱাৰিলে, গুৱাহাটী বিশ্ববিদ্যালয়ত কেৰাণী হৈ সোমাইছিল। অথচ সুযোগ পোৱা হ'লে সি হয়তো সেই বিশ্ববিদ্যালয়ৰ অধ্যাপকেই হ'ব পাৰিলেহেঁতেন। জীৱনৰ যে কি কৰুণ প্ৰহসন! মই সেই গোবিন্দৰ কাহিনীৰ আলমতে 'তেজ্ঞালাচ' নামৰ গল্প এটা লেখিছিলো যিটো ভাৰত চৰকাৰৰ সাংস্কৃতিক মন্ত্ৰণালয়ে উলিওৱা 'Modern Indian short stories,খনত অন্তৰ্ভুক্ত কৰা হৈছিল।

পাগলাদিয়া নদীৰ পাৰৰ পটভূমিক লৈ মই মুঠতে দুখন উপন্যাস লেখিছো— এখন

হ'ল 'সেই নদী নিৰবধি' আৰু আনখন হ'ল 'ইপাৰৰ ঘৰ, সিপাৰৰ ঘৰ।' দুয়োখন উপন্যাসতে গাঁৱলৈ গৈ মই লগ পাই অহা বহুত মানুহেই অৱধাৰিত ভাবে ভিৰ কৰি আছে। 'ইপাৰৰ ঘৰ, সিপাৰৰ ঘৰ'ত মই মোৰ লোভী খুৰাৰ চৰিত্ৰ অংকন কৰিছোঁ আৰু মোৰ নায়িকা পটেশ্বৰীকো গাঁৱৰে এজনী হতভাগিনী ছোৱালীৰ জুমুখিত তেজ মাংস লগাই সজাইছোঁ। আৰু সৰ্ব শৰীৰ বিষত জৰ্জৰিত উত্তমৰো অতি দুখ কষ্টৰ মাজত জীৱন শেষ হ'ল। জীৱনৰ চিত্ৰশালাত মই যে কিমান দুখী মানুহৰ ছবি দেখিছো! বিহুওঁক, মোক যদি প্ৰশ্ন কৰা হয় যে জীৱনত মই কোনখন কিতাপ প্ৰাণ ঢালি লেখিছো—তেতিয়া মোৰ উত্তৰ হ'ব— 'ইপাৰৰ ঘৰ, সিপাৰৰ ঘৰ।' এইখন কিতাপৰ বাবে মই ভাল স্বীকৃতিও পাইছিলো। ড: গোবিন্দ প্ৰসাদ শৰ্মাই ১৯৭৯ চনৰ অক্টোবৰ সংখ্যা 'প্ৰকাশ'ত এইখনৰ এক সুদীৰ্ঘ সমালোচনা আগবঢ়াই সকলো ত্ৰুটি সত্ত্বেও শেষত মন্তব্য কৰিছিল— 'এই মূল্যবান উপন্যাসখনি অসমীয়া সাহিত্যত এটি প্ৰধান সাহিত্য কৰ্ম বুলি চিহ্নিত হ'ব।'

যি হওক, এতিয়া আত্মপ্ৰচাৰ এৰি পুনৰ মোৰ মাৰ আৰু পিতাৰ স্বপ্নৰ কাহিনীটোলৈ আহোঁ— যিটোৰ লগত মোৰ নিজৰো এক স্বপ্ন জড়িত আছিল। পিতাৰ শিমলীয়া গাওঁখনৰ কথা আগতেই লিখিছোঁ। এই গাওঁ নলবাৰীৰ পৰা সাত মাইলমান দূৰত, পাগলাদিয়া নৈৰ পাৰত অৱস্থিত, যাৰ বৰ্ণনা 'সেই নদী নিৰবধি'ত পুংখানুপুংখভাৱে দিছো। মাৰ গাঁওখনৰ নাম হ'ল ছমাৰকুছি, ঘগ্ৰাপাৰ ষ্টেচনৰ পৰা ছয়- সাত মাইল মান দূৰৈত অৱস্থিত। গাওঁখনত কোনো নদী নাই, কিন্তু মোৰ মামাইঁতৰ নিজস্ব এটা বেচ ডাঙৰ পুখুৰী আছিল ঘৰৰ সমুখৰ বাটটোৰ সিপাৰে, পথাৰ এখনৰ কাষতে। সেই পথাৰখন পাৰ হ'লেই পোৱা যায় সানেকুছি গাঁও— তাৰ আঢ্যৱন্ত মৌজাদাৰ ৰমেশ চন্দ্ৰ চৌধুৰী এসময়ত বোধহয় এম, এল, এ,ও হৈছিল। তেওঁলোকৰ এটা কাঠৰ দোতালা ঘৰ থকাও মনত পৰে। মুঠতে সানেকুছি এখন সমৃদ্ধ গাঁও আছিল। এই গাঁৱৰে পটভূমিত ড:প্ৰণৱজ্যোতি ডেকাই তেওঁৰ সৰ্বভাৰতীয় খ্যাতি অৰ্জা বিখ্যাত 'বৈহতা' গল্পটো লেখিছে।

আমাৰ মামাইঁতৰ পৰিয়ালটোও বেচ আঢ্যৱন্ত আছিল। মোৰ আতা আছিল গাঁৱৰ একপ্ৰকাৰ প্ৰবাদপ্ৰতিম পুৰুষ। তেওঁ মাষ্টৰ আছিল আৰু কামৰূপত শব্দবোৰ বিকৃত কৰি উচ্চাৰণ কৰাৰ যি প্ৰৱণতা, সেই প্ৰৱণতা অনুযায়ী তেওঁক গাঁৱৰ মানুহে মাতিছিল 'মেজেষ্টাৰ' বুলি, অমৃত মেজেষ্টাৰ। দৰমহা ৫ টকা। মোৰ আতাৰ উপাধি আছিল তালুকদাৰ। অমৃত তালুকদাৰ। অতি ওখ আৰু আজানুলম্বিত হাতৰ সুপুৰুষ চেহেৰাৰ আতাই সপোনত হেনো এজনী কামধেনু গাইৰ ঠিকনা পাইছিল আৰু সেই অনুযায়ী তালৈ গৈ গাইজনী কিনি আনিছিল। তাৰ পিছত তাইক এটা আছুতীয়া গোহালীত সেৱা সংকাৰ কৰি ৰখা হৈছিল। আমাৰ আয়ে হেনো নিজে গোহালীটো মচি চাফ- চিকুন কৰি ৰাখিছিল আৰু গোঁসানীৰ আগত দিয়াৰ দৰে ধূপ-ধূনা দিছিল। কামধেনু গাইৰ বিশেষত্ব হ'ল এয়ে যে এই গৰুৱে পোৱালী নোহোৱাকৈও গাখীৰ দিয়ে। আমাৰ মামা কানুনগো হৈছিল আৰু তেওঁৰ ঘৰ আছিল কাঠ আৰু টিনেৰে তৈয়াৰী। কাঠত তেওঁৰ নাম খোদিত আছিল। মই 'সেই নদী নিৰবধি'ত এইবোৰ কথাও কিছু লিখিছোঁ। আমাৰ আতা কাশীলৈ তীৰ্থ কৰিবলৈ গৈছিল আৰু তাৰ পৰা আহি শুনিলে যে তেওঁ কাশীত থাকোতেই কন্যা সন্তান এটিৰ জন্ম হ'ল (প্ৰায় আশী-বিৰাশী বছৰ আগৰ ঘটনা) সেয়ে তেওঁৰ সৰ্ব কনিষ্ঠ সন্তান— যি আমাৰ মা। কাশীৰ স্মৃতিতে তেওঁ কন্যাৰ নাম ৰাখিছিল কাশীশ্বৰী। মায়ে আমাক সৰুতে আতাৰ নানা কাহিনী গৰ্বেৰে শুনাই থাকিছিল। আতাই হেনো মৃত্যুৰ সময়ত নিজ আসন্ন মৃত্যুৰ কথা গম পাই তেওঁক চোতালৰ তুলসীৰ কাষত বিছনা পাৰি শুৱাই থবলৈ নিৰ্দেশ দিছিল আৰু সজ্ঞানে থকা মানুহজনে ঘৰৰ মানুহবোৰক কৈছিল যে তেওঁক নিবলৈ দেৱদূতসকল আহি বৈ আছে— কোনেও দেখা নাই নেকি। মাৰ মতে তেওঁৰ দৰে ধাৰ্মিক আৰু বিদ্বান মানুহ এজনক নিবলৈ স্বৰ্গৰ দেৱদূতো আহিবই,

আৰু আন টনটনীয়া হৈ থকা মানুহজনে নিশ্চয় মৃত্যুৰ পূৰ্বে লোৱা দিব্য দৃষ্টিৰে সেই সকলক দেখিছিল ঠিকেই। বাল্যকালত মাৰ পৰা শুনা সেই কাহিনীবোৰ আমি মুখ মেলি চকু বিস্ফোৰিত কৰি যেন গিলিছিলোহে; মোৰ মনটো যে কতবাৰ কল্পনাৰ টাইম মেচিনত উঠি মৃত্যু-শয্যাত তুলসীৰ কাষত শুই দেবদূতসকলৰ লগত কথা পাতি থকা মানুহজনৰ ওচৰলৈ দৌৰি দৌৰি নগৈছিল! মই যেন মৰ্ত্যবাসিনী হৈয়ো অপাৰ্থিৱক স্পৰ্শ কৰিছিলোঁ। কিন্তু বয়সে যেতিয়া যুক্তিৰ পাঠ পঢ়াবলৈ আৰম্ভ কৰিলে তেতিয়া বুজিছিলো যে সেয়া আছিল আমাৰ আতাৰ ভ্ৰম।

আমাৰ মাক আতাই ওচৰৰে আঠঘৰীয়া গাঁওৰ পাঠশালা স্কুলত নাম লগাই দিছিল। সহ-শিক্ষাৰ পাঠশালা। প্ৰত্যেকে ঘৰৰ পৰা ঢাৰি লৈ গৈ স্কুলত বহাৰ ব্যৱস্থা কৰি লব লাগে। মায়ে আমাৰ আগত সেই দিনবোৰৰো স্মৃতি ৰোমন্থন কৰিছিল। 'মাধৱে মোক বৰ জোকাইছিল, বহা ঢাৰিখন ক'ৰবাত লুকাই থয়। বৰ উৎপতীয়া ল'ৰা আছিল...।' মাধৱ হ'ল স্বৰ্গীয় মাধৱ ভট্টাচাৰ্য, কনজাৰভেটৰ অব্ ফৰেষ্ট হৈছিল। মহিলা নেত্ৰী মনোৰমা ভট্টাচাৰ্যৰ স্বামী, অধিবক্তা দেৱ ভট্টাচাৰ্যৰ পিতৃ। আঠঘৰীয়া গাঁওখন আছিল মেধাবী ভট্টাচাৰ্য ব্ৰাহ্মণ পৰিয়াল কেইটাই উজ্বল কৰি তোলা গাঁও। আমাৰ মাৰ লগত এওঁলোকৰ বহুতৰে খুব ঘনিষ্ঠতা আছিল। হিৰণ্য কুমাৰ ভট্টাচাৰ্যৰ পিতৃ দেবেন্দ্ৰ ভট্টাচাৰ্য আমি সৰু থাকোতে প্ৰায়ে আমাৰ ঘৰলৈ অহা মনত পৰে। মাক তেওঁ নাম কাঢ়ি 'তুমি' সম্বোধন কৰি মাতিছিল। আঠঘৰীয়াৰ তেনে আৰু এক সম্ভ্ৰান্ত পৰিয়াল আছিল স্বৰ্গীয় অন্নদা ভট্টাচাৰ্যৰ। এই মেধাৱী ভদ্ৰলোকজন কামৰূপৰ প্ৰথম এম, এ, বুলি শুনিছিলো। অতিশয় খঙাল, গুৰু গোসাঁই নমনা মানুহ। চাকৰি আছিল ছাবডেপুটি কালেক্টৰৰ। তেতিয়াৰ ইংৰাজ ওপৰৱালাক একেবাৰে গ্ৰাহ্য নকৰিছিল বাবে তেওঁৰ হেনো প্ৰমোচন হোৱা নাছিল। এবাৰ হেনো ওপৰৱালা চাহেবৰ কুকুৰ এটাক মৰিয়াইও মাৰিছিল। ভাগ্যৰ কিবা যোগাযোগত আমি সৰু থাকোতে তেওঁ সপৰিয়ালে আমাৰ ওচৰৰ গেছ এজেন্সি টেক্‌নিকোৰ ঘৰটোতে আছিল। মাৰ পূৰ্বৰ পৰিচিত মানুহ হিচাপে আমাৰ লগত খুব ঘনিষ্ঠতা আছিল। মাই অন্নদা ভট্টাচাৰ্যক 'হৰ্‌ডিল্‌টি' বুলি উল্লেখ কৰিছিল, তেওঁ মাক তুমি বুলি মাতিছিল আৰু মোৰ স্মৃতিয়ে কয় যে মাক খুব মৰমো কৰিছিল। খঙাল মানুহজনৰ বৰখনৰ বিৰুদ্ধে সৰু-সুৰা অভিযোগ লাগিয়েই থাকিছিল আৰু মা তেওঁলোকৰ ঘৰলৈ গ'লে সাক্ষী মানিছিল। পিছে তেওঁৰ পত্নী- মাক কয় একেবাৰে মাটিৰ মানুহ আছিল। আমি সৰুতে মাৰ লগত তেওঁলোকৰ ঘৰলৈ প্ৰায়ে গৈছিলো, গৈ খুব ভাল পাইছিলো। তেনেকৈ মাৰ লগত গৈ ভালপোৱা আমাৰ আন এক চুবুৰীয়া বন্ধুৰ ঘৰ আছিল স্বৰ্গীয় গৌৰীকান্ত তালুকদাৰৰ ঘৰ, তেতিয়াও পুতেকে ভাত লাগণা প্ৰেছটো বহুউৰা নাছিল। তেওঁৰ পত্নী আছিল এগৰাকী অতি সু-গৃহিনী লক্ষ্মী স্বভাৱৰ মহিলা, ঘৰত সদায়ে নানা খোৱা বস্তু তৈয়াৰ কৰি ৰাখিছিল আৰু অতিথি অভ্যাগতক বৰ আদৰ সাদৰেকে খুৱাইছিল। তেওঁৰ সেই সুখাদ্য খোৱাৰ লোভতে আমি তেওঁলোকৰ ঘৰলৈ মা ফুৰিবলৈ গ'লে লগ লৈছিলোঁ।

পি বি কি নহওক 'হৰ্‌ডিল্‌টি'ৰ [illegible] এটা স্মৃতি মই [illegible]

কাৰণ সকতে সেই ঘটনাটোৱে মোক যি পৰম ৰসৰ যোগান ধৰিছিল, তাৰ স্মৃতিত আজিও মই একেই ৰসৰ আস্বাদন কৰোঁ। এদিনাখনৰ কথা। মাৰ লগত তেওঁলোকৰ ঘৰলৈ ফুৰিবলৈ গৈছোঁ। 'ছৰডিপ্ টিয়ে'ও যথাৰীতি মাৰ লগত কথা বতৰা পাতি আছিল আৰু হাতত থকা টেমাটোৰ পৰা (বাপৰ নেকি) খুন্দা তামোল উলিয়াই পাগুলি খাই আছিল। হঠাৎ তেওঁৰ কি কাৰণত জানো পত্নীৰ ওপৰত বিৰাট খং উঠিল আৰু তেওঁৰ ওপৰত গালি বৰ্ষণ কৰাতে ক্ষান্ত নাথাকি আত্ম নিগ্ৰহৰ দ্বাৰাও সেই খঙৰ বিকৃত প্ৰকাশ কৰিলে। তেওঁ কৰিলে কি, হাতত থকা তামোলৰ টেমাটো সমুখৰ পকা চোতাললৈ দলি মাৰি দিলে। কিন্তু তাতো তেওঁৰ পূৰা তৃপ্তি নহ'ল, বহা আসনৰ পৰা উঠি গৈ সেই টেমাটোত ভৰিৰ কেইটামান গছক মাৰি তাক চেপেটা কৰি পেলালে। তাৰ পিছত বহুত সময় জুৰি মাৰ আগত পত্নীৰ বিৰুদ্ধে বিষোদগাৰ কৰিবলৈ ধৰিলে। মই সৰু ছোৱালী, মই সমগ্ৰ ঘটনাটো কেৱল ফূৰ্তিৰ দৃশ্য হিচাপেই উপভোগ কৰিলোঁ। কিন্তু মজাৰ উপৰি মজা! পত্নীৰ বিৰুদ্ধে নালিছ কৰি কৰি অৱশেষত যেতিয়া তেওঁৰ খঙৰ উপশম ঘটিল তেতিয়া তেওঁ এবাৰ উঠি গৈ তামোলৰ টেমাটোৰ ওচৰত বহি ললে আৰু শিল নে কিবা এটা সেই জাতীয় বস্তু লৈ টেমাটোৰ পোটোকা পৰা অংশবোৰ পিটি পিটি বেচেৰাক যথাসম্ভৱ পূৰ্বৰ চেহেৰা প্ৰাপ্ত কৰিলে! মোৰ পক্ষে হাঁহি সম্বৰণ কৰা যে কি কঠিন হৈছিল! অন্নদা ভট্টাচাৰ্য ডুকুৰাৰ আজি কত বছৰ পাৰ হৈ গ'ল, তেওঁৰ পুত্ৰ নৃপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্যৰো মৃত্যু হ'ল, কিন্তু সেলেণ্ডি বোৱাই তামোল খোৱা ডাঙৰ চকুৰ সেই বৃদ্ধ জল্‌জল্ পট্‌পট্‌কৈ চকুৰ আগত ভাঁহি আছে। এজন খঙাল মানুহ, কিন্তু এছ, ডি, চি,ৰ দৰে পদত দুৰ্নীতিৰে টকা ঘটাৰ বহুত পথ থাকিলেও, তাৰ কোনো এটা পথেৰেই হেনো বাট নুবুলিলে, কেৱাজনো পুত্ৰ কন্যাক আধা দাৰিদ্ৰ্যৰ মাজেৰেই প্ৰতিপাল কৰিলে। অৱশ্যে তেওঁৰ কিছুমান গোড়ামি আছিল, জাতি-বিভেদ খুবলৈ মানিছিল। এবাৰ মোক বাটতে পাই কৈছিল— 'পিতাৰাই বোলে চিত্ৰমল্ল বৰুৱাৰ জীয়েকৰ লগত বিনয়ৰ বিয়া পাতিব ওলাইছে? পিতাৰে নাজানে নেকি যে ছান্দকুছিৰ বৰুৱাৰ গাত মোঁৰা খোৱা আহোমৰ তেজ আছে। শুনা যায় যে গদাপানীয়ে ল'ৰাবজাৰ ভয়ত অনাই বনাই ফুৰোঁতে কিছুদিন ছান্দকুছিতো আশ্ৰয় লৈছিল আৰু তাৰ বাসিন্দাৰ তেজ 'অশুচি' কৰিছিল।

মায়ে পাঠশালাত পঢ়িলেও বেছি দিন তেওঁক আৰু স্কুললৈ যাবলৈ দিয়া নহৈছিল, ছোৱালী মানুহ, ল'ৰাৰ লগত আৰু কিমান দিন পঢ়িব। হয়তো আতাই সেই মনোবৃত্তিৰেই মাক পাঠশালা পাছ কৰাৰ সুযোগ নিদিলে। তাৰ পিছত তেৰ বছৰ বয়সত পিতাৰ লগত তেওঁৰ বিয়া হ'ল। পিতা তেতিয়া ধুবুৰীৰ স্কুলৰ পৰা মেট্ৰিক পাছ কৰি আবকাৰী ইন্সপেক্টৰ হৈছিল। ধুবুৰীতে। তাতেই আমাৰ দাদা আৰু বাইদেউ এগৰাকীৰো জন্ম হৈছিল। পিছে মাক বিয়া দিয়াৰ সময়ত দৰা সুপাত্ৰ হ'লেও আতাইতৰ বোলে অলপ আপত্তি হৈছিল। মৰমৰ নুমলীয়া জী, আৰ্থিক স্বচ্ছলতাৰ মাজত ডাঙৰ হৈছে। আৰু এক আপত্তিৰ কথা হ'ল এয়ে— ছমাৰকুছিত নদী নাছিল বাবে বানপানীও নাছিল। কিন্তু পিয়লীয়া পাগলাদিয়া নদীৰ পাৰৰ ঠাই, বাৰিষা তাত পাগলাদিয়াই তাণ্ডৱ নৃত্য কৰে, আজন্ম বানপানী নেদেখা ছোৱালী এজনীয়ে বানপানীৰ দেকত কষ্ট নাপাবনে? তথাপি ল'ৰা বৰ ভাল— এই বিবেচনাতে

সকলো আপত্তি তল পৰি গ'ল। পিতাৰ লগত মাৰ বিয়া হ'ল। গাঁওৰ ল'ৰা, গাঁওৰ ছোৱালী। অতি কম বয়সৰ পৰাই চহৰত থাকিবলৈ ল'লেও সেই গাঁওৰ প্ৰতি মাটীৰ টান থাকিয়েই গ'ল, মোৰ ধমনীতো তাৰ দুই এটা কণিকা হয়তো সিঁচিলে, কাৰণ চহৰত লালিত-পালিত হৈয়ো আমাৰ আটাই কেইজন বাই-ভনী, ভাই- ককাইৰ ভিতৰত ময়েই গাঁওৰ প্ৰতি এক অবুজ আকৰ্ষণ অনুভৱ কৰিছিলো, সুবিধা পালেই একমাত্ৰ ময়েই পিতাৰ লগত গাঁওলৈ গৈ থাকিছিলো—শিমলীয়ালৈ, ছমাৰকুছিলৈ, ভদ্ৰালৈ, নিমুৱালৈ। মই পাঠশালাত বৃত্তি পোৱাৰ পিছত পিতাৰ লগত ছমাৰকুছি গাঁওলৈ গৈছিলোঁ আৰু বৃত্তিৰ পইছাৰে আইলৈ তেতিয়া গাঁওত আপুৰুগীয়া চহৰৰ মিঠাই লৈ গৈছিলো (আতাৰ মোৰ জন্মৰ আগতে মৃত্যু হৈছিল)। তেতিয়া আয়ে মোক কোলাত তুলি লৈ চুমা খাই কৈছিল— 'আই ঐ, মোৰ বাছাজনীক মই মৰিবলৈ এৰি দিছিলো।'

মা-পিতাৰ গাঁওৰ প্ৰতি নিজস্ব আকৰ্ষণৰ লগতে যোগ হৈছিল গাঁওৰ মানুহেও তেওঁলোকৰ লগত ৰখা যোগাযোগ। নানা কাৰণত সেই সম্পৰ্ক অচ্ছেদ্য হৈও থাকিছিল। চহৰলৈ তেওঁলোক আহে মোকৰ্দমা জুৰিবলৈ, পিতাৰ ওচৰত সহায় পৰামৰ্শ ল'বলৈ বা কেৱল আত্মীয়তাৰ জেৰ টানি গুৱাহাটীৰ পৰা ফুৰি যাবলৈ। কেতিয়াবা ব্যক্তিৰ সলনি তেওঁলোকে লিখা পোষ্টকাৰ্ডৰ চিঠিও আহি যায় (তেতিয়া খাম আৰু পোষ্টকাৰ্ডৰ বাহিৰে ইন্‌লেণ্ড লেটাৰ নাছিল) ঠিকনা বেচ মজাৰ: বাদৰ কেৰানীৰ বাহা, উজান বাজাৰ, গুৱাহাটী, 'হৃষ্‌ডিপ্‌টি'ৰ ঘৰলৈও হেনো অনুৰূপ ষ্টাইলতে চিঠি আহিছিল— 'অজদা হৃষ্‌ডিপ্‌টিৰ বাহা'।

এনেকৈয়ে মাহঁতে চহৰত 'বাহা' কৰি থাকিও চহৰীয়া সমাজখনৰ লগত মিলিজুলি থাকিও মনৰ ভিতৰত কিন্তু গাঁওৰ 'বাহা' এটাকে সযতনে লালন-পালন কৰি থৈছিল, আৰু গাঁওৰ সমাজখনৰ স্পৰ্শ আধা-আধি পায়েই থাকিছিল। সেই বাবেই পিতাই ঠিক কৰি থৈছিল যে তেওঁ পেঞ্চন পোৱাৰ পিছতে সপোনটো বাস্তৱত পৰিণত কৰিব—চহৰত আৰু নাথাকে, গাঁওলৈ গৈ ঘৰ বান্ধি তাত চিৰস্থায়ী ভাৱে—অৰ্থাৎ আমৃত্যু বসবাস কৰিব। মাবো সেয়ে হেঁপাহ, গতিকে তেঁৱো পিতাৰ 'স্বপ্নসংগিনী' হৈছিল। পিছে পিতাই ঠিক কৰিছিল যে তেওঁ পৈত্ৰিক মাটিত ঘৰ নেবান্ধে, নদীৰ সিটো পাৰে থকা গজাপুখুৰীৰ পাৰতে মাটি এডোখৰ কিনি তাতহে ঘৰ বান্ধিব। ইতিমধ্যে গাঁওৰ বহুতো মুখীয়াল মানুহৰ আপ্ৰাণ্তীয়া চেষ্টাৰ ফলত (য'ত মোৰ পিতায়ো নানাধৰণে সহায় কৰিছিল) গজাপুখুৰী পাৰত এখন হাইস্কুলো স্থাপন কৰিছিল। গতিকে ঠাইখনৰ পৰিৱেশো ভাল হ'ব।

পিতাহঁতে কিয় যে এনে বাস্তৱ জ্ঞানশূন্য পৰিকল্পনা কৰিছিল মই বুজি নাপাওঁ। কিন্তু মোৰ তৰুণ ৰোমাণ্টিক মনে স্বপ্ন ৰচনা কৰাত মহুগুল হৈ পৰিছিল। আঃ, গজাপুখুৰী পাৰত আমাৰ ঘৰ এটা হ'ব, কাঠৰ এটা দোতালা হ'ব, মই ওপৰ তলাৰ কোঠাটি এটাত থাকিম, খিৰিকিৰে দেখিম গজাপুখুৰীৰ পানী— য'ৰ পৰা সোণৰ নাওত বাতি জলকোঁৱৰ-জলকুঁৱৰী ভাহি উঠে। পুখুৰী সম্পৰ্কে এইটো এটা প্ৰবাদ হ'ব পাৰে, জোনাকী ৰাতি জোনাক জিলমিলোৱা পানীত চাই মোৰ মনে কিয় এটা প্ৰত্যাশা কৰি থাকিব, মোৰ গা-মন হুৱহুৱাই উঠিব— অপাৰি সেই জ্যংকাৰ সুৰৰ কি মধুৰ, কি মধুৰ! ৰূপৰি আছে পানখাৰীয়া

নদী, আছে গাঁওৰ বন্য পৰিৱেশ, আছে ভগীবাবাৰ আশ্ৰম আৰু আছে মোৰ চিৰসংগী কিছুমান কিতাপ- যি মোৰ মানসিক নি:সংগতা পূৰ্ণ কৰি ৰাখিব পাৰিব। গাঁওৰ ঘৰটো কাঠৰ দোতালা বন্ধাবে আঁচনি লোৱা হৈছিল। মোক খুব চখৰ ঘৰ, এনে ঘৰ মই গাঁওত দুটা দেখিছিলো— এটা হ'ল পূৰ্বোল্লেখিত ৰমেশ চৌধুৰীৰ ঘৰ, আনটো কমাৰকুছি গাঁৱৰ বিখ্যাত বৰুৱাৰ ঘৰ, বোধহয় স্বৰ্গীয় খনীন্দ্ৰ চন্দ্ৰ বৰুৱাৰ পিতৃৰ ঘৰ। সেই ঘৰ দুটাই মোৰ হেঁপাহত ইন্ধন যোগোৱাত যে কি বিৰাট সহায় কৰিছিল।

পিছে এদিন মোৰ সেই ছবিৰ দৰে সুন্দৰ সেই কল্পনাৰ ঘৰটো মুখ থেকেছা খাই পৰি গৈছিল। কাৰণ ভায়েকৰ লোভ আৰু গাঁওৰ আন দুই একৰ স্বাৰ্থপৰ স্বৰূপৰ কঢ় উন্মোচনে পিতাক বাস্তৱৰ মুখামুখি কৰালে। তেওঁ বুজিলে যে এতিয়া আৰু গাঁওৰ জীৱনৰ লগত তেওঁ খাপ খাব নোৱাৰিব, চহৰৰ মানুহৰ লোভ-প্ৰতাৰণা আদিৰ ওপৰত ভদ্ৰতাৰ এটা প্ৰলেপ থকা বাবে সি তথাপি সহনীয়, কিন্তু গাঁওৰ মানুহৰ হীন মানসিকতাৰ মূৰ্তিটোৰ জকাটোও প্ৰকট, তাত চহৰীয়া সভ্যতাৰ তেজ মাংসৰ আৱৰণো নাই। অত্যন্ত দাৰিদ্ৰ্যপীড়িত নামনি অসমৰ গাঁওত সেই ঢাকনিৰ বৰ অভাৱ, দাৰিদ্ৰ্য বৰ ভয়ংকৰ বস্তু, সি মানবীয় গুণবোৰ চেপিখুন্দি শেষ কৰি পেলাব খোজে।

মোৰ তেতিয়াও কম বয়স। গতিকে পিতাইঁতৰ স্বপ্ন ভংগৰ বেদনাই মোৰ বুকুতহে জোৰকৈ কোবাইছিল। সেই স্মৃতিকে লৈ মই 'ইপাৰৰ ঘৰ, সিপাৰৰ ঘৰ'ত দুই নায়িকাৰ এক নায়িকা সৃষ্টি কৰিছিলো অঞ্জলিক, যাৰ কল্পনাৰ ''সেউজীয়া ৰহনসনা ছবিৰ দৰে ঘৰটোও সেই ধুমুহাৰে জোকাৰণিত বাগৰি পৰি একেবাৰে গংকাপুখুৰীটোৰ বুকুতে আছাৰ খাই পৰিছিলগৈ আৰু তাৰ পাছতে লাহে লাহে ডুব গৈ অতল তলীৰ জলকোঁৱৰৰ দেশতে অদৃশ্য হৈ গৈছিল....'' (পৃ: ১৪৭)

মই কেতিয়াবা ভাবো, মোৰ ঘৰৰ সপোনো সমগ্ৰ জীৱনতে পূৰ্ণ নহ'ল। জীৱনৰ প্ৰায় শেষ প্ৰান্ততে উপনীত হ'লোহি, কিন্তু মোৰ নিজাকৈ আৰু কোনো ঘৰ নহ'ল। পিছে এই ক্ষণভংগুৰ জীৱনত প্ৰকৃত ঘৰ কাৰেই বা আছে? আচলতে সকলোৰে বাবেই এই পৃথিবীখন হ'ল এক বিৰাট 'আলহী ঘৰ'। '.....মোৰ মায়া নাই নাই, মোহ নাই নাই, উৰনীয়া পখীটিৰ জিৰণীৰ নীড় নাই, মাথোন আকাশ.....' আনহাতে কবিৰ এই যাঁকি কবিতাৰে দাৰ্শনিকৰ দৰে বিষাদ-বিলাস কৰিও দুখ পুহিব ভাল লাগে দেখোন।

কিন্তু জীৱনটো যে কিমান স্ব-বিৰোধিতাৰে ভৰা! [illegible] মোৰ [illegible] মোৰ মায়া-মোহ নাই বুলি মই [illegible] [illegible] হ'ক-[illegible]? [illegible] পৃথিৱীখন [illegible] কৰিব খোজোন, মানুহৰ [illegible] [illegible] জাকে জাকিব [illegible] — '[illegible]' [illegible] কটি- ' আনহাতে [illegible] কিমান [illegible], সেই [illegible] মোৰ প্ৰাণত দোলা দি যায়- 'চাঁদৰ [illegible], '[illegible]'.. [illegible] জীৱনৰ অৰ্থশূন্যতা, অসাৰতাক লৈও [illegible] হওঁ। এক [illegible]

কলেজত পঢ়ি থাকোতে স্বাভাৱিক নিয়মত মোৰ বিয়াৰ প্ৰশ্ন উঠিছিল। আমাৰ গাওঁৰ ওচৰৰ আন এখন গাওঁৰ আত্মীয় এজনে স্বতঃপ্ৰণোদিত হৈ বোলে তেওঁৰ গাওঁৰ খুব চোকা ল'ৰা এজনক মোক বিয়া কৰোৱাৰ প্ৰস্তাৱ দিছিল আৰু দেউতাই সেই যুৱকে প্ৰত্যাখ্যান কৰিছিল এই যুক্তি: 'নিকম্মা তামুলীক বিয়া কৰালে মই সদায় চুটকেছ হাতত লৈ তেওঁৰ পিছে পিছে দৌৰিব লাগিব।'

পিছত তিনদেৱে অৰ্থাৎ সেই আত্মীয়ই আহি হাঁহি হাঁহি আমাক কথাটো কোৱাত মই খঙত জ্বলি উঠিছিলো- আপোনাক কোনে মোৰ দুল্হা বিচাৰিবলৈ কৈছিল? মই যদি কেতিয়াবা বিয়া কৰাওঁ, নিজৰ পছন্দ মতেই বিয়া কৰাম। মিছামিছিকৈ মই আপোনাৰ বাবে প্ৰত্যাখ্যানৰ অপমান সহ্য কৰিব লগা হ'ল! সেইজন ল'ৰা বা ল'ৰাৰ ঘৰে বোধহয় ভাবিছে- আমাৰ দিনৰ পৰাই প্ৰস্তাৱটো আগবঢ়োৱা হৈছিল। কিন্তু পিতাইহঁতেতো এই কথাৰ একোকে নাজানে।

সঁচায়ে, পিতাইহঁতে একো গম পোৱা নাছিল, তিনদেউজনে নিজে আগভাগ লৈয়ে এই দৌত্য কাৰ্য কৰিছিল। পিতাইহঁত মোৰ স্বাধীন মনোবৃত্তিৰ লগত ভালকৈয়ে পৰিচিত হৈছিল। মোৰ বিয়াৰ কথাত তেওঁলোকক কোনো চেষ্টা নকৰিবলৈ মই দৃঢ়ভাবে কৈ থৈছিলোঁ। এতিয়া মই পঢ়িম, তাৰ পিছত বিয়া কৰাব লাগিলে নিজৰ পছন্দৰ ল'ৰা নিজে বিয়া কৰাম। গতিকে ভাল দৰা পালে তেওঁলোকে সৰু ভনীজনীৰ বিয়া পাতি পেলাওক।

পিতাইহঁতে শেষত উপায়ন্তৰ হৈ তাকে কৰিছিল। মই এম,এ পঢ়ি থাকোতে মোতকৈ চাৰি বছৰৰ সৰু ভনীজনীৰ বিয়া পাতি দিছিল।

মই চুটকেছ কঢ়িয়াই পিছে পিছে দৌৰাম- এই ভয়তে এদিন এজন যুৱকে হেনো মোক বিয়া কৰাবলৈ অস্বীকাৰ কৰিছিল! এই ঘটনাটোৱে আজিও মোক আমোদ দিয়ে, আৰু ভাবোঁ- আমি যে মানুহৰ বিষয়ে কিমান বেছি নাজানি একোটা মন্তব্য দি পেলাওঁ! নানা কাৰণত মানুহৰ বিষয়ে একোটা ভাবমূৰ্তি গঢ়ি উঠে আৰু আমি ধৰি লওঁ যে মানুহজনৰ সেইটোৱে একমাত্ৰ পৰিচয়। অথচ মানুহ এজনৰ ব্যক্তিত্বৰ নানা দিশ থাকে, আমি সেই বিভিন্ন দিশবোৰ সম্যক [illegible] পাৰো বা তেওঁৰ [illegible] নহয় পৰ্যন্ত প্ৰকৃত মানুহজনক পূৰ্ণৰূপে [illegible] পাৰোঁ, গতিকে [illegible] তেওঁৰ বিষয়ে [illegible] পৰিচয় [illegible] পৰা সমস্যা [illegible] মোৰ কি এক [illegible] [illegible] এতিয়া [illegible] মনতে মোক [illegible] হৈ পৰিছে এই [illegible] মোৰ মনত [illegible] ৰাখিলে। সৰোজ বৰুৱা আই, এ, চি, এচ হোৱা [illegible] কিছুদিন কটনত পঢ়াৰ [illegible] [illegible] এ,ডি,সি,ৰ ছোৱালী [illegible] সহপাঠিনী গৰাকী একেবাৰেই সামাজিক নাছিল। অৱশ্যে তেওঁ প্ৰেম কৰি [illegible]

উকীল এজনক বিয়া কৰাইছিল- (যি আছিল আমাৰ বাবে চিৰ-বিস্ময়) আৰু তিনিটা সন্তানৰ জননীও হৈছিল। তেওঁ এবাৰ মোক সাংসাৰিক জীৱনত লগ পোৱাৰ পিছত অলপ যেন সমালোচনাৰ ভংগীৰেই মন্তব্য কৰিছিল- 'তুমি অলপ বেছি সাংসাৰিক হৈ পৰিলা দেই..।' মোৰ এই সুগৃহিনী ৰূপৰ লগত তেওঁ কটনত লগ পোৱা ছোৱালীজনীক কোনোমতেই বোধহয় মিলাব পৰা নাছিল। কিন্তু এইখিনিতে তেৰোঁ মোক সম্পূৰ্ণৰূপে নজনাৰ ভুলটো কৰি পেলাইছিল- মোৰো চৰিত্ৰত যে এজনী চিৰন্তন ভাৰতীয় নাৰীৰ অস্তিত্ব লুকাই আছিল, সেই কথাটো আচলতে তেওঁৰ জনাৰ সুযোগ হোৱাই নাছিল। সেই ভাৰতীয় নাৰী, মাতৃ আৰু পত্নীৰ সেৱা পৰায়ণা ৰূপৰ প্ৰতিমূৰ্ত্তি।

মই আগতেই লিখিছোঁ যে মই নাৰীৰ অধিকাৰ সম্পৰ্কে সদায় সোচ্চাৰ হৈ আহিলেও নাৰী আৰু পুৰুষৰ মৌল পাৰ্থক্যক কেতিয়াও অস্বীকাৰ নকৰোঁ। মই কেৱল বিচাৰোঁ যে সমাজত নাৰীয়েও পুৰুষৰ দৰে মানুহৰ পূৰ্ণ মৰ্যাদা পাব লাগিব। কিন্তু অৱস্থা বিশেষে নাৰী-পুৰুষৰ কাম ভিন্ন হ'ব পাৰে। ৰবীন্দ্ৰনাথে কোৱাৰ দৰে- নাৰীয়ে পুৰুষৰ দৰেই কাণ্ট, হেগেল পঢ়িব পাৰে, তাত পাৰ্থক্য থাকিব নালাগে, কিন্তু বিধাতা পুৰুষে যে নাৰীক পুৰুষতকৈ ভিন্ন উপাদানেৰে সৃষ্টি কৰিছে- তাকতো অস্বীকাৰ কৰিব নোৱাৰি, তাক অস্বীকাৰ কৰা মানে প্ৰকৃতিৰ্ৰ নিয়ম লঙ্ঘন কৰা।

মনত এই প্ৰত্যয় লৈয়ে মই সাংসাৰিক জীৱনত সোমোৱাৰ বাবে মনে মনে প্ৰস্তুত হৈছিলোঁ। তিৰোতা মানুহৰ যিবোৰ বিশেষ শিক্ষা- সেইবোৰেৰে মই নিজকে সু-শিক্ষিত কৰি তুলিছিলোঁ। এখন সাৰ্থক আৰু সুখী সংসাৰ গঢ়ি তুলিবলৈ, সন্তানক প্ৰকৃত অৰ্থত মানুহ কৰি তুলিবলৈ যি গুণৰ প্ৰয়োজন তাক মই আয়ত্ত কৰি পেলাইছোঁ বুলি ধাৰণা হৈছিল। কিন্তু সংসাৰ এখন গঢ়ি তুলিবলৈ নাৰীৰ প্ৰয়োজন এজন পুৰুষৰ, মোৰ সেই পুৰুষ ক'ত?

মই কমুনিষ্ট পাৰ্টিৰ সক্ৰিয় সহযোগলৈ আহিছিলোঁ, কেতিয়াবা কেতিয়াবা দলৰ ভিতৰত উপযুক্ত ল'ৰা-ছোৱালী থাকিলে বিয়া পাতি দিয়া হৈছিল। মোৰ ক্ষেত্ৰতো সেই চেষ্টা চলিছিল। এজন ভাল ল'ৰাৰ লগতে মোৰ বিয়া পতাৰ সিদ্ধান্ত লোৱা হৈছিল। আজি সেই ল'ৰা সমাজৰ এজন গণ্যমান্য লোক, গতিকে মই নামটো জনাব নোৱাৰো- মোৰ কাৰণে নহলেও তেওঁৰ কাৰণেই। গতিকে মই এই ক্ষেত্ৰত গোপনীয়তাৰ আশ্ৰয় ল'লো। (আঁদ্ৰে মালৰোঁৰ কথা এবাৰ এঠাইত পঢ়িছিলো- 'মানুহে নিজৰ যিবোৰ কথা গোপন ৰাখে, সেইবোৰেই তেওঁলোকৰ জীৱনৰ আচল সত্য...।' কথাষাৰ কিমান সঁচা। মই নিজৰ কথা ধাৰাবাহিকভাৱে 'শ্ৰীময়ী'ত লিখিবলৈ ওলাইছোঁ বুলি শুনি মোৰ ভাতৃপ্ৰতিম বন্ধু বিশিষ্ট লেখক দেৱব্ৰত দাসে মোলৈ লিখিছিল যে মানুহে সাধাৰণতে আত্মজীৱনীবোৰত বহুত মিছা কথা লিখে, মই যেন সেই মিছাৰ আশ্ৰয় নলওঁ। মই তেতিয়া তেওঁলৈ লিখিছিলোঁ যে মই বাৰু মিছা কথা নিলিখোঁ, কিন্তু বহুত সত্য ঘটনা গোপন কৰি যাম। নানা কাৰণত মোৰ পক্ষে সকলোবোৰ কথা লিখা সম্ভৱ নহ'ব- গতিকে মোৰ আত্মজীৱনী সেই ক্ষেত্ৰত অসম্পূৰ্ণই হৈ ৰ'ব।)

সি যি কি নহওক, মই সেই বিয়াত অসন্মতি জনালোঁ, কাৰণ মোৰ সেই ডেকাজনৰ প্ৰতি অন্তৰত শ্ৰদ্ধা আৰু প্ৰীতিৰ ভাব থাকিলেও মই তেওঁৰ প্ৰতি কোনো প্ৰেম অনুভৱ কৰা নাছিলোঁ। তেওঁ কিন্তু মোক প্ৰেম নিবেদন কৰিছিল আৰু কৈছিল যে মোৰ অবিহনে তেওঁৰ জীৱন ধ্বংস হৈ যাব। আচৰিত, ৰোমাণ্টিক প্ৰেমৰ স্বপ্ন দেখিও সেই বয়সতো সেই বিষয়ত কিমান 'চিনিক' হ'ব পাৰিছিলোঁ। মই কৈছিলোঁ- Time is the best healer চাব সময়ত সকলো ঠিক হৈ যাব... সচাঁকৈয়ে সেয়া হৈছেও, তেওঁ উপযুক্ত পত্নী পাই সাৰ্থক বিবাহিত জীৱনেই কটাই আছিছে।

মই ৰাজনীতিৰ ঘনিষ্ঠ সংস্পৰ্শলৈ আহিলেও মোৰ আটাইতকৈ প্ৰিয় বিষয় হ'ল সাহিত্য। যাৰ অন্তৰত সাহিত্য প্ৰীতি নাই, তেনে ব্যক্তিয়ে মোৰ মন জয় কৰিব নোৱাৰিব বুলি মোৰ বদ্ধমূল ধাৰণা এটি গঢ়ি উঠিছিল। এইখিনিতে সংশ্লিষ্ট ব্যক্তি বা দলৰ প্ৰতি ক্ষমা প্ৰাৰ্থনাৰে এটা কথা ক'ব খোজো- আমাৰ অসমত ৰাজনীতি কৰা মানুহে কেৱল ৰাজনীতিকে কৰে (আমাৰ দিনত মোৰ তেনে অভিজ্ঞতাই হৈছিল)। তেওঁলোকৰ সাহিত্যৰ প্ৰতি কোনো ধৰণৰ ৰাপ থকা দেখা নাযায়। কিন্তু বহুতো বাঙালী লেখকক ৰাজনীতি আৰু সাহিত্য দুয়োবিধ সমানে চলাই থকা বুলি জানিছিলোঁ।

ইফালে মই ৰাজনীতিত লাগি থাকিলেও যৌৱনৰ উন্মেষত মনৰ মানুহ এজনৰ ছবি হৃদয়ত অংকিত কৰি লৈ নানা ৰোমাণ্টিক কল্পনাত ডুবি আছিলোঁ। সেইজন হ'ব লাগিব আকৰ্ষণীয় ব্যক্তিত্বৰ, বুদ্ধিদীপ্ত কথা বতৰাৰ, চিন্তা-চৰ্চা কৰা সাহিত্যলিপ্সু মনৰ। মোৰ অংকিত এই মানসিক ছবিৰ বৰ্ণনা শুনি এজনে হতাশ হৈ কৈছিল- মোৰ দৰে ছোৱালীৰ কেতিয়াও বিয়া সম্ভৱ নহয়। মযো কিন্তু জানিছিলো যে মোৰ দাবী খুউব বেছি। আটাইতকৈ হাঁহি উঠা কথা হ'ল মোৰ কল্পনাৰ তেনে গুণী এজন ব্যক্তিয়ে মোক বাৰু কিয় পছন্দ কৰিব। যি হওক কল্পনাই কিন্তু মোক লগ এৰা নিদিলে। ইংৰাজী, বাঙালী, অসমীয়া (তাকনীয়া সংখ্যাত হলেও) ক'ত যে প্ৰেমৰ উপন্যাস পঢ়া নাছিলোঁ আৰু নিজকে যে ক'ত ধৰণে নায়িকাৰ ৰূপত কল্পনা কৰা নাছিলোঁ। কিন্তু হায়! মোৰ সপোনৰ প্ৰিন্স চাৰ্মিং...। পিছে এটা কথা, মনৰ কল্পনাৰ ৰাজ্যত উটি-ভাঁহি ফুৰিলেও মই কিন্তু কোনো অলীক-অবাস্তৱ জীৱনৰ স্বপ্ন দেখা নাছিলোঁ। মনৰ পৰিপক্কতা সেই বয়সতো আছিল বাবেই বাস্তৱ জ্ঞান মোৰ টনটনীয়াই আছিল। গতিকে মই ভাবিছিলো 'আমৰা দুজনা স্বৰ্গ-খেলনা গড়িব না ধৰণীতে, মুগ্ধ ললিত অশ্ৰুগলিত গীতে, বাসৰ শয্যা ৰচিব না মো ৰা প্ৰিয়ে...।' সঁচাকৈ মই কোনো আকাশ কুসুমক স্পৰ্শ কৰিব বিচৰা নাছিলোঁ। বিবাহিত জীৱন হ'ব আন দহজন মানুহৰ দৰেই, ধন ঐশ্বৰ্য পালে ভাল, নহ'লেও নাই। সংসাৰত অসুখ-অশান্তি, সংঘৰ্ষ সকলো থাকিব, কেৱল মই যাৰ লগত সংসাৰ কৰিম, সেই মানুহজন মোৰ মনৰ মানুহ হ'ব লাগিব।

জীৱনৰ অপৰাহ্ন বেলাত থিয় হৈ মই এতিয়া কিন্তু কেইবাজনমান কথাহে মনত আৱেগেৰে হৃদয়ত মচ খাব নোৱাৰাকৈ অংকিত হৈ থকা দেখা পাইছোঁ... A Next

of Gentry ত টুৰ্গেনিভে লেখা : Beware of love, fear its joys, fear its poison... ৰবীন্দ্ৰনাথ ঠাকুৰৰ 'প্ৰেমেৰ আনন্দ থাকে শুধু একটি ক্ষণ, প্ৰেমেৰ বেদনা থাকে সমস্ত জীৱন.. আৰু বুদ্ধদেব বসুৰ 'বন্দীৰ বন্দনা' নামৰ কবিতাৰ এশাৰী- যৌৱন আমাৰ অভিশাপ!

সঁচায়ে, প্ৰেমৰ তিত-কেঁহা অভিজ্ঞতাৰ মাজেৰে আহি জীৱনৰ বিয়লি বেলিকাত মনে এতিয়াও বিশ্বাস কৰে : যৌৱন মোৰ অভিশাপ!

মোৰ এখন প্ৰিয় কিতাপ হ'ল- 'Dear Brutas' জীৱনত নানা ভুল-ভ্ৰান্তি কৰি অহা নায়কে ভাবিছে- 'জীৱনটো পুনৰ আৰম্ভণীৰে পৰা যাপন কৰিব পৰা হ'লে এই ভুল-ত্ৰুটিবোৰ পুনৰ নকৰি এইবাৰ এটা সুন্দৰ, সফল জীৱন যাপন কৰিলোহেঁতেন।' ফেন্টাছীধৰ্মী এই বিখ্যাত আইৰিছ নাটকখনত নায়কে পুনৰ আৰম্ভণীৰে পৰা জীৱনটো যাপন কৰাৰ সুবিধা পালে। কিন্তু হায়- আকৌ সেই ভুলবোৰৰ পুনৰাবৃত্তি, কাৰণ? 'The fault, dear Brutas, is not with our stars, but with us, that we are such yearlings' । ময়ো জীৱনত বহুতবাৰ ভাবিছোঁ- জীৱনটো যদি আকৌ প্ৰথমৰ পৰা আৰম্ভ কৰিব পৰা গ'লহেঁতেন, তেন্তে যিবোৰ ভুলত্ৰুটিৰ বাবে জীৱনৰ বহুত কথাই বিষময় হৈ' গ'ল, সেইবোৰ ভুল বিষবৎ পৰিহাৰ কৰি চলিলোঁহেঁতেন। মইতো জীৱনটোক সকলো পৰা সৎ, সুন্দৰ আৰু আদৰ্শময় কৰি তোলাৰে সাধনা কৰি আহিছিলোঁ, গতিকে জীৱনটো নতুনকৈ পালে তাৰ পূৰ্ণতাৰ বাবেই এইবাৰ চেষ্টা কৰিলোঁহেঁতেন।

পিছে ভবিতব্যৰ কথা কোনেই বা ক'ব পাৰে! মোৰো যে অৱস্থা 'Dear Brutus'ৰ দৰেই নহ'লহেঁতেন কেনেকৈ জানিম? অ'থেলোৰ বিননিকে কাণত বাজি যায়- Who can control his fate?

আচৰিত যে মই এগৰাকী মাৰ্ক্সবাদী হৈয়ো ভাগ্যক থিয়াই কথা কৈছো! আচলতে মই বহুত সময়ত বিশ্বাস আৰু সংশয়ৰ মাজত দোদুল্যমান হৈ থাকোঁ। জীৱনত এনে কিছুমান অদ্ভুত ঘটনাৰ মুখামুখি হৈছো যে তেতিয়া বিধিলিপি নেমানিও যেন নোৱাৰোঁ। সেয়ে মই আগতেও কৈছো যে মোৰ জীৱন স্ব-বিৰোধিতাৰে ভৰা, বিশ্বাস কৰো এটা, কিন্তু অভূতপূৰ্ব ঘটনাৰাজিয়ে সেই বিশ্বাসৰ ওপৰত সংশয়ৰ কুঁৱলীৰ আচ্ছাদন পেলাব খোজে।

মোৰ প্ৰেম আৰু যৌৱন অভিশপ্ত হ'লেও প্ৰেমৰ জাহ্নবী আহি যেতিয়া জীৱন পথালিব খুজিছিল তাত মোৰ হৃদয়ে পৰিপূৰ্ণ সঁহাৰি দিব নোৱাৰিছিল। এইবোৰ মোৰ প্ৰথম যৌৱনৰ ঘটনা। তাৰ পিছত প্ৰেমৰ তিতা-কেহাঁ অভিজ্ঞতা আৰম্ভ হৈছিল, ভুলৰ পথতো ভৰি দিছিলোঁ। কিন্তু সেইবোৰ সোঁৱৰণীয়ে এতিয়া মনটো বিদ্ৰোহী কৰি তোলে, কাৰণ এতিয়া বুজো যে মোক লঘু পাপত গুৰু শাস্তি দিয়া হৈছিল। জীৱনত এই অভিজ্ঞতাই হ'ল যে আমাৰ সমাজত প্ৰেম লৈ খেলা কৰাৰ অধিকাৰ পুৰুষৰ বাবে প্ৰায় সৰ্বাধিক প্ৰাপ্য, কিন্তু তিৰোতাৰ কোনো ত্ৰুটিৰে ক্ষমা নাই। অন্ততঃ আমাৰ দিনত [illegible] জীৱন [illegible] কৰি থ'ব [illegible] কোনোবাই [illegible] যোগন

নকৰি সততাৰ খাটিৰত তাৰ অকপট স্বীকাৰোক্তি কৰে, সেই সততাক কোনো মূল্যই দিয়া নহয়। দোষী দোষীয়েই, কি অবস্থাৰ বিপাকত পৰি এজন ভাল মানুহে এটা বেয়া কাম কৰি পেলায়, তাৰ কোনো বিচাৰ নাই, তাৰ কোনো ক্ষমা নাই, তাক অলপো সহানুভূতিৰে চোৱা নহয়। মই হতাশা আৰু দুখত এইখিনিতেই ডুবি গৈছিলো যে সাধাৰণ কোনো মানুহৰ পৰা মই এনে ধৰণৰ সুবিচাৰতো প্ৰত্যাশা কৰা নাছিলো- মই যে অনন্য-সাধাৰণৰ পৰা এনে চিন্তাৰ গভীৰতা আশা কৰিছিলোঁ! পিছত যেতিয়া ডষ্টয়েভস্কিৰ 'ব্ৰাদাৰ্ছ কাৰামজভ'খনত 'An Error of Judgement' নামৰ অধ্যায়টো পঢ়িছিলো, মই স্তব্ধ হৈ বহি ভাবিছিলো- এয়া দেখোন মোৰ ঘৰতেই এক ভয়ংকৰ বিচাৰ!

জীৱনত কি যে আশাভংগ হৈছিল! মই কাক বিশ্বাস কৰিম, কাক শ্ৰদ্ধা কৰিম, কাৰ ওপৰত আস্থা ৰাখিম? এখন অতি পুৰণি বাঙালী চিনেমাৰ (নাম বোধহয় 'জীৱন-মৰণ' তেতিয়াৰ অতি হিট্ চিনেমা) সাৰগৰ্ভ গোৱা গীত এটা চিনেমাৰ নায়িকাৰ দৰেই মনত গুণগুণাইছিলোঁ: 'কোন লগনে জনম নিলাম এ দুনিয়াৰ ঘৰে। মাণিক বলে চাই যে যাবে ধূলি হয়ে ঝৰে, সুখেৰে সাথে বিবাদ আমাৰ, হ'লো চিৰতৰে...(বাঙালী কবিতা আৰু গানৰ উদ্ধৃতিৰ বাহুল্যক পাঠকে যেন ক্ষমা কৰে। আচলতে আমাৰ সেই সময়ত হিন্দী চিনেমা বা গানৰতো প্ৰচলন নাছিল- ইংৰাজীতো নাছিলেই- আছিল কেৱল বাঙালী চিনেমা আৰু গানৰ)।

যিহওক, জীৱনৰ এটা সময়ত মই ভ্ৰান্তিবশতঃ হীৰা বুলি কাঁচ বুটলি ল'বলৈ ওলাইছিলো। জীৱনত এক বিৰাট আশাভংগ হৈছিল। মই আচৰিত আৰু আহত হৈ ভাবিছিলো- মানুহক আমি কিমান কম চিনি পাওঁ? উদাৰতা আৰু হৃদয়বেত্তাৰ মুখাৰ অন্তৰালত মানুহৰ কি সংকীৰ্ণতা আৰু হৃদয়হীনতা লুকাই থাকে!

কিন্তু মই এইবোৰ কথা কৈ, আনৰ গাত দোষ জাপি নিজৰ দোষ লাঘৱ কৰিব খোজা নাই। Offence is the best defence. এই কথা মই জানো। এই কথাও জানো- জীৱনে কোনো ভুলৰ ক্ষমা নকৰে, অন্ততঃ কিছুমান মানুহৰ ভুলৰ কোনো ক্ষমা নাই। মই মোৰ ভুলৰ প্ৰায়শ্চিত্ত কৰিবলৈ, তাৰ বাবে শাস্তি মূৰ পাতি গ্ৰহণ কৰিবলৈ সাজু আছিলোঁ। তেতিয়া মোৰ অতি প্ৰিয় কিতাপ 'টলষ্টয়ৰ সাধু'ৰ 'ধৰ্মপুত্ৰ' নামৰ গল্পটোলৈ মনত পৰি গৈছিল। 'ধৰ্মপুত্ৰ'ৰ দৰে ময়ো যদি প্ৰায়শ্চিত্ত কৰাৰ পথৰ নিৰ্দেশ পালোহেঁতেন! আৰু স্বাভাৱিকতেই মনত পৰি গৈছিল 'Dear Brutas' লৈ।

কিন্তু আজিকালি মোৰ মনে বিদ্ৰোহ কৰি উঠে। পৰিবৰ্তিত সামাজিক দৃষ্টিভংগীৰ বিচাৰতো যুক্তি পাওঁ যে মোক এসময়ত যি অপৰাধৰ বাবে বিচাৰৰ কাঠগড়াত থিয় কৰোৱা হৈছিল, আজি সেই অপৰাধ সমাজত প্ৰায়ে উলাই কৰা হয় বা ই জাতৰ লগত পানী খোৱা ঘটনা। তদুপৰি মই কেতিয়াও কোনো অবস্থাতে কাৰো লগত শুবলৈ খোজা নাছিলো। যি হওক মানুহক এক সামগ্ৰিক মূল্যবোধৰ তুলাচনীত তুলিহে বিচাৰ কৰা উচিত। মানুহৰ প্ৰধান গুণ দয়া-কৰুণা, সহনশীলতা, পৰোপকাৰিতা, সততানিষ্ঠা.

আদি। এনে গুণৰ অধিকাৰী মানুহবোৰো জীৱনৰ কোনো বিশাক্ত প্ৰেম জীৱনত ভুল-ভ্ৰান্তি হ'ব পাৰে। কিন্তু এইবোৰ কথাত গুৰুত্ব দিদি কঠোৰ বিচাৰকৰ ভূমিকা ল'বলৈ গ'লে An Error of Judgement হোৱাৰ ভয় থাকে।

মোৰ এই কথাবোৰ পাঠকৰ অতি অস্পষ্ট লাগিব বুলি মই জানো। কিন্তু মই নিৰুপায়, ইয়াতকৈ মুক্তভাৱে লেখা মোৰ বাবে সম্ভৱ নহয়।

১৯৫৮ চনত মই নলবাৰী কলেজত ইংৰাজীৰ অধ্যাপিকা হিচাপে নিযুক্ত হৈছিলোঁ। শ্ৰদ্ধেয় ত্ৰৈলোক্য নাথ গোস্বামী তেতিয়া তাৰ অধ্যক্ষ আছিল, তেখেতেই মোক সেই কামটো দিছিল। তাত মই হোমেন বৰগোহাঞিক লগ পাইছিলোঁ, তেতিয়া তেওঁ তাৰ মাটিৰ হাকিম আছিল। তাৰ পিছত মই নিজৰ জীৱন যোগ কৰিছিলো মানুহজনৰ জীৱনৰ লগত -'শেষৰ কবিতা'ৰ ভাষাত- 'যে আমাৰে দেখিবাৰে পায়, অসীম ক্ষমায়, ভালো-মন্দ মিলায়ে সকলি...।' ১৯৫৮ চনৰ ১২ মাৰ্চত আমাৰ বিয়া হৈছিল পিতাৰ গাওঁ শিমলিয়াত, তাত উপস্থিত আছিল মোৰ মা-পিতা, সক ভাই অজিত আৰু বৰগোহাঞিৰ খুৰাকৰ ল'ৰা ফুনু, যি বৰগোহাঞিৰ লগত থাকি পঢ়িছিল। আমাৰ পিতাহঁতে এই বিয়াত আপত্তি নজনালেও সামগ্ৰিকভাৱে ঘৰখনৰ সন্মতিও নাছিল (পিতাতো বৰগোহাঞিৰ গুণমুগ্ধ হৈয়ে চকু মুদিছিল) বৰগোহাঞিয়ে ঘৰৰ সন্মতি-আপত্তিলৈ বাটকে চোৱা নাছিল, কেৱল মোক কৈছিল যে মই তেওঁৰ ঘৰখনৰ মন জয় কৰিব লাগিব। মই যে মন জয় কৰিবলৈ সক্ষম হৈছিলোঁ- তাৰ ডাঙৰ প্ৰমাণ পাইছিলোঁ শাহু আইৰ এটা আকাংক্ষাৰ কথাতে। মই তেওঁক এটা ছুয়েটাৰ বই দিছিলোঁ আৰু তেওঁ কৈছিল যে তেওঁৰ মৃত্যুত সেই ছুয়েটাৰটো যেন তেওঁৰ চিতাত তুলি দিয়া হয়; আৰু প্ৰমাণ পাইছিলোঁ মোৰ এজন মাজু শহুৰৰ কথাত। পুতেক পবিত্ৰৰ (ড° পবিত্ৰ বৰগোহাঞি, কটন কলেজৰ পদাৰ্থ বিজ্ঞানৰ অধ্যাপক) বিয়াৰ বাবে কন্যাৰ সন্ধান কৰি কৰা এষাৰ মন্তব্যত'মোক মিঠুৰ (আমাৰ বৰপুত্ৰ অনিন্দ্য) মাকৰ দৰে বোৱাৰী লাগে।' জীৱনত মই নানা ধৰণৰ কমপ্লিমেণ্ট পাইছোঁ, কিন্তু এইষাৰ কমপ্লিমেণ্ট মোৰ জীৱনৰ সৰ্বশ্ৰেষ্ঠ কমপ্লিমেণ্ট হিচাপে হৃদয়ৰ এচুকত সযতনে সাঁচি থৈছোঁ। শহুৰ দেউতায়ো মোক জীৱনত অজস্ৰ প্ৰশংসাভৰা চিঠি লিখিছিল।

তথাপি মোৰ জীৱনত কেতিয়াও কল্পনা নকৰা ঘটনা এটা ঘটিল, মোৰ বিয়া নিটিকিল। ১৯৭৭ চনৰে পৰা আমি এৰাএৰি হৈ থাকিলোঁ। কাৰণ? সেই যে- 'সুখেৰ সাথে বিবাদ আমাৰ হ'লো চিৰতৰে...।' সুখ মোৰ কপালত নাই।

তথাপি মই মোৰ বিবাহিত জীৱন সম্পূৰ্ণ অসাৰ্থক হ'ল বুলি নাভাবোঁ। মোৰ ডাঙৰ সান্ত্বনা মোৰ দুই পুত্ৰ। আজিকালিৰ দিনত সন্তানৰ পৰা সৰ্বাঙ্গীণ সুখ পোৱাটো কম পিতৃমাতৃৰে ভাগ্যত ঘটে। মই কিন্তু সেই সুখ পাইছোঁ। মই বিচৰা মতেই মোৰ দুই পুত্ৰক সৎ নাগৰিক হিচাপে গঢ়ি তুলিব পাৰিছোঁ। বিশেষকৈ মোৰ সৰু পুত্ৰ প্ৰদীপ্তৰ পৰা মাকে সন্তানৰপৰা বিচৰা সকলো ধৰণৰ সুখ আৰু তৃপ্তিয়ে মই পাইছোঁ। সেই হিচাপে মই এতিয়ালৈকে এগৰাকী ভাগ্যৱতী মাতৃ।

# ১৭

মোৰ নিজৰ হৃদয়ঘটিত সমস্যাৰ মই অকলেই মুখামুখি হৈছো, কিন্তু বন্ধু বান্ধৱৰ জেনে সমস্যাত নানা সক্ৰিয় ভূমিকাই লৈছিলোঁ। সেইবোৰৰ কোনো কোনো ক্ষেত্ৰত সফলতা আহিছিল, কোনো কোনো ক্ষেত্ৰত বিফলতা। অৱশ্যে কাৰ্যসিদ্ধি হৈছিল, মই পৰিণতিৰ সফলতা বা দুখ দুৰ্ভাগ্যৰ কথাহে ক'ব খুজিছোঁ।

মই যেতিয়া তৃতীয় বাৰ্ষিকৰ ছাত্ৰী, গীতা দাস আৰু আজিৰ স্বনামধন্য বুদ্ধিজীৱি ড. মহেন্দ্ৰ বৰা কটনৰ চতুৰ্থ বাৰ্ষিকৰ ছাত্ৰ-ছাত্ৰী আছিল। গীতাইত আমাৰ ওচৰৰ সেই ঘৰটোত আছিল যিটো মোৰ বাবে অতিশয় স্মৃতি বিজড়িত ঘৰ। কাৰণ তাতেই এসময়ত কমল নাৰায়ণ দেৱ আৰু নলিনী দেৱী আছিল। গীতাইতৰ ঘৰলৈ মোৰ সঘন আহ-যাহ আছিল আৰু তেওঁলোকৰ পৰিয়ালটোৰ লগতে মোৰ বেচ ঘনিষ্ঠতা হৈছিল। (এই প্ৰসংগতে মোৰ মজাৰ কাহিনী এটা মনত পৰিছে যিটো মই ১৯৭৪ চনৰ নীলাচল সাপ্তাহিকত নবীন চাৰৰ বিষয়ে লেখা প্ৰবন্ধত লিখিছো। এদিন গীতাৰ সাত-আঠ বছৰীয়া ভায়েক প্ৰবীৰে কৈছিল- 'বকুল বাইদেউ আপোনাক অলপ জোকাওনে?' মোৰ অনুমতিত সি নবীন শৰ্মা ছবিৰ পদ্য শিকা এই অনুপ্ৰাসৰ কবিতাটো গাবলৈ ধৰিলে- 'বগাকৈ বগলী বহলাই বহিছে, বলুকাত বিয়লি বেলা; বকুল বাগৰিছে, ববছা বনতে বুটলি বিলাওগৈ ব'লা'।) যিহওক এদিন গীতাই মোক মহেন্দ্ৰ বৰাৰ লগত হোৱা তেওঁৰ প্ৰেমৰ কথা কৈছিল। কিন্তু গীতাইতৰ ঘৰত ঘোৰ আপত্তি গতিকে মই যি পাৰোঁ সহায় কৰি দিব লাগে। ফলত গীতাইতৰ গোপন দেখা দেখিত, বা চিঠিপত্ৰৰ আদান-প্ৰদানত মই সখী চিত্ৰলেখাৰ ভূমিকাই লৈছিলোঁ। ড. মহেন্দ্ৰ বৰাই কিছুদিন আগতে প্ৰকাশ পোৱা তেওঁৰ 'উপলা নদীৰ দৰে' নামৰ আত্মজীৱনীখনত মোৰ ভূমিকাৰ উল্লেখ কৰা মোৰ চকুত পৰিছে। যিহওক, বৰা কলিকতাৰ বিশ্ববিদ্যালয়ৰ পৰা সুখ্যাতিৰে ইংৰাজীত এম,এ পাছ কৰি অ'ত ত'ত কাম কৰি শেষত বোধহয় কটন কলেজত সোমোৱাৰ পিছত ঘৰৰ সন্মতিক্ৰমেই দুয়োৰো অৱশেষত বিয়া হৈছিল। মই সেই বিয়াত উপস্থিত নাছিলোঁ, সেই সময়ত মই বোধহয় কলিকতাত পঢ়ি আছিলোঁ। গীতাই তেতিয়া বি,এ হে পাছ কৰিছিল যদিও বিয়াৰ কেবাবছৰৰ পিছত ফিলছফিত এম, এও পাছ কৰিছিল। ইয়াৰ পিছত গীতাইতক পুনৰ ঘনিষ্ঠভাৱে লগ পাইছিলোঁ গোৱালপাৰাত। সেয়া ১৯৬১-৬২ চনৰ কথা। তেতিয়া ড. বৰা গোৱালপাৰা কলেজৰ অধ্যক্ষ আছিল আৰু মৰ্য়ো সেই কলেজত ইংৰাজীৰ অধ্যাপিকা হৈ সোমাইছিলোঁ। বৰা দম্পতিৰ তেতিয়া দুটি সন্তান আছিল, মুন আৰু জংকি- মধুমিতা আৰু দীপংকৰ। আমাৰ বৰপুত্ৰ অনিন্দ্য তেতিয়া প্ৰায় তিনি বছৰীয়া। গতিকে এসময়ত আমি গাইগুটীয়া হৈ বন্ধুত্বপূৰ্ণ জীৱন কটোৱা মানুহ কেইটাই নিজ নিজ

পৰিয়ালৰ স'তে বহু বছৰৰ পিছত পুনৰ যেন মিলিত হ'লোঁ। আমি কেতিয়াও ভাবিবই পৰা নাছিলোঁ যে এনেকৈ আমাৰ দুটা পৰিয়াল গোৱালপাৰা চহৰত লগালগি হ'ম। আচলতে আমাৰ জীৱনৰ ৰেখাবোৰতো সমান্তৰাল নহয় যে অসীম-অনন্তৰ বাহিৰে ক'তো লগালগি নহ'ব। এই পৃথিৱীৰ বুকুত থকালৈকে জীৱন পথত সাক্ষাৎ হোৱাৰ সদা সম্ভাৱনাতো থাকিয়েই যায়। ড. মহেন্দ্ৰ বৰা যি গোৱালপাৰা কলেজৰ অধ্যক্ষ আছিল, তাত ময়ো চাকৰি পালোঁ তেওঁৰেই চুপাৰিশক্ৰমে।

আমি গোৱালপাৰাৰ পৰা গুচি নহালৈকে গীতাহঁতৰ লগত বন্ধুত্বপূৰ্ণ আনন্দৰ দিন কেতবোৰ কটাই আছিলোঁ। বন্ধৰ দিনত মই বা গীতাই সন্তানহঁতক লৈ ইঘৰ বা সিঘৰত দিনটো কটাওঁ। ড. বৰা আৰু বৰগোহাঞিয়ে বহুত সময় নানা সাহিত্য সংস্কৃতিৰ কথা-বতৰা পাতি পাৰ কৰে। ড. মহেন্দ্ৰ বৰা যে অতি বিদ্বান মানুহ সেই কথা আজি অসমৰ কাৰো অবিদিত নহয়, তেখেতৰ দৰে লেখা-পঢ়া কৰি ইমান সময় কটোৱা, ইমান পৰিশ্ৰম কৰা মানুহ মই কমেই লগ পাইছো। ৰাজনৈতিক মতবাদ বা অইন বিভিন্ন বিষয়ত তেওঁৰ লগত মোৰ মতান্তৰ আছে, কিন্তু ই কেতিয়াও আমাৰ বন্ধুত্বৰ সম্পৰ্কত হেঙাৰ হৈ থিয় দিয়া নাই।

গোৱালপাৰাত আমি থাকোতেই গীতাহঁতৰ তৃতীয় সন্তান টিংকু (উতংক)ৰ জন্ম হৈছিল, আৰু আমাৰ দ্বিতীয় সন্তান মিকুৰ (প্ৰদীপ্ত)ৰ । মোৰ এতিয়াও মনত আছে- গীতাৰ নন্দেক ননীয়ে দুটা ধুনীয়া এম্ব্ৰইডাৰী কৰা চোলা আনি মোক দিছিল আৰু এই পৃথিৱীৰ মুখ দেখাৰ পিছত মিকুৱে পৰিধান কৰা সেই দুটাই আছিল প্ৰথম পোছাক ! এতিয়াও মোৰ মনৰ চকুৰ আগত সেই ধুনীয়া চোলা পিন্ধা মিকুৰ ছবিটো ভাহি উঠে।

অতি মধুৰ দিন আছিল সেইবোৰ। গীতহঁতৰ ঘৰলৈ যাওঁ, আড্ডা মাৰো, গীতাই নানা সুখাদ্য ৰান্ধি খুৱায় আৰু কেতিয়াবা ৰবিন্দ্ৰসংগীত শুনায়। গীতা এগৰাকী সুগায়িকা। আমাৰ ঘৰলৈ আহিও গীতাই ল'ৰা-ছোৱালী কেইটাৰে তেনেকৈয়ে দিনটো কটাই যায়। ল'ৰা-ছোৱালীকেইটায়ো পৰস্পৰৰ লগত ধেমালি কৰি আনন্দময় সময় কটায়। মুন আমাৰ মিঠুঅকৈ প্ৰায় ঐবছৰে ডাঙৰ আছিল। মুনহঁত আহিলে মিঠুৰ আনন্দৰ পাৰ নোহোৱা হৈছিল। এদিন দেখোন মুন আৰু মিঠু ওচৰা ওচৰিকৈ বহি আছে আৰু মিঠুৱে মুনক কৈছে- মুন, তোমাক মই বৰ ভাল পাওঁ। আমি দুই বান্ধৱীয়ে হাঁহিয়ে তং নাপাওঁ। ভালপোৱাৰ এনে বাংময় প্ৰকাশৰ পিছতো কিন্তু গোৱালপাৰাত লগ পোৱাৰ পিছত কিবা কাৰণে আমাৰ পৰস্পৰৰ ল'ৰা-ছোৱালী কেইটাৰ আৰু দেখা সাক্ষাৎ হোৱা নাই! মুনৰ দূৰদৰ্শনৰ প্ৰযোজক শংকৰ দাসৰ লগত বিয়া হৈছে, শুনিছো দুটি ল'ৰা-ছোৱালীও মাতৃ হৈছে। বিয়াৰ পিছত মই আৰু মুনক লগ পোৱা নাই।

আমি [illegible]ভাৱে এদিন গোৱালপাৰা এৰি আহিব লগা হ'ল। সেই কাহিনীলৈ পিছত আহিম। ইয়াৰ পিছত মহেন্দ্ৰ বৰাক যিমান বাৰ লগ পাইছো তাতকৈ কম বাৰ গীতাক লগ পাইছোঁ। শেষৰ বাৰ লগ পাইছো বোধহয় ১৯৮৭ চনত। ডিব্ৰুগড়লৈ কিবা এটা সকামত যাবলগীয়া হৈছিল। মহেন্দ্ৰ বৰা বহুত বাৰ টান অসুখত ভুগি উঠিছে। মাজতে গীতাক লৈ ইংলণ্ডলৈও চিকিৎসা কৰিবলৈ গৈছিল। গীতাই তেতিয়া মোলৈ তাৰ পৰা এখন চিঠি লিখিছিল।

ৰবাৰ লগত লেক ডিষ্ট্ৰিক্টলৈ ফুৰিবলৈ যোৱাৰ অভিজ্ঞতাৰ কথা ৰবাই লিখিছিল; ৰবাই যে ওৰে বাটে ৱৰ্ডছৱৰ্থৰ কবিতা উচ্ছ্বাসিতভাৱে আবৃত্তি কৰি গৈছিল। সেই কথা লিখিছিল। ডিব্ৰুগড়ত লগ পোৱা ৰবাক তেতিয়াও লেখা-পঢ়াৰ পিনৰপৰা অতি সক্ৰিয় দেখি আহিছিলোঁ। তেতিয়া তেওঁ সৰু ল'ৰা-ছোৱালী, কবিতা কিছুমান লিখি আছিল, তাৰে কিছুমান মোক পঢ়ি শুনাইছিল। গীতাই মোক ভাত খাবলৈ মাতি যতনে মাংস ৰান্ধি থৈছিল। পিছত মই মাংস নেখাও বুলি শুনি বেচেৰীৰ আপচোচৰ সীমা নোহোৱা হৈছিল। বাৰে বাৰে কৈছিল- 'ইচ, কত দিনৰ আগৰ কথা, তুমি মাংস নোখোৱা কথাটো পাহৰিয়ে গৈছিলোঁ, কেৱল ভাবিছিলো যে তুমি এটা বস্তু নোখোৱা। কি বস্তু নোখোৱা ভাবি ভাবি পাৰ নেপাই শেষত ভাবিলোঁ যে তুমি বোধহয় চাহত চেনি নোখোৱা, বহুতে বয়স হ'লে চেনি খাবলৈ এৰি দিয়েতো!....

গীতা ৰবাই ডাঙৰ সংসাৰ লৈ অলপ ভুকলা হয়তো হৈছে, কিন্তু সুন্দৰ আৰু সহ্যগুণৰ অধিকাৰী মন এটা লৈ সংসাৰ পথত চলি গৈ আছে। মোৰ এক দুৰ্যোগৰ সময়ত তেওঁ মোলৈ এখন অতি প্ৰেৰণাদায়ক চিঠি দিছিল, ৰবীন্দ্ৰনাথৰ মন উদ্দীপ্ত কৰিব পৰা উদ্ধৃতি এটাও লগতে দিছিল। মোৰ জীৱনৰ মৰমৰ বন্ধুসকলৰ মাজত গীতা ৰবাও এগৰাকী যি সদায় মোৰ হিতৰ বাবেই চিন্তা কৰি আহিছে। ডিব্ৰুগড়ত শেষবাৰৰ বাবে মোক লগ পোৱা গীতাই এবাৰ কথা সুধিছিল- 'তুমিতো পঢ়া-শুনাত ইমান চোকা আছিলা, তিনিবাৰকৈ এম, এও পাছ কৰিলা, কিন্তু ভাগ্যৰ পৰিহাসত তোমাৰ আজি কতো এটা চাকৰি নিমিলিল। ভাবিলে তোমাৰ দুখ নালাগেনে?' গীতাৰ সেই প্ৰশ্নত মই মাথো হাঁহি মাৰি কৈছিলোঁ 'গীতা, দুখ কৰিব খুজিলে কেৱল চাকৰিৰ বাবেই নহয়, জীৱনৰ বহু কথাৰ বাবেই মই দুখ কৰি কান্দি কান্দি বহি থাকিব লাগিব। কিন্তু দুখক মই জয় কৰিয়েই চলি থাকিব লাগিব।' গীতাক মই আৰু নিজকে নিজে বহুত দিন নাটকীয়ভাৱে কৈ থকা মোৰ জীৱনৰ বীজ মন্ত্ৰবাৰৰ কথা নকলোঁ—

'শোক শক্তিলৈ ৰূপান্তৰিত কৰা!' মাও চে টুঙৰ সেইষাৰ কি যে প্ৰেৰণাদায়িনী কথা! এই প্ৰসংগতে উল্লেখ নকৰি নোৱাৰোঁ- ১৯৯১ চনৰ ১২ জানুৱাৰী সংখ্যাৰ 'আজিৰ অসম'ত ড: হীৰেন গোহাঁয়ে মোৰ সম্পৰ্কে লিখা কিছু কথাৰ মাজত এইবিনি কথাও লিখিছে, 'জীৱনৰ নৈৰাশ্য আৰু বিষাদৰ লগত দৃঢ়তা আৰু আত্মসম্মানেৰে যুঁজি জিকি অহা নিৰুপমা [illegible] এক দুৰ্লভ উপলব্ধি হৈছে: অপৰাধ নিদান মাৰাত্মক কথা নহয়, ক'বলৈ গ'লে [illegible] মানৱতাৰে লক্ষণ। কিন্তু বিশ্বাসঘাতকতা, প্ৰতাৰণা আৰু প্ৰবঞ্চনা হৈছে মনুষ্যৰ [illegible], অধঃপতন, [illegible] নীচতা আৰু এই পৃথিৱীত নাই...। ড.: গোহাঁয়ে মোৰ জীৱন [illegible] দি এক [illegible] দিছে [illegible] মোৰ বাবে [illegible] দুৰ্লভ প্ৰেৰণা হৈ ৰ'ব। প্ৰসংগান্তৰলৈ আঁতৰি গ'লো। [illegible] ক'বলৈ ওলাইছিলো মোৰ কেইজনমান বন্ধু-বান্ধৱৰ প্ৰেম-বিবাহৰ ক্ষেত্ৰত মোৰ চিত্ৰলেখাৰ ভূমিকাৰ কথা। বাৰে বাৰে মই কিয় যে এই ভূমিকা পালন কৰিব লগা হৈছিলোঁ ক'ব নোৱাৰোঁ। নিজকে অৱশ্যে এই বুলি পিঠি চপৰিয়াই দি বাহ্‌বা লওঁ যে মোৰ ওপৰত আস্থা ৰাখিব পাৰে বা মই কাকেকো পৰোৱা নকৰি সহায় কৰিব বুলি জানিয়ে

হয়তো এই প্ৰেমিক প্ৰেমিকা বন্ধুৱে মোৰ ওচৰ চাপে।

মোৰ দ্বিতীয় বন্ধু আছিল মঞ্জু মুখাৰ্জী, তাইকো এই বিষয়ে সহায় কৰি দিছিলোঁ। কলিকতাত পঢ়া কালত মঞ্জু মোৰ ৰুমমেট আছিল। বাংলা সাহিত্যৰ কলিকতা বিশ্ববিদ্যালয়ৰ ছাত্ৰী। শান্ত, নম্ৰ, অনুভূতিপ্ৰৱণ গভীৰ মনৰ ছোৱালী। মঞ্জুৰ যহতে মই বাংলা সাহিত্য কিছুদূৰ জনা হৈ গৈছিলোঁ। বেচ বাহিৰা কিতাপ-পত্ৰ পঢ়া ছোৱালী, কাৰো লগত বেছি কথা-বতৰা নাপাতে, পঢ়া-শুনাকে কৰি থাকে। বাংলা ভাষাত ক'বলৈ হ'লে-'চাপা' স্বভাৱৰ ছোৱালী।' সেই মঞ্জুয়ে এদিন মোৰ আগত মুখ খুলিলে আৰু ৰবীন্দ্ৰনাথৰ ভাষা ধাৰ কৰি ক'বলৈ হ'লে— 'সখী', হৃদয়েৰ কথা বলিতে যে চাই'—সেই অৱস্থাই হ'ল মঞ্জুৰ। মঞ্জুৰ হৃদয়ৰ কথা হ'ল— তাইৰ কমলেশ দাসগুপ্ত নামৰ লৰা এজনৰ লগত ভাল পোৱাৰ সম্পৰ্ক হৈছে, কিন্তু ল'ৰাজন জাতিত বৈদ্য আৰু মঞ্জুহঁত বামুণ, গতিকে মঞ্জুহঁতৰ ঘৰৰ পৰা বাধা আহিব। কমলেশৰ ঘৰৰ পৰাও বাধা আহিব, তেওঁৰ বাপেক নাই, মাক প্ৰেম ঘটিত বিবাহৰ ঘোৰ বিৰোধী। মঞ্জুৱে প্ৰথম অৱস্থাত মোৰ মানসিক সমৰ্থন বিচাৰিছিল যাতে মনলৈ সাহস গোটাব পাৰে। স্বাভাৱিকতেই মই মঞ্জুক সাহস দিছিলোঁ। ল'ৰাজন ভাল, প্ৰেছিডেন্সি কলেজৰ পৰা ইকনমিক্সত অনাৰ্চলৈ বি, এ পাছ কৰিছে, এতিয়া সৰ্বভাৰতীয় পৰীক্ষাত উত্তীৰ্ণ হৈ ইনকাম টেক্স অফিচাৰ হৈ বৰ্ধমানত চাকৰি কৰি আছে। প্ৰসংগক্ৰমে, কমলেশ দাসগুপ্ত ড. অমলেন্দু গুহৰ হেনো প্ৰেছিডেন্সি কলেজৰ সহপাঠী বন্ধু আছিল, মোক তেওঁ ড·গুহৰ কথা বেচ সপ্ৰশংসভাৱে কৈছিল।

সি যি কি নহওক, বৰ্ধমানৰ পৰা কমলেশ কলিকতালৈ আহিলে ময়ে বহুত সময়ত মঞ্জুৰ সলনি তেওঁক দেখা কৰি মঞ্জুৰ চিঠি তেওঁক দিওঁ। প্ৰথম অৱস্থাত মঞ্জুৱে ভয় আৰু সংকোচ কটাই অকলে গৈ কমলেশক লগ ধৰিব নোৱাৰিছিল, গতিকে মোকেই দূতী কৰি পঠাইছিল। পিছলৈ অৱশ্যে সেই সংকোচ আঁতৰিছিল আৰু অকলেই গৈ 'পৰম প্ৰিয়'ক লগ ধৰিছিল। দুয়ো শেষত দুয়োজনৰে ঘৰৰ মতৰ ঘোৰ বিৰোধিতা স্বত্বেও ৰেজিষ্ট্ৰি কৰি বিয়া কৰাইছিল। তেতিয়া মঞ্জুৱে এম, এ পাছ কৰি স্কুল এখনত কাম কৰিছিল। মই সেই বিয়াত উপস্থিত থাকিব পৰা নাছিলোঁ কাৰণ মই তেতিয়া গুৱাহাটীত। পিছত মই পুনৰ কলিকতালৈ পঢ়িবলৈ গৈছিলোঁ আৰু কমলেশো বৰ্ধমানৰ পৰা কলিকতালৈ বদলি হৈ আহি মঞ্জুক লৈ সংসাৰ পাতিছিল। তেওঁলোক তেতিয়া কলিকতাৰ একেবাৰে উত্তৰ দিশৰ টালা নামৰ অঞ্চলত থাকিছিল। কমলেশৰ মাকে তেতিয়া বাধ্য হৈ মঞ্জুক গ্ৰহণ কৰিছিল যদিও মনেৰে প্ৰকৃত অৰ্থত মৃত্যুৰ দিনলৈকে সেই মহিলাই মঞ্জুক গ্ৰহণ কৰিব পৰা নাছিল; ক্ষমা কৰিব পৰা নাছিল। এই কথাষাৰ স্মৰণ কৰি কিছুদিন আগতে মোক কমলেশে হাঁহি হাঁহি কৈছিল— 'মানুহৰ মন যে কিমান জটিল, কিমান বৈচিত্ৰ্যপূৰ্ণ। মোৰ চাৰিটা ভাই-ককায়ে মাৰ পছন্দ অনুযায়ীয়েই বিয়া কৰাইছে, কিন্তু বিয়াৰ পিছত কোনো এজনীকে মায়ে পছন্দ কৰিব পৰা কাৰণ নঘটিল। একমাত্ৰ মঞ্জুৱেই তেওঁক সকলো ফালে সন্তুষ্ট কৰিব পৰা বোৱাৰী হৈছিল; কিন্তু আচৰিত, মৃত্যুৰ দিন পৰ্যন্ত মায়ে কিন্তু মঞ্জুক কোনোমতে মানি ল'ব নোৱাৰিলে।

যিহওক ষোৱাৰী থাকি মঞ্জু টালাত থকা দিন কেইটাত মই প্ৰায়ে গৈ থাকিছিলোঁ। মঞ্জুৰ

একমাত্র সন্তান হোৱালী, এটিৰ কলিকতাৰ মেডিকেল কলেজত জন্ম হৈছিল। তাৰ পিছত আজি কত বছৰ পাৰ হৈ গ'ল, মহূৰ্তৰ সেই কন্যা স্বাতী নিজেও আজি শুভশ্ৰী নামৰ ন বছৰীয়া কন্যা এটিৰ মাতৃ। স্বাতীয়ে ইকনমিক্সত এম, এ পাছ কৰি এম, এডও কৰিছে। তাই এতিয়া মডাৰ্ণ স্কুলৰ শিক্ষয়ত্ৰী। মই এবাৰ 'সাদিন' কাকতত 'বাঁহৰ পাতে জিকিমিকি' নামেৰে লেখা এটা লিখিছিলোঁ। তিনি বছৰমান আগতে অকণমানি শুভশ্ৰীয়ে মই অসমীয়া বুলি জানি হঠাৎ গাই দিছিল 'বাঁহৰ পাত জিকিমিকি আমাক দিব হিকি হিকি' (স টোক হ উচ্চাৰণ কৰিছিল) আৰু 'অলৌ গুটি টলৌ গুটি কচু গুটি লাই।'

ঘটনাটো হ'ল এই। স্বাতীৰ স্বামী ৰাজাৰ (তেওঁ বাটাৰ এজন উচ্চপদস্থ কৰ্মচাৰী) মাক শান্তি দাসগুপ্ত এসময়ত গুৱাহাটীৰ ছোৱালী আছিল। পান বজাৰ হাইস্কুলত পঢ়া কালত তেওঁ পুষ্পলতা দাসৰ সহপাঠিনী আছিল ('সাদিন'ত পুষ্পলতা দাসকে আদি কৰি অন্যান্য সমনীয়া ছোৱালীৰ লগত জয়মতী উৎসৱৰ সময়ত তোলা ফটো এখনো প্ৰকাশ হৈছিল)। এতিয়া পান বজাৰত য'ত আনন্দ ভাণ্ডাৰ হোটেল আছে তেওঁলোকৰ ঘৰটো হেনো তাতেই আছিল। পিছে মেট্ৰিক পাছ কৰাৰ পিছতে তেওঁলোক চিৰদিনৰ বাবে কলিকতালৈ গুচি গৈছিল। কিন্তু দাসগুপ্তই এতিয়াও অসমক পাহৰিব পৰা নাই, এতিয়াও তেওঁ ভঙা ভঙাকৈ হ'লেও অসমীয়া ক'ব পাৰে, অসমক এতিয়াও প্ৰীতি-ভালপোৱাৰে সোঁৱৰে। তেওঁৰ সেই ভালপোৱাৰে প্ৰকাশ মই শুভশ্ৰীৰ মুখত শুনিছিলো, কাৰণ তেওঁ নাতিনীজনীক সেই অসমীয়া 'ছড়া'বোৰ শিকাইছিল। মোক এবাৰ কৈছিল- অসমত পানী নিমিহলোৱাকৈ যে এবিধ পিঠা কৰে সেই পিঠা তেওঁৰ পুতেকক খুব খুৱাবৰ মন (ৰাজা তেওঁলোকৰো একেটি সন্তান) মই তেতিয়া অতি ভাল তিল পিঠা বনাব জনা মোৰ ভগ্নীসমা বন্ধু তোষপ্ৰভা কলিতাৰ দ্বাৰা তিলপিঠা বনাই আনি ৰাজাহঁতক খুৱাইছিলো।

মই কলিকতাত পঢ়া শেষ কৰি গুৱাহাটীলৈ ওভতাৰ পিছত পূৰা চৈধ্য বছৰ কাল আৰু মঞ্জুহঁতক লগ পোৱা নাছিলোঁ। সেই চৈধ্য বছৰ কাল অসমৰ বাহিৰলৈ যোৱাৰে সুযোগ হোৱা নাছিল। তাৰ পিছতহে এটা সুযোগ ওলাইছিল। বৰগোহাঞিয়ে 'নীলাচল'ৰ সম্পাদক হৈ থকা সময়ত (সেয়া বোধহয় ১৯৭১ চন আছিল) তদানীন্তন প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীৰ সাক্ষাৎ ল'বলৈ দিল্লীলৈ যোৱাৰ পথত কলিকতালৈ আহিছিল। ভ্ৰমণবিমুখ মানুহজন সেই প্ৰথম অসমৰ পৰা বাহিৰলৈ ওলাইছিল। সেই বিষয়ে কিবা ক'লে কয়- মোৰ মনোবৃত্তি কাণ্টৰ দৰে, কাণ্টেও তেওঁৰ জীৱনত নিজৰ গাঁওখনৰ পৰা বাহিৰলৈ ওলোৱা নাছিল। .... যিহওক, এইবাৰ বাধ্য হৈ অসমৰ বাহিৰলৈ ওলোৱা মানুহজনৰ লগতে মোৰ মা আৰু দুই পুত্ৰক লৈ আমিও কলিকতালৈ ওলালোঁ। আমি মঞ্জুহঁতৰ ঘৰতো এদিন নে দুদিন থাকিলোঁ আৰু থাকিলোঁ বালিগঞ্জ প্লেছৰ মোৰ 'জ্যাঠামশাই'ৰ ঘৰত। পিছলৈ এই জ্যাঠামশাইহঁতৰ কথা কম। মঞ্জুহঁত তেতিয়া দেশপ্ৰিয় পাৰ্কৰ ওচৰত এটা ভাড়া ঘৰত থাকে। টালাত কিছু বছৰ থকাৰ পিছত কমলেশ দাসগুপ্ত বদলি হৈ পাটনা, আছানছোল, বোম্বাই আদিত থাকি শেষত কলিকতালৈ বদলি হৈ আহিছিল আৰু দুবছৰ আগতে ইনকাম টেক্সৰ কমিছনাৰ হিচাপে অৱসৰ লৈছে।

মঞ্জুহঁতৰ লগত বৰগোহাঞিৰ সেই প্ৰথম পৰিচয়। সুৰুচিসম্পন্ন, সংস্কৃতিবান এই দম্পতিয়ে বৰগোহাঞিক যথাযথভাৱেই মুগ্ধ কৰিছিল। পিছত তেওঁ লেখা 'ধূসৰ দিগন্ত' নামৰ প্ৰবন্ধ সংকলণ এখন তেওঁলোক দুয়োকো উছৰ্গা কৰিছিল। মঞ্জুৱে তেওঁকো নিজৰ একেবাৰে ধূসৰ হৈ যোৱা জীৱনানন্দ দাসৰ কবিতাৰ কিতাপ এখন (নামটো এতিয়া পাহৰিলোঁ- 'ধূসৰ পাণ্ডুলিপি'য়েই আছিল নেকি) উপহাৰ দিছিল।

মঞ্জুহঁতৰ বিয়াৰ দৌত্যত মোৰ ভূমিকাৰ কথা আজি মঞ্জুহঁতক লগ পাই থাকি মই আনন্দৰে সোঁৱৰো। এনেকুৱা সুখী দম্পতি জীৱনত কম লগ পাইছো। আয়কৰ বিভাগৰ উচ্চপদস্থ থাকিও কমলেশ এক সহজ সাধাৰণ অনাড়ম্বৰ জীৱনেই কটাই গ'ল, অত্যন্ত সাধুভাৱে চলি গ'ল গোটেই জীৱন। গ্ৰন্থপ্ৰেমী হোৱাৰ বাহিৰেও আন বাঙালী মানুহৰ দৰেই তেওঁ ভ্ৰমণ আৰু ভোজনবিলাসীও। প্ৰতি বছৰে স্বামী-স্ত্ৰী ভাৰতবৰ্ষৰ কোনোবা নহয় কোনোবা ঠাইলৈ ভ্ৰমণ কৰিবলৈ যাবই। মোৰ বিখ্যাত ব্ৰহ্মকমল ফুলটো চোৱাৰ ইচ্ছা আছিল, সেই ফুলেৰে হেনো কেদাৰনাথত পূজা কৰা হয়। এবাৰ মঞ্জুহঁত কেদাৰ বদ্ৰীলৈ ভ্ৰমণ কৰিবলৈ যাওঁতে শুকাই যোৱা ব্ৰহ্মকমল এটা আনিলে। বেচ ডাঙৰ ফুল। প্ৰায় টিউলিপ ফুলৰ দৰেই ডাঙৰ। অঞ্জলি লাহিড়ী বাইদেৱে হলেণ্ডৰ টিউলিপৰ বাখ আনি কইছিল। তেতিয়া সেই ফুল দেখিছিলোঁ, এতিয়া পিছে অশেষ যত্ন কৰিও তেওঁ টিউলিপৰ গছ গজাব পৰা নাই।

কমলেশ দাসগুপ্তৰ মাকে খুব ভাল ৰান্ধিছিল বোলে। সেয়ে প্ৰত্যেকৰ কথা ভাবি মঞ্জুক প্ৰায় হাতত ধৰিয়ে তেওঁ ৰন্ধন বিদ্যা শিকাই থৈ গৈছে। তাৰ ফলা স্বামীয়েই যে ভাগ্যবান হৈছে সেইটো নহয়, আমাৰ দৰে হঠাৎ গৈ উপস্থিত হোৱা আলহীবো ভাগ্যৰ দুৱাৰ মুকলি হৈছে। এবাৰ মই আৰু তোষপ্ৰভা বাংগালোৰ আদি ভ্ৰমণ কৰি আহি কলিকতাত সাময়িকভাবে ভ্ৰমণ থমাই মঞ্জুৰ ঘৰত গৈ হঠাৎ আলহী হ'লো। দুপৰীয়া। মঞ্জুৱে আমাক পূৰ্বৰ ওৱাৰ্নিং বিনে যি খাদ্য খুৱালে (দুবেলাৰ বাবে ৰান্ধি থোৱা আছিল বাবে তাকেই খুৱালে) সেয়া খাই তোষপ্ৰভাই আচৰিত হৈ ক'লে- 'আপোনালোকে সদায় ইমান ভাল খায় নেকি? আমি আলহী আহিলেহে এনেকৈ ৰান্ধো!' মই নিজৰ ঘৰৰ ৰন্ধা খাদ্য খাই আমনি লাগিলেই মঞ্জুহঁতৰ তালৈ গুচি যাওঁ আৰু মঞ্জুৰ হাতৰ জুতি লগা আঞ্জা ভাত খাই আহোঁ।

মঞ্জু-কমলেশৰ পৰস্পৰৰ প্ৰতি ভালপোৱা আমাৰ ইয়াৰ বন্ধু মহলত জনাজাত। কমলেশে অফিচ কৰা দিনত দুপৰীয়া সদায় মঞ্জুক এবাৰ ফোন কৰিবই। এবাৰ দুপৰীয়া মই আৰু আমাৰ অন্য এক সহপাঠিনী বন্ধু গীতা বায়ে একেলগে মঞ্জুহঁতৰ ঘৰত ভাত খাই আছিলো, তেতিয়া ফোন বাজি উঠিল আৰু ৰসিক বন্ধু গীতাই মন্তব্য দিলে- 'যাও, যাও, নিশ্চয় শ্যামৰ বাঁশী বেজেছে!' হয় কমলেশেই ফোন কৰি মঞ্জুৰ খবৰ লৈছে। মঞ্জুক পাই কমলেশ ধন্য হোৱা বুলি মই ভাবো। এনেকুৱা পতিব্ৰতা পত্নী আজিৰ দিনত সঁচায়ে বিৰল। আৰ-কালি কমলেশ অফিচলৈ যাবলৈ পা হোৱাৰ আগতে মঞ্জুৱে তেওঁৰ সেৱা কঁপত গৰম হ'বলৈ দি থয়। আনহাতে মঞ্জুৰ বাবেও

এনে প্ৰেমিক ভোলানাথ স্বামী পোৱা ভাগ্যৰ কথা।

এই বন্ধু দম্পতিৰ কথা মই হয়তো কিছু বাহুল্য কৰিয়ে লিখিলো। কিন্তু এওঁলোকে যে মোৰ জীৱনত এক বিশিষ্ট ঠাই অধিকাৰ কৰি আছে। পৃথিৱীত এতিয়াও বন্ধুত্ব, ভালপোৱা, উচ্চ চিন্তা আদি শাশ্বত মূল্যবোধবোৰৰ অস্তিত্বৰ বিশ্বাস যে এই হাল মানুহেই মোৰ অন্তৰত জাগৰুক কৰি ৰাখিছে!

এইবাৰ সৰু ঘটনা দুই এটাৰ কথা কৈ এই প্ৰসংগৰ মোখনি মাৰিম। ১৯৯১ চনৰ ১২ ফেব্ৰুৱাৰীৰ দিনা কলিকতাৰ গ্ৰন্থমেলা শেষ হোৱাৰ পিছত মই মঞ্জুহঁতৰ ঘৰলৈ গ'লো। তেতিয়া কমলেশে আহত স্বৰেৰে ক'লে- 'বকুল, ষ্টেটছমেনত মই গ্ৰন্থমেলা উপলক্ষে অসম পেভিলিয়ানত হোৱা অনুষ্ঠান এটাত নৱকান্ত বৰুৱা আৰু অজিৎ বৰুৱাৰ নাম দেখিলো, কিন্তু তোমাৰ নাম নাই কিয়? এইটো কিন্তু খুব অন্যায় কথা।' মই তেওঁক সেই দুই কবিৰ সেই অনুষ্ঠানত বিশেষ ভূমিকাৰ কথা কৈহে তেওঁৰ ক্ষোভ নিৰসন কৰিলো। যি হওক অলপ পিছত তেওঁ 'ধূসৰ' কিতাপ এখন উলিয়াই মোৰ হাতত দি ক'লে- 'এইবাৰ গ্ৰন্থমেলালৈ গৈ কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰকাশনাৰ কিতাপ পত্ৰবোৰ বাছোতে এই কিতাপখন চকুত পৰাত তোমালৈ কিনি লৈ আহিলো। দাম! কিন্তু গ্ৰন্থমেলাৰ বেহাইৰ শতকৰা দহ ভাগৰ পৰা তেওঁলোকে মোক বঞ্চিত কৰিলে, জানা! ক'লে বোলে সেই বেহাই দিয়াতো নহ'ব। চোৱাচোন মোৰ লোকচান! মই কিতাপখন হাতত লৈ চালো। ৰুক্মিণী হৰণ নাট। ইংৰাজীত বেটুপাতত সেই নাম লেখা তলত লেখা আছে- By 'Mahapurusa Sankardev' in 1532 A.D. Edited by Ambicanath Borah, M.A. Lecturer, Calcutta University, 2nd Edition, 1950. দাম? দুটকা! মঞ্জুৰ স্বামীৰ আন এক পৰিচয় হ'ল- তেওঁ বেচ ৰসিক!

আৰু এটা সৰু ঘটনা। মোৰ সৰু পুত্ৰ প্ৰদীপ্ত ইলিনয় বিশ্ববিদ্যালয়লৈ ইংৰাজী সাহিত্যত ডক্টৰেট কৰিবলৈ যাব ওলাইছে বুলি শুনি মঞ্জুহঁতে সেই সময়ত 'দেশ'ত ধাৰাবাহিক ভাবে ওলোৱা বুদ্ধদেব বসুৰ জীয়েকলৈ লিখা চিঠিবোৰৰ পৰা ইলিনয় বিশ্ববিদ্যালয়ৰ বৰ্ণনা থকা 'দেশ'বোৰ বিচাৰি উলিয়াই আনি আমাক দিছিল। বুদ্ধদেব বসু সেই বিশ্ববিদ্যালয়লৈ বোধহয় ইংৰাজী সাহিত্যৰ ভিজিটিং অধ্যাপক হৈ গৈছিল। প্ৰসংগক্ৰমে কওঁ যে তেজপ্ৰভা কলিতায়ো একেটা অযাচিত সহায়কে কৰি দিছিল। তেওঁও 'দেশ'ৰ পৰা সেই চিঠিবোৰ কাটি আমাক দিছিল।

জীৱনত নানাজনৰ পৰা পোৱা এই সৰু সৰু মৰমবোৰে মই ষষ্ঠ মান শ্ৰেণীত পঢ়া ইংৰাজী বীডাৰখনৰ Galrlands of Pearls' নামৰ সৰু সৰু কবিতা লানিৰ এটা কবিতাকে আবেগ সিক্ত কৰায়েৰে মই মনত পেলাওঃ

Night has a thousand eyes,
And the day but one,
Yet the light of a whole day dies,

With the setting sun.

Mind has a thousand eyes,

And the heart but one,

Yet the light of a whole life dies,

When love is done.

এইবাৰ মই মোৰ সখী চিত্ৰলেখাৰ আন এক ভূমিকালৈ আহোঁ। ই এক গল্পৰ দৰে কাহিনী। এক সুদীৰ্ঘ কাহিনী। আশাকৰোঁ পাঠকৰ ধৈৰ্য্যচ্যুতি নঘটিব। এইবোৰ যে মোৰ জীৱনৰে ঘটনা, মোৰ জীৱনৰ বিশ্বাস আৰু সংশয়ৰ ঘটনা, গতিকে মইতো ক'বই লাগিব।

১৯৫২ চনত মই কটন কলেজৰ পৰা বি,এ পাছ কৰি ইংৰাজীত অনাৰ্চ নথকাতো দাদাৰ ইচ্ছাৰ বাবেই কলিকতা বিশ্ববিদ্যালয়লৈ ভয়ে ভয়ে ইংৰাজীত এম,এ পঢ়িবলৈ গ'লো। মোৰ ভয় ইংৰাজীত মই বিশেষ চোকা নহয়, ইফালে শুনিছো যে কলিকতা বিশ্ববিদ্যালয়ত ইংৰাজীত ভাল কৰা বৰ টান, অতি দ্বিতীয় শ্ৰেণী বিমানে পায়, তৃতীয় শ্ৰেণী অতকৈ বেছি সংখ্যক ছাত্ৰ-ছাত্ৰীয়ে পায়। ইতিমধ্যে অসমৰ দুই এক মেধাবী ছাত্ৰয়ো (এনেকি বিশ্ববিদ্যালয়ত ষ্টেণ্ড কৰা ল'ৰায়ো) কলিকতালৈ ইংৰাজী সাহিত্য পঢ়িবলৈ আহি তৃতীয় শ্ৰেণী পাইছে। প্ৰসংগক্ৰমে, সেই সময়ত গুৱাহাটী বিশ্ববিদ্যালয়ত ইংৰাজী বিভাগ খোলা হোৱা নাছিল।

কলিকতালৈ আহি মই প্ৰথমতে হোষ্টেলতে ছীট নোপোৱাত বালিগঞ্জৰ পূৰ্বোক্ত জ্যাঠামশাইৰ ঘৰত এমাহ নে দুমাহ থাকি পিছত ৬৬ বিবেকানন্দ ৰোডত পোষ্ট গ্ৰেজুৱেট হোষ্টেলত ছীট পাই তালৈ গুছি গৈছিলো। মই এটা চাৰিজনীয়া কোঠালীত ছীট পালো। মোৰ বাকী কেইজনী ৰুমমেট আছিল মঞ্জু, ভগতী আৰু বীথি। য'তেই নাথাকো কিয়, নিজৰ ঠাইৰ মানুহৰ প্ৰতি এটা বিশেষ টান থাকেই। মোৰ মন আনন্দেৰে ভৰি গ'ল- যেতিয়া দেখিলোঁ যে সেই হোষ্টেলত আৰু তিনিজনী অসমীয়া ছোৱালী আছে। তেওঁলোক হ'ল অঞ্জলি ফুকন (যাৰ বিষয়ে মই এই স্মৃতি কথাৰ প্ৰথম অৱস্থাতে লিখিছিলো), তুলতুল ভঁৰালী আৰু সৰোজ দত্ত। তিনিও ভিন্ন ভিন্ন ক্লাছত পঢ়িলেও তিনিওৰে বিষয় আছিল পদাৰ্থ বিজ্ঞান। একমাত্ৰ সৰোজেই মোৰ ক্লাছ ফ্ৰেণ্ড আছিল, তুলতুল মোতকৈ এক ক্লাছ ওপৰত পঢ়িছিল আৰু অঞ্জলি বাইদেউ দুই ক্লাছ ওপৰত পঢ়িছিল।

সৰোজ পঢ়া শুনাত খুব চোকা ছোৱালী আছিল, সেই কথা আগতেই লিখিছো। কিন্তু তেওঁ আছিল কিতাপৰ পোক, বাহিৰা কিতাপো পঢ়িছিল, কিন্তু পাঠ্যপুথিতে অনবৰত মন সংযোগ কৰি ৰাখিছিল। জীৱনৰ ধ্যান-জ্ঞান আছিল পৰীক্ষাত ভাল ফলাফল লাভ কৰা। অঞ্জলি বাইদেউ চোকা ছোৱালী আছিল যদিও খুব কিতাপৰ পোক নাছিল। তেওঁ অলপ ৰোমাণ্টিক স্বভাৱৰ আছিল আৰু পোছাক পৰিচ্ছদত বেচ মনোযোগী আছিল। তুলতুলো খুব চোকা বুদ্ধিৰ আছিল কিন্তু সমূলি পঢ়াশুনা নকৰিছিল। তেওঁ

ভাল গান গাব পাৰিছিল, গুৱাহাটীৰ ৰেডিওত গান গাইছিল, নাটক কৰিছিল। কলিকতালৈ আহি তেওঁ গীতাৰ শিকিছিল আৰু ৰবীন্দ্ৰ সংগীতো শিকিছিল। ৰবীন্দ্ৰ সংগীত শিকাইছিল বিখ্যাত ৰবীন্দ্ৰ সংগীত গায়ক অশোক তৰু বন্দোপাধ্যায়ে।

তেওঁ মই দুয়ো গুৱাহাটীৰ ছোৱালী, গুৱাহাটীত থকা কালত কিন্তু তেওঁৰ লগত মোৰ কোনো বন্ধুত্ব নাছিল, সাধাৰণ চিনাকী মাত্ৰ আছিল। তেওঁ মোৰ সহপাঠী বা একে স্কুলত পঢ়া ছোৱালী হ'লেও বেলেগ কথা আছিল। অৱশ্যে বালিকা এম,ই, স্কুলত আমি দুয়ো পঢ়িছিলো, তেওঁক প্ৰথমতে আমাৰ ক্লাছতে ভৰ্তি কৰি দিয়া হৈছিল, কিন্তু তেওঁ ক'লে, 'এইটো ক্লাছৰ পঢ়াবোৰ ইমান সহজ, মই ইয়াত নপঢ়ো।' ফলত তেওঁক আমাতকৈ এক ক্লাছ ওপৰত নাম লিখাই দিয়া হৈছিল। সেই সময়ত তুলতুলৰ দেউতাক ৰমানন্দ ভঁৰালী শিৱসাগৰৰ পৰা আহি গুৱাহাটীৰ ভঁৰালী ব্ৰাদাৰ্ছ প্ৰতিষ্ঠিত কৰিছিল (মই যিমান দূৰ জানো) আৰু তেওঁৰ সৰু ভায়েক বিবেকানন্দ ভঁৰালীৰ পৰিয়ালৰ লগত উজান বজাৰ বাৰোৱাৰী নামঘৰৰ ওচৰত স্বৰ্গীয় জ্ঞান বৰাৰ ঘৰটো ভাড়া লৈ তাতে একেলগে বসবাস কৰিছিল (এতিয়া সেই ঘৰটোত Angels of god নামৰ নাৰ্চৰী স্কুল এখন পতা হৈছে।) এম,ই, পাছ কৰি তুলতুলে পাণ বজাৰ গাৰ্লছ হাইস্কুলত পঢ়িবলৈ গ'ল, ময়ো এবছৰ পিছত এম,ই, পাছ কৰি সেই একে স্কুলতে গৈ নাম লিখাইছিলো। কিন্তু তাৰ পিছত কেনেকৈ তাৰিণী চৰণ গাৰ্লছ হাইস্কুল স্থাপিত হওঁতে মই তালৈ গুচি আহিছিলো সেই কথা আগতে লিখিছো। পাণবজাৰ হাইস্কুল এৰি আহি তাৰিণী চৰণত নাম লগোৱা তুলতুলৰ আন এগৰাকী সহপাঠিনী আছিল ডলী তালুকদাৰ (তেতিয়া হাজৰিকা)। ডলীয়েও গুৱাহাটী ৰেডিঅ'ত নাটক কৰিছিল আৰু বোধহয় গানো গাইছিল। তুলতুলে পিছে পাণ বজাৰতে থাকি মেট্ৰিক পাছ কৰিছিল, তেওঁ ষ্টাৰ পাইছিল, অসমীয়া, অংকৰে ধৰি মুঠ তিনিটা বিষয় মানত বোধহয় লেটাৰ পাইছিল।

যি হওঁক, গুৱাহাটীত তেওঁৰ লগত ঘনিষ্ঠতা গঢ়ি নুঠিল যদিও কলিকতাত আমাৰ খুব ঘনিষ্ঠতা হ'ল। তেওঁ খুব বুদ্ধিমতী হোৱাৰ উপৰিও সূক্ষ্ম মানসিকতাৰো অধিকাৰী, যি গুণে মোক তেওঁৰ প্ৰতি আকৃষ্ট কৰি তুলিলে। এসময়ত মোৰ ধাৰণা আছিল যে তেওঁ ধনী আৰু ৰক্ষণশীল ঘৰৰ জীয়ৰী, গতিকে সেই বেকগ্ৰাউণ্ড লৈ তেওঁ প্ৰেম আদিৰ কথা কল্পনাই কৰিব নোৱাৰে। কিন্তু এদিন মজুৰ দৰেই যেতিয়া তেওঁ মোক হৃদয়ৰ কথা ক'লে মই বিস্ময় আৰু শ্ৰদ্ধাত স্তব্ধ হৈ গ'লোঁ। এই শিক্ষিতা, সৰ্বগুণসম্পন্না, ধনীৰ ধুনীয়া দুহিতাই হেনো হৃদয়ৰ সৰ্বস্ব উজাৰ কৰি দিছে এনে এজন লোকক যাৰ মূৰৰ ওপৰত আশ্ৰয়ৰ অৰ্থতে ছালি এখন নাই! এনে প্ৰেমো আজিৰ পৃথিৱীত সম্ভৱনে?

তুলতুলে ভালপোৱা মানুহজন আছিল নৱ বৰুৱা, হেম বৰুৱাৰ ভাতৃ। প্ৰথমতে চাকৰি কৰিছিল গুৱাহাটীৰ ৰেডিঅ'তে, খুব ভাল গান লিখিছিল, খুব ভাল সুৰ দিছিল। এবাৰ নৱকান্ত বৰুৱাই মোক কৈছিল- আধুনিক'এশ এবুৰি অসমীয়া গানৰ ভিতৰত

তেওঁৰ গান কেইটাই বিশেষ বৈশিষ্ট্যৰ স্বাক্ষৰ বহন কৰে।'[1] সেই কথাষাৰ সঁচা, নহ'লেনো 'পিকনিক' নামৰ টেলি ফিল্মখনত অপৰ্ণা সেনে তেওঁৰ 'ফাগুণৰে পছোৱা' গানটোক ইমান প্ৰাধান্য দিয়েনে? তেওঁৰ আন এটা গান 'আজি এই ভৰ বাৰিষাত' নামৰ গানটো আনহে নালাগে মোৰ পুত্ৰ প্ৰদীপুৱো আজিকোপতি গুণ গুনায়, ইমানেই অপূৰ্ব এই গানৰ কথা আৰু সুৰৰ সমন্বয়। পিছে সলিল চৌধুৰী, হেমন্ত মুখাৰ্জী আদিৰ দৰে বহু বন্ধুৱে গুৱাহাটীৰ ৰেডিওৰ চাকৰি এৰি বোম্বাইলৈ ভাগ্য অন্বেষণ কৰিবলৈ ওলাই গৈছিল যদিও তেওঁ সফল হ'ব নোৱাৰিলে। মই জনাত তেওঁ বিশেষ চেষ্টাও কৰা নাছিল, তেওঁৰ স্বভাৱত অসমীয়াৰ কৰ্ম বিমুখিতা, অলসতা আছিল নেকি- ফলত তেওঁ Character is destiny আপ্তবাক্য প্ৰমাণ কৰি বোম্বাই চহৰত কপৰ্দকশূণ্য হৈ ঘূৰি ফুৰিবলৈ ধৰিলে।

এই মানুহজনকে ভুলতুলে ভাল পায়। আৰু তেওঁৰ বাহিৰে আনক বিয়া কৰোৱাৰ কথা কল্পনাও নকৰে। দুয়োৰে মাজত চিঠি পত্ৰৰ চলাচল আছে, নহ বন্ধবালে ভুলতুলে খাম বা ইন্‌লেণ্ড লেটাৰ পঠাই দিয়ে- যাতে তেওঁ ওলোটাই ভুলতুলালৈ উত্তৰ লিখিব পাৰে।

মই এনে এটা Impossible situationত সঁচায়ে হতবম্ভ হৈ গৈছিলো- এতিয়া কি হ'ব বাৰু? ভুলতুলৰ ভবিষ্যৎ কি হ'ব? ভুলতুলে কৈছিল- ভবিষ্যতলৈ বাট চোৱাৰ বাহিৰে আন আৰু কি উপায় আছে? কিন্তু এটা কথা ঠিক যে লাগে আজীৱন বিয়া নকৰোৱাকৈয়ে থাকিব, তথাপি আনক বিয়া কৰোৱাৰ প্ৰশ্ন নুঠে।

যিহওঁক, এইটো সমস্যাৰ কথা পাতি পাতি আমি যে ক'ত ৰাতি পাৰ কৰি দিয়া নাছিলোঁ। সখীৰ হৃদয়ৰ কথা পাতিবলৈ ছাদৰ বাহিৰে আৰু কিয়েই বা উপযুক্ত স্থান আছে।

যিহওক, ভুলতুলে ফিজিক্সত ২য় শ্ৰেণীত এম,এছ,চি পাছ কৰি গুৱাহাটীলৈ উভতি গৈছিল আৰু মই ইংৰাজীত ভৰা মতেই তৃতীয় শ্ৰেণী পাই পুনৰ কলিকতালৈ পঢ়িবলৈ আহিছিলো। অঞ্জলি বাইদেউৰ পঢ়া শেষ কৰা নহ'ল, তেওঁক পূৰ্ণ বাজখোৱা নামেৰে নেভীৰ লেফটেনেন্ট এজনৰ লগত ঘৰৰ পৰা বিয়া দিলে। সৰোজেও ২য় শ্ৰেণী লৈয়েই এম,এছ,চি পাছ কৰিলে। ড° ভবেন শইকীয়া আছিল ভুলতুলহঁতৰে একে বিষয়ৰে সহপাঠী। তেওঁ সেইবাৰ পৰীক্ষা ড্ৰপ দিলে। মোৰ এতিয়াও মনত পৰিলে হাঁহি উঠে- যেতিয়া এনেকৈ ড্ৰপ কৰাৰ কাৰণ সোধোতে ড° শইকীয়াই উত্তৰ দিছিল- 'নকম বুজিছেনে, প্ৰশ্নৰ কাকত খুলি দেখো সকলোবোৰৰে উত্তৰ জানো, অথচ বহুত 'Or' আছে, গতিকে কোনটো লেখো কোনটো নেলেখো বুলি ইমান বিমোৰত পৰিলো যে শেষত মূৰ গৰম হৈ নাৰ্ভাচ হৈ পৰীক্ষা হল এৰি গুছি আহিলো।' সেইবাৰৰ পিছৰ বাৰ বোধহয় লক্ষীনন্দন বৰাৰ লগতে শইকীয়াই পৰীক্ষা দি কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ফিজিক্সত এম,এছ,চি পাছ কৰি আহিছিল।

সি যি কি নহওঁক, মই গৰমৰ বন্ধত গুৱাহাটীলৈ গ'লো (১৯৫৫ চন) আৰু

গৈ শুনিলো যে তুলতুলৰ সমস্যা আৰু গভীৰ হৈছে তেওঁক ঘৰৰ পৰা আইন ল'ৰাৰ লগত জোৰ কৰি বিয়া দিবলৈ ওলাইছে। এতিয়া কি উপায় কৰা যায়? ইফালে আজিকালি নব ককাই মোলৈকে চিঠি দি থাকে, পোনে পোনে তুলতুললৈ দিয়া সম্ভৱ নহয়। মই কিবা প্ৰকাৰে সেই কথা তুলতুলক জনাওঁ, কাৰণ আজিকালি তেওঁলোকৰ ঘৰত খুব কঢ়া শাসন চলা হৈছে। মোক আগতে তুলতুলৰ মাক মাহীদেৱে খুবেই মৰম কৰিছিল, আদৰ যত্ন কৰি খুৱাইছিল, কিন্তু এতিয়া তেখেতে বুজি পাব ধৰিছে যে মই তেখেত সকলৰ প্ৰতি 'বিশ্বাসঘাতকতা' কৰিবলৈ ওলাইছো। মোক অপৰাধবোধে কিছু পীড়া দি থাকিলেও মনকে এই বুলি বুজনি দিছিলো যে মই কোনো অন্যায় কৰা নাই। সাবালিকা আৰু উচ্চ শিক্ষিতা ছোৱালী এজনীক আজিৰ দিনত তেওঁৰ মতৰ বিৰুদ্ধে জোৰ জবৰদস্তি কৰি বিয়া দিয়া উচিত নহয়। আচলতে অভিভাৱকৰ ইমান জোৰ-জবৰদস্তি আৰু কঠোৰতা নাথাকিলে বোধহয় তুলতুলে সেই সাংঘাতিক বিদ্ৰোহৰ পদক্ষেপটো ল'ব নোৱাৰিলেহেঁতেন, ৰবীন্দ্ৰ নাথৰ এষাৰ কথা এই ক্ষেত্ৰতো প্ৰযোজ্য: 'ওদেৰ বাধন যতই শক্ত হবে, মোদেৰ বাধন চটবে... তুলতুলে মোক নিজেও সেই কথা কৈছিলঃ ঘৰৰ পৰা ইমান ভয়ংকৰ বাধা নাহিলে মনটো ইমান বিদ্ৰোহী হৈ নুঠিলেহেঁতেন।

ইতিমধ্যে নব ককাৰ জীৱনৰ এটা ভাল পৰিবৰ্তন আহিছিল। তেওঁ ফিল্ম ডিভিজনৰ বাবে লেখা দি, তেওঁৰ 'মাত' দি বহুত টকা উপাৰ্জন কৰিলে। সেয়ে মোৰ পৰা সকলো খবৰ পাই থকা মানুহজনে মোক কাতৰ কাকুতিৰে লেখিলে যে মই যেন কিবা প্ৰকাৰে তুলতুলক কলিকতালৈ লৈ যাওঁ, তেওঁ বোম্বাইৰ পৰা তালৈ আহিব।

মোৰ ক্লাছ আৰম্ভ হ'বলৈ অৰ্থাৎ গৰমৰ বন্ধ শেষ হ'বলৈ তেতিয়াও বেচ কিছুদিন বাকী আছিল, গতিকে কলিকতালৈ গৈ হোষ্টেল খোলা নেপাওঁ। তথাপি কিবা এটা কৰিবই লাগিব। মই ছদ্ম নামেৰে দুখন প্লেনৰ টিকট কাটিলো আৰু ঘৰক মোৰ আঁচনিটো খুলি ক'লো। মোৰ ঘৰখন যে কি অদ্ভুত ঘৰ আছিল, পুৰণিকলীয়া মূল্যবোধত বিশ্বাসী মায়ে ক'লে- 'এজনক স্বামী হিচাপে গ্ৰহণ কৰাৰ পাছত দ্বিতীয় এজনক বিয়া কৰালে তাই দ্বিচাৰিণী নহ'বনে? তুলতুল সতী-সাধ্বী ছোৱালী। তাই যদি অপঘাত হৈ মৰে? বন্ধু হিচাপে তুমি তাইক সহায় কৰিবই লাগিব। পিতা আৰু ভাই-ককাইহঁতবো দেখিলো সেই মত। গতিকে এদিন চাকৰি বিচৰাৰ ছলেৰে তুলতুলে হাতত কেৱল পৰীক্ষাৰ চাৰ্টিফিকেটবোৰ লৈ এক বস্ত্ৰে, এনেকি সোণৰ বালা দুডালো খুলি থৈ আমাৰ ঘৰলৈ ওলাই আহিল। মই সাজু হৈয়ে আছিলো তুলতুলে মাক সেৱা কৰিছিল আৰু হুকহুকাই কান্দি দিছিল। মায়ে মূৰত ধৰি আশীৰ্বাদ কৰিছিল- 'সীতা সাবিত্ৰীৰ দৰে হ'বা।'

আমাৰ কেইজনমান গুৱাহাটীৰ বন্ধু বান্ধৱেও সহায় কৰিছিল আৰু তেওঁলোকৰ এজনে গাড়ী এখন যোগাৰ কৰি আমাক এয়াৰপৰ্টলৈ লৈ গৈছিল। বাৰিষাৰ বতৰ, আকাশ একেবাৰে ওন্দোলাই আনিছিল। এৰোপ্লেন উঠাৰ কিছু পিছত প্লেনখন ইমান

উঠা-নমা কৰিবলৈ ধৰিছিল যে মই হুক হুকাই বমি কৰি দিছিলো। তাৰ পিছত এবাৰ ঘোষণা শুনিলোঁ 'বতৰ অত্যন্ত বেয়া, আমি হয়তো পুনৰ গুৱাহাটীলৈ উভতি যাব লগা হ'ব পাৰে।' পথুলিৰ আন্ধাৰত আমি দমদমত অৱতৰণ কৰিলোঁ। তেতিয়া মুষলধাৰে বৰষুণ পৰিছিল। প্লেনৰ পৰা নমা সময়ত এয়াৰপ'ৰ্টৰ এজন কৰ্মচাৰীক কোৱা শুনিলোঁ- This is the only plane which has landed at Dumdum Airport today.

যি [illegible], আমি এখন টেক্সি লৈ পূৰ্ব নিৰ্দিষ্ট কাৰ্যক্ৰমতে ইষ্টাৰ্ণ হোটেল অভিমুখে আগবাঢ়িলো। নৱ কান্তবাই মোক লেখিছিল যে তেওঁ বোম্বাইৰ পৰা আহি সেই হোটেলত উঠিব, আমি যেন দমদমত নামি পোনে পোনে তালৈ যাওঁ।

গ্ৰেট ইষ্টাৰ্ণ পাই ৰিচিপচনিষ্টক সুধি যেতিয়া গম পালোঁ যে তাত কোনো নৱ কান্তবা নামৰ মানুহ নাই, আমাৰ মূৰত যেন বাহিৰৰ আকাশৰ বজ্ৰ এটাহে পৰিল। আমি সুধিলো- 'এনে কথা হ'ব পাৰে নে যে হোটেলত কোনো ছীট নাই বাবে আমাৰ বন্ধু বিফলমনোৰথ হৈ উভতি যাব লগা হ'ল?' ৰিচিপচনিষ্টে দৃঢ়ভাৱে ক'লে- 'হোটেলত বহুত ছীট আছে। কোনো মানুহ ছীট নাপাই উভতি যোৱাৰ প্ৰশ্নই নুঠে।'

এনে অভাবনীয় বিপদত আমি চকুৰে যেন ধোঁৱা দেখিলোঁ। এতিয়া একমাত্ৰ যোৱাৰ ঠাই হ'ল মোৰ জ্যাঠামশাইহঁতৰ ঘৰ, কিন্তু তালৈ যোৱাটো বিপদজনক যেন ভাব হ'ল। মোৰ লোকেল গাৰ্ডেনৰ ঘৰ সেইটো, তাৰ ঠিকনা বাহিৰ কৰা বৰ অসম্ভৱ কথা নহ'ব পাৰে। যদি আমাক গুৱাহাটীৰ পৰা তালৈ কোনোবাই বিচাৰি আহে? হঠাৎ মনত পৰি গ'ল যে আমাৰ এক বন্ধু প্ৰতিমাই ভুলতুলক কলিকতাৰ নিজৰ ঘৰৰ ঠিকনাটো দি কৈছিল- 'কেতিয়াবা যদি কিবা বিপদত পৰ আৰু সহায়ৰ দৰ্কাৰ হয়, আমাৰ ঘৰলৈ আহিবি।'

প্ৰতিমা স্বৰ্গীয় সুশীল দাসৰ কন্যা। তেখেত ইমান দিনে গুৱাহাটীৰ ডিষ্ট্ৰিক্ট জজ হৈ আছিল, এতিয়া অৱসৰ পাই কলিকতালৈ আহিছে। প্ৰসংগক্ৰমে, ˙ ̃
ভদ্ৰলোকজন গুৱাহাটীৰ খ্যাতনামা অধিবক্তা শ্ৰীবিজয় দাসৰ ককায়েক আছিল।

আমি এতিয়া মৰণত শৰণ লৈ বহুত দূৰৰ দক্ষিণ কলিকতাৰ গৰ্চলেন বোলা ঠাই এখনলৈ টেক্সি এখন লৈ ওলালোঁ। ৰাতি বেছি হৈ আহিছে, মুষলধাৰে বৰষুণ পৰিয়েই আছে, আমি দুজনী গাভৰু ছোৱালীয়ে টেক্সিত অকলে অজান অচিন ঠাই এখনলৈ ওলাইছোঁ। তাতে মানুহ এঘৰৰ ওপৰত নিজৰ নানাধৰণে অস্বাভাৱিক অসহনীয় বোজা জাপি দিবলৈ ওলাইছোঁ। আমাৰ তেতিয়াৰ যি অৱস্থা হৈছিল সাত শত্ৰুৰো যাতে নহয়। যিহওঁক, বহুত ঘূৰি পকি অৱশেষত আমি গৈ জীৱনত কোনো দিন নেদেখা গৰ্চলেনত সোমাই প্ৰতিমাহঁতৰ ঘৰটো বিচাৰি উলিয়ালো। প্ৰতিমাই আৰু সিহঁতৰ ঘৰখনে আমাক দেখি স্বাভাৱিকভাৱেই অতি অবাক হৈ প'ল। কিন্তু অতিশয় মৰমিয়াল আৰু সদাশয় প্ৰতিমাৰ মাক-দেউতাকে আমাক অতি আদৰ সাদৰকে থাকিবলৈ দিলে আৰু মন্তব্য কৰিলে 'ল'ৰা-ছোৱালী সাবালক হ'লে, শিক্ষিত হ'লে, আমি সিহঁতৰ মতামতৰ বেছি বিৰুদ্ধাচৰণ নকৰাই ভাল।'

সিদিনা ৰাতিৰ সেই পৰম আশ্ৰয়ৰ কথা জীৱনত পাহৰিব নোৱাৰো। আমাৰ কি সৌভাগ্য যে এনে এঘৰ দয়ালু মানুহৰ ঘৰত আমি ইমান বিপদৰ মাজত আশ্ৰয় পালো।

পিছদিনা ৰাতিপুৱাও মুষলধাৰে বৰষুণ দিয়ে আছিল। মই অকলেই আকৌ এবাৰ গ্ৰেট ইষ্টাৰ্ণ হোটেললৈ গ'লো। নাই, নৱ বৰুৱা নামৰ কোনো মানুহৰ দেখা দেখি নাই।

ইয়াৰ পিছত দুদিনমান বৰষুণ দিয়েই আছিল। প্ৰতিমাহঁতৰ আত্মীয় এঘৰ ওচৰতে আছিল, তেওঁলোকৰ ফোন আছিল, (নতুনকৈ কলিকতালৈ যোৱা প্ৰতিমাহঁতৰ তেতিয়াও ফোন হোৱা নাছিল।) গতিকে প্ৰতিমাই মোক তালৈ লৈ গৈছিল আৰু গ্ৰেট ইষ্টাৰ্ণ হোটেললৈ ফোন কৰাইছিল। মোৰ আজিও প্ৰতিমাৰ সেই দোলামাসীৰ শোৱণী কোঠালীটো চকুৰ আগত ভাহি থাকে। অতি সুৰুচিপূৰ্ণভাৱে সজোৱা ঘৰটোৰ সৰু মেজ এখনৰ ওপৰত ফোনটো, ওচৰতে এখন পাথৰৰ থালত শুভ্ৰ সুগন্ধি খৰিকাজাঁই ফুলৰ স্তূপ। ঠাই খিনি আমোল মোলাই থাকিছিল।

এদিন নে দুদিন গ্ৰেট ইষ্টাৰ্ণৰ পৰা নেতিবাচক উত্তৰেই আহিছিল। ঘৰত আশাৰে বাট চাই থকা তুলতুলৰ সেই খবৰ শুনি শুকান মুখখন আৰু শুকাই যায়। তাৰ পিছত বোধহয়, তৃতীয় দিনাখন, সিফালৰ পৰা ফোনত অপৰিচিত কিন্তু অসমীয়া মাত এটা ভাহি আহিল (মই তেতিয়া নৱ বৰুৱাক চিনি নেপাইছিলোঁ, চিঠিৰেই যি চা-চিনাকী হৈছিল)। নৱ বৰুৱাৰ মাত। সিদিনা মোৰ কল'বিজৰ 'এনচেণ্ট মেৰিনাৰ'ৰ দৰে ডিঙিৰ পৰা এলবেট্ৰছ চৰাইটো সঁচায়ে যেন খহি পৰিল। আমাৰ দুয়োৰো মাত উত্তেজনাত অধীৰ হৈ উঠিছিল। যিহওঁক, নৱ বৰুৱাৰ কথা শুনি আচৰিত হৈ গ'লো- তেওঁ বোলে সিদিনা বোম্বাইৰ পৰা আহি ঠিকেই গ্ৰেট ইষ্টাৰ্ণ হোটেললৈ আহিছিল। কিন্তু হোটেলত ছীট নাই বুলি তেওঁক বিদায় দিলে। শেষত উপায়ান্তৰ হৈ তেওঁ অইন হোটেল ঠিক কৰিবলৈ গুচি গৈছিল যদিও দুজনী ছোৱালীয়ে তেওঁক বিচাৰি আহিলে লাউঞ্জত অপেক্ষা কৰি থাকে যেন- এই অনুৰোধ জনাই গৈছিল। পিছত স্পেনেছ নামৰ হোটেল এটা ঠিক কৰি আহি তেওঁ আমাক নাপালে আৰু ৰিছিপছনিষ্টজনে ক'লে- তেওঁ কোনো ছোৱালীৰ কথা নাজানে। ৰিছিপছনিষ্ট সলনি হৈছিল। পিছতো তেওঁ আহি বোলে বাৰে বাৰে খবৰ লৈ আছে, কিন্তু একেই নেতিবাচক উত্তৰ পাই আছে। আজি যেন ভাগ্যক্ৰমে মই ফোন কৰা সময়ত তেওঁ ওচৰতে বৈ আছিল।

ফূৰ্তিত টগবগাই মই তুলতুলৰ ওচৰলৈ আহি শুভ সংবাদটো দিছিলো। দুদিন পিছতহে বেচাৰীৰ মুখলৈ পানী আহিছিল। ইয়াৰ পিছত বন্দবস্ত অনুযায়ী মই গ্ৰেট ইষ্টাৰ্ণ হোটেললৈ গৈ নৱ বৰুৱাক লগ ধৰিছিলো। সেয়ে প্ৰথম তেওঁৰ লগত মোৰ পৰিচয় হৈছিল।

ইয়াৰ পিছত প্ৰতিমাৰ দেউতাকে ব্যৱস্থা কৰি দিয়া মতেই তুলতুলৰ লগত নৱ বৰুৱাৰ আৰ্য সমাজ মন্দিৰত আৰু হিন্দুমতে আৰু ৰেজিষ্ট্ৰি কৰিও বিয়া হৈছিল। তাৰ পিছত মই সেই খবৰ দিবলৈ আৰু ইয়াৰ পিছত হোষ্টেল নোখোলালৈকে জ্যাঠামশাইহঁতৰ

ঘৰত যে থাকিব লাগিব, সেই কথা ক'বলৈ বালিগঞ্জলৈ গৈছিলোঁ। বিয়াৰ পিছত প্ৰতিমাহঁতৰ ঘৰত মাকে সুন্দৰকৈ বাঢ়ি বাঢ়ি খুৱাইছিল আৰু নৱ বৰুৱাই তৃপ্তি আৰু কৃতজ্ঞভাৱে কৈছিল- 'কতদিনৰ মূৰত যে এনে বঢ়িয়া ঘৰুৱা ভাত আঞ্জা খোৱাৰ সৌভাগ্য হ'ল মাসীমা।'

জ্যাঠামশাইহঁতৰ ঘৰলৈ গৈ গম পালোঁ আমাক বিচাৰি গুৱাহাটীৰ পৰা এজন অসমীয়া ভদ্ৰলোক আহিছিল, তেখেতৰ নাম পূৰ্ণচন্দ্ৰ উজীৰ। আমাক বিচাৰি কোনোবাই মোৰ লোকেল গাৰ্জেনৰ ঘৰ বিচাৰি উলিয়াবহি পাৰে বুলি ভবা মোৰ ভয় অমূলক নাছিল বুলি প্ৰমাণ পালোঁ। কিন্তু আচৰিত নহৈও নোৱাৰিলোঁ, মোৰ লোকেল গাৰ্জেনৰ ঘৰৰ ঠিকনা কোনে দিলে বাৰু? অৱশ্যে কলিকতাত পঢ়ি থকা কালত মই বহুতো অসমীয়া ছাত্ৰ-ছাত্ৰীক তালৈ লৈ গৈছিলো। আইনহে নালাগে, ড০ মহেন্দ্ৰ বৰাকো লৈ গৈছিলো।

কিন্তু মোৰ আচৰিত হ'বলৈ আৰু বাকী আছিল। ইতিমধ্যে এটা বেয়া কথা হৈছিল। নবদা (মই তেওঁক সেইদৰে সম্বোধন কৰা হৈছিলোঁ) হিচাপতকৈ বেছি দিন কলিকতাত থাকিবলগীয়া হোৱাত (তাতে দামী হোটেলত, স্পেন্সেছৰ গ্ৰেট ইষ্টাৰ্ণতকৈও দামী হোটেল) অলপ টকাৰ নাটনি হৈ গ'ল। ফলত মই এশমান টকাৰ যোগাৰ কৰিবলগীয়া হ'ল— চৌত্ৰিশ- পঁয়ত্ৰিশ বছৰ আগতে এশ টকাৰ মূল্য কম নাছিল। মই বহুত ভাবি চিন্তি অজিৎ বৰুৱাৰ তালৈকে গ'লোঁ, কাৰণ তেওঁ মোৰ আত্মীয়, তেওঁৰ ভনীয়েক প্ৰতিভাক মোৰ দাদা বিনয় জমুনীয়ে বিয়া কৰাইছে। অজিৎ বৰুৱা তেতিয়া কলিকতাত কমলেশ দাসগুপ্তৰে সহকৰ্মী, অৰ্থাৎ ইনকাম টেক্স অফিচাৰ। মই লগত নৱ-বিবাহিত দম্পতিকো লৈ গৈছিলোঁ। অজিৎ বৰুৱাই আমাক পিছদিনা পুৱাহে সহায় কৰিব পাৰে নে নোৱাৰে ফোনত জনাব বুলি ক'লে। পুৱা হোটেলত মইয়ে ফোন ধৰিলো, নাই, তেওঁ ইমান কম সময়ৰ ভিতৰত টকা যোগাৰ কৰি দিব নোৱাৰে। মই উপায়হীন হৈ কমলেশ দাসগুপ্তৰ অফিচলৈকে তেওঁক বিচাৰি গ'লোঁ। তেওঁ সকলো শুনি আমাক আটাইকেউজনকে আবেলি-টালাৰ ঘৰলৈ মাতিলে, কাৰণ মঞ্জুৱে অধীৰ হৈ বাট চাই থাকিব। কাৰণ আমি যে এনেকৈ গুৱাহাটীৰ পৰা আহিছোঁ, মঞ্জুৱে গম পাইছে। কেনেকৈ? কমলেশে আমোদৰ হাঁহি মাৰি ক'লে— 'কালি গুৱাহাটীৰ পৰা পূৰ্ণ উজীৰ নামৰ এজন ভদ্ৰলোকে গুৱাহাটীৰ দুই পলাতক ভদ্ৰ মহিলাক বিচাৰি আমাৰ টালাৰ ঘৰলৈকে অভিযান চলাইছিল।'

শ্ৰদ্ধেয় ভবানীদাই (অতি সদাশয় মোৰ পূৰ্ব পৰিচিত সেই ভদ্ৰলোকক মই তেনেকৈ মাতিছিলোঁ) মঞ্জুহঁতৰ সেই সুদূৰ টালাৰ (আমাৰ 'পদিয়াৰ পৰা ধুবুৰী' কথাষাৰৰ দৰে কলিকতাতো কোৱা হয়- 'টালা থেকে টালিগঞ্জ') ঘৰটোৰ ঠিকনা কাৰ পৰা যোগাৰ কৰিলে সি আজিও মোৰ বাবে ৰহস্য হৈ ৰ'ল।

যিহওঁক আবেলি আমি মঞ্জুহঁতৰ ঘৰলৈ গ'লোঁ আৰু টকাখিনি পাই পিছদিনা বোম্বে মেইলত তুলতুলাইহঁত বোম্বেলৈ গুচি গ'ল। ষ্টেচনলৈ মঞ্জু আৰু কমলেশো আহিছিল। হঠাতে মঞ্জুৰ চকু গ'ল- হাওৰাৰ প্লেটফৰ্মত আমাৰ পৰা বহু দূৰৈত এমূৰে উজীৰ

থিয় হৈ আছে। মঞ্জুৱে অপৰাধীৰ দৰে কৈছিল- 'ভদ্ৰলোকে আমাৰ ঘৰলৈ তোমালোকক বিচাৰি যোৱাত আমি একো নাজানো বুলি সঁচা কথাকে কৈছিলোঁ। কিন্তু এতিয়া আমাক ইয়াত দেখি নিশ্চয় ভাবিছে যে আমিও মিছা কৈছিলোঁ, আমিও এই ষড়যন্ত্ৰৰ অংশীদাৰ।' ভঁৰালীদাই আহি আমাক মাত নিদিলে, কাৰণ শিৰত সেন্দুৰ লোৱা তুলতুলক নৱ বৰুৱাৰ লগত দেখি তেখেতে বুজিছিল যে তেখেতৰ অভিযান ব্যৰ্থ হ'ল। মই তাৰ পিছত জ্যাঠামশাইহঁতৰ ঘৰলৈ গুছি গৈছিলোঁ। জ্যাঠামশায়ে দাদালৈ চিঠি লিখি কি কথা বতৰা সুধি পঠোৱাত দাদাই তেওঁলৈ যি চিঠি দিছিল তাৰ এটা বাক্য আছিল এই: Bakul has simply saved her friend from committing suicide.

হোষ্টেল খোলাত হোষ্টেললৈ যাওঁতে চুপাৰিনটেণ্ডেণ্ট হাঁসিদিয়ে কৈছিল- 'তোমাৰ সম্পৰ্কে খুব বেয়া চিঠি পাইছোঁ। কিন্তু মই মানুহক নিজৰ চকুৰেই বিচাৰ কৰোঁ। মোৰ হোষ্টেলত থকা অসমীয়া ছোৱালী কেইজনীৰ বিৰুদ্ধে মোৰ নিজৰ কোনো অভিযোগ নাই।'

তুলতুলৰ পৰিয়ালৰ চকুত মোৰ যে অপৰাধ অক্ষমণীয়, সেই কথা মই বুজি পাওঁ। গতিকে মই সকলো কথা সহানুভূতিৰে বিচাৰ কৰি চাব পাৰোঁ আৰু তেওঁলোকৰ বুকুত কি শেল বিন্ধিছিল সেই কথা ভাবি মোৰ বুকুতো এডাল অপৰাধৰ শেলে দ লৈকে বিন্ধিছিল। কিন্তু তুলতুলৰ সেই সময়ৰ অৱস্থা আৰু এক ন্যায়-অন্যায়ৰ বিচাৰবোধে মোক সেই কাম কৰাবলৈ বাধ্য কৰিছিল। কাৰণ মই ভাবিছিলোঁ (শ্ৰদ্ধেয় সুশীল দাসৰ দৰেই) যে ল'ৰা-ছোৱালী সাবালক হ'লে আৰু উচ্চ শিক্ষিত হ'লে তেওঁলোকৰ মতামতৰ ওপৰত জোৰ জবৰদস্তি নকৰাই উচিত।

স্বাভাৱিকতেই গুৱাহাটী চহৰত তোলপাৰ লাগিছিল। বাতৰি কাকতৰ পাততো প্ৰখ্যাত সাহিত্যিকৰ এই ঘটনাৰ ভেটিতে লেখা-লেখি চলিছিল, অভিযোগৰ চিঠিপত্ৰ পাইছিল প্ৰতিমাৰ দেউতাকে, মোৰ ঘৰে। কিন্তু মই এইবোৰ কাহিনী মোৰ এই চিত্ৰলেখাৰ কাহিনীত সাঙুৰিব নোখোজো। কেৱল এটা কথা, মোৰ কম্যুনিষ্ট মতাদৰ্শই মধ্যবিত্ত সমাজখনৰ যি এক ভণ্ড আৰু স্বাৰ্থান্বেষী চৰিত্ৰৰ চিত্ৰ দাঙি ধৰে, তাক মই চাক্ষুষ দেখিছিলোঁ। দেখিছিলোঁ আমাৰ আপাত সভ্য ভদ্ৰ মুখাৰ অন্তৰালত কি এক কদৰ্য ৰূপ লুকাই থাকে।

সেই ১৯৫৫ চনৰ পিছৰ পৰা ১৯৭১ চনলৈ মই আৰু তুলতুলক লগ পোৱা নাছিলো। কিন্তু চিঠিপত্ৰ বা অন্যান্য সংযোগ আছিল। তেওঁৰ বৰপুত্ৰ মুন্নাৰ (সীমান্ত বৰুৱা) জন্মৰ পিছত মোৰ সৰু ভাই অজিত উচ্চ শিক্ষাৰ বাবে ইংলণ্ডলৈ বোম্বাই হৈ যাওঁতে মায়ে তাৰ বাবে নিজে তাঁতত বোৱা লুখিয়ানা কাপোৰ আৰু নক্সালৈ গামোছা আৰু তাবোৰ পঠিয়াই দিছিল। তুলতুলেও একাৰ নিজে চিলাই কৰা দুজোৰ খুব সুন্দৰ চোলা পেণ্ট মোৰ দাদাৰ ল'ৰাৰ বাবে পঠাই দিছিল।

১৯৭১ চনত দুই পুত্ৰ মুন্না আৰু তুতুক লৈ তুলতুল আহি দেউতাকৰ ঘৰতে থাকিল- তেতিয়া তেওঁৰ ঘৰৰ লগত সম্পৰ্ক ভাল হৈ গৈছিল। তেওঁ আৰু উজতি

নগ'ল। মই বৰগোহাঞিৰ আৰু মুনীনদাক খাটনি ধৰি তেওঁক সাপ্তাহিক নীলাচল কাকতত সহকাৰী সম্পাদিকাৰ চাকৰি এটা যোগাৰ কৰি দিলোঁ। ভুলতুলৰ মাক-দেউতাকৰ ঘৰলৈ আমাৰ ঘৰৰ কাকো যাবলৈ দিয়া নহৈছিল, গতিকে ভুলতুল আৰু তেওঁৰ ল'ৰাক আমাৰ ঘৰলৈ কিয় আহ-যাহ কৰাৰ অনুমতি দিয়া হৈছিল বা আমি দিয়া চাকৰি ভুলতুলক গ্ৰহণ কৰিবলৈ দিয়া হৈছিল- এই দুমুখীয়া সিদ্ধান্তয়ো মোক অবাক কৰি ৰাখিছিল। জীৱনৰ বহুত অদ্ভুত কাণ্ড কাৰখানা দেখি মই মাজে মাজে সুকান্ত ভট্টাচাৰ্যৰ কবিতাৰ এটা বাক্য আওৰোৱাৰ দৰে এই ক্ষেত্ৰতো আওৰাওঁ- 'অবাক পৃথিবী, সেলাম তোমায় সেলাম!'

নৱদা আজিও বোম্বাই চহৰত বসবাস কৰি আছে। অকলশৰে। তেওঁৰ লগত মোৰ বৰ্তমান চিঠিপত্ৰৰ কোনো আদান প্ৰদান নাই, কিন্তু ভনী তালুকদাৰৰ লগত আছে। এই মৰমীয়াল মহিলাই বিপদে আপদে তেওঁক যি পাৰে সহায় কৰে।

ভুলতুলৰ লগতো মোৰ আজি কালি কোনো সম্পৰ্ক নাই। এবাৰ তেওঁ সুদূৰ বোম্বাই চহৰত আছিল বাবে সুদীৰ্ঘ যোল বছৰ দেখা সাক্ষাৎ হোৱা নাছিল, কিন্তু তাৰ পিছত একে চহৰত থকা সত্ত্বেও ১৯৭৬ চনৰ পৰাও আৰু দেখা সাক্ষাৎ হোৱা নাই। Readers' Digestৰ এষাৰ কথাকে ক'ব পাৰোঃ Life is like that!

আজি-কালি মাজে মাজে মঞ্জু-কমলেশ দাসগুপ্তৰ লগত আমি সেই দিনবোৰৰ ৰোমন্থন কৰোঁ, কাৰণ ঘটনা ক্ৰমে মই কলিকতাৰ বাসিন্দা হৈ আছোঁ। মঞ্জুহঁত বোম্বাইত ন বছৰ আছিল আৰু তাত থকা দিনবোৰত ভুলতুলহঁতৰ লগত মধুৰ ঘনিষ্ঠ সময় কটাইছিল। তেওঁলোকে আবেগেৰে সেই দিনবোৰ সোঁৱৰে।

এইবোৰ কথা বতৰাকে পাতি থাকোতে এদিন কমলেশে ক'লে- 'বকুল, তুমিতো নাজানা, সিদিনা হঠাৎ মোৰ অফিচলৈ গৈ তুমি সেই এশ টকা খুজি মোক কিমান নাৰ্ভাচ কৰিছিলা। মঞ্জুক বিয়া কৰোৱাৰ অপৰাধত মই দৰমহাৰ প্ৰতিটো পইছা মাৰ হাতত দিওঁ, অফিচলৈ যোৱাৰ বাছৰ বা ট্ৰামৰ ভাড়া প্ৰতিদিনে মাৰ পৰা খুজি লওঁ। মঞ্জুৰেও পোষ্টকাৰ্ড এখন কিনিবলৈ হ'লেও মাৰ ওচৰত হাত পাতিব লগা হয়। তেনে অৱস্থাত তোমাক তৎক্ষণাতে এশ টকা ক'ৰ পৰা আনি দিওঁ? শেষত যেনিবা সহকৰ্মী এজনে মোৰ বিপদৰ কথা শুনি এশ টকা যোগাৰ কৰি দি মোৰ মান বচাইছিল।

বহুতে কয়, মোৰ বন্ধু ভাগ্য অতি বেয়া, কিন্তু মোৰ এৰি অহা সমগ্ৰ জীৱন আৰু বৰ্তমান যাপন কৰি অহা জীৱনৰ অভিজ্ঞতাৰে মই কেৱল মঞ্জু-কমলেশৰ কথা ভাবিয়ে নহয়, আন আৰু বহুতো বন্ধু বান্ধৱৰ নিঃস্বাৰ্থ, অকৃত্ৰিম মৰমৰ কথা ভাবিও নিজকে নিজে কওঁ: নহয়, নহয়, মোৰ দৰে বন্ধু ভাগ্য খুব কমৰ জীৱনতে ঘটে!

# ১৭

ঘৰৰ অমতে গৈ বিয়া পাতিব খোজা ডেকা-গাভৰুক সহায় কৰাৰ ভূমিকা মোৰ নিজৰ বিবাহপূৰ্ব জীৱনতে শেষ হৈ যোৱা বুলি ভাবিছিলোঁ। কিন্তু ভৱিষ্যতত কাৰ বাবে কিহে বাট চাই থাকে কোনে বা ক'ব পাৰে?

১৯৬৯ চনৰ কথা। আমি তেতিয়া 'সাপ্তাহিক নীলাচল'ত কাম কৰোঁ আৰু গুৱাহাটীৰ খাৰঘূলি পাহাৰৰ টিলা এটাৰ ওপৰত মোৰ বাইদেউৰ ঘৰটোৰ এটা অংশ ভাড়া লৈ থাকোঁ। বাইদেউৰে পুত্ৰ কমল লহকৰ শিলানীৰ পৰা ইঞ্জিনিয়াৰিং পাছ কৰি আহিছে। তাৰ বন্ধু সত্যেশ বণিক্য। খুব চোকা ল'ৰা। দিল্লী বিশ্ববিদ্যালয়ত পঢ়ি থাকোঁতে কেইজনমান মেধাৱী ছাত্ৰই নীলাচলৰ পাতত বৰগোহাঞিৰ অনুৰোধত সুচিন্তিত প্ৰবন্ধ পাতি লেখিছিল। তেওঁলোকৰ কেইজনমান হ'ল বৰ্তমান কটন কলেজৰ ইংৰাজীৰ অধ্যাপক ৰবীন গোস্বামী, নৰ্থ ইষ্টাৰ্ন হিল ইউনিভাৰ্ছিটিৰ অংকৰ অধ্যাপক ড: প্ৰমোদ শইকীয়া, অশোক ভাগৱতী আৰু সত্যেশ বণিক্য।

যি সময়ৰ কথা কৈছোঁ, সেই সময়ত (যতদূৰ মনত পৰে) মোৰ ভাগিন ৰঞ্জু অৰ্থাৎ কমলে পি ডব্লিউ ডিৰ ইঞ্জিনিয়াৰ হৈছিল আৰু সত্যেশ বণিক্যই দুলিয়াজানত চাকৰিৰ নিযুক্তি পাইছিল।

এদিন ৰঞ্জুৱে আহি ক'লে— 'সত্যেশে এজনী ছোৱালীক বিয়া কৰাবলৈ ওলাইছে, নাম মঞ্জুমা কৌৰ, দেউতাকৰ নাম শ্ৰীৰূপ সিং, গুৱাহাটীৰ এ ডি এম। মঞ্জুমাহঁত অসমীয়া শিখ, তাই এম.এ.পাছ, ছোৱালীজনী বৰ ভাল। কিন্তু কথা হৈছে সত্যেশহঁতৰ ঘৰৰ পৰাও দুৰ্ঘোৰ আপত্তি, মঞ্জুমাহঁতৰ ঘৰৰ পৰাও। কিন্তু দুয়ো সাবালক, দুয়ো বিয়া কৰাবলৈ দৃঢ়-প্ৰতিজ্ঞ। তোমালোক এই বিষয়ত উদাৰ বুলি জানে। গতিকে তোমালোকৰ ইয়াতে ৰেজিষ্ট্ৰাৰক মাতি সিহঁত দুয়ো বিয়া পাতিব খোজে।'

আমি সন্মত হ'লোঁ। দুজন শিক্ষিত সাবালক ডেকা-গাভৰুক জীৱন সংগী বাছি লোৱাত ঘৰৰ পৰা বাধা দিয়াটো উচিত নহয় বুলি আমি দুয়ো বিশ্বাস কৰোঁ।

সেইদিনাৰ দিনটো আজিও মনত আছে। সত্যেশ আৰু মঞ্জুমা পুৱাই আমাৰ ঘৰলৈ আহিছিল। সত্যেশক মই আগৰে পৰা চিনো। মঞ্জুমাৰ লগত সেই প্ৰথম পৰিচয়। শান্ত, কিন্তু মুখত এটা দৃঢ়তাৰ চিন। ছোৱালীজনীক প্ৰথম পৰিচয়তে মোৰ খুব ভাল লাগি গৈছিল।

ৰঞ্জুৱে ৰেজিষ্ট্ৰাৰ ভগৱান ভট্টাচাৰ্যক মাতি লৈ আহিছিল (তেখেতৰ এতিয়া মৃত্যু হৈছে)। মই আগতে উল্লেখ কৰা 'ছ্বৰডিপ্ টি' অন্নদা ভট্টাচাৰ্যৰে পুত্ৰ এই ভগৱান ভট্টাচাৰ্য।

সত্যেশৰ দুই এজন বন্ধুও আহিছিল। তাৰ ভিতৰত আছিল গীতিকাৰ দ্বিজেন্দ্ৰ মোহন শৰ্মা। দ্বিজেনক মই সৰুৰে পৰা চিনো। বাল্যকালত তেওঁলোক আমাৰ যোৰপুখুৰীৰ ঘৰৰ ওচৰত থাকিছিল। পিছে দ্বিজেনে এই বিয়াত সহায় কৰিবলৈ অহা নাছিল, তেওঁ ঘৰৰ

অমতে এনে বিয়া পতা নৈতিকভাৱে একেবাৰে সমৰ্থন নকৰে বুলি জনাই দিলে।

যি হওক, বিয়া এখন হ'ব। একেবাৰে সুদা মুখেতো বন্ধু-বান্ধৱক বিদায় দিব নোৱাৰি সেয়ে বৰগোহাঞিয়ে মিঠাই অলপ আনিবলৈ বজাৰলৈ গ'ল।

তেওঁ যোৱাৰ পিছতে ঘটনা ঘটিবলৈ ধৰিলে। প্ৰথমতে আহিল সত্যেশৰ মাক-দেউতাক, তাৰ পিছত ৰূপ সিং। প্ৰত্যেকেই নিজৰ ল'ৰা-ছোৱালীক এই বিয়াৰ পৰা নিবৃত্ত কৰিবলৈ পাৰ্যমানে বুজাবলৈ ধৰিলে। আমি সকলো ভেতিয়া ড্ৰইং ৰুমতে বহি আছিলোঁ। কিন্তু কোনো বুজনিয়ে ল'ৰা-ছোৱালী হালক টলাব নোৱাৰিলে। ইতিমধ্যে ঘটনাই এনে ৰূপ লোৱাত ভগৱান ভট্টাচাৰ্য গুচি গৈছিল।

খুব গৰমৰ দিন আছিল। ঘামি-জামি জুকলা হৈ অহা মাক-বাপেক সকলক দেখি মোৰ বৰ বেয়া লাগিছিল। মই ভয়ে ভয়ে চৰ্বত কৰি আনি সকলোকে যাচিছিলোঁ। তেওঁলোকে সেই চৰ্বত গ্ৰহণ কৰি মোক আশ্বস্ত কৰিছিল। মই এই কথা ক'বই লাগিব যে দুয়ো পক্ষৰে অভিভাৱক সকলৰ ব্যৱহাৰ আছিল বেছ ভদ্ৰ, কোনেও মোক কটু কথা কোৱা নাছিল, পৰস্পৰৰ মাজতো কোনো অভদ্ৰ বাক্য ব্যৱহাৰ হোৱা নাছিল। সত্যেশৰ মাকে কেৱল কান্দিছিল।

এসময়ত বৰগোহাঞিয়ে দুয়ো হাতত দুটা মিঠাইৰ টোপোলা লৈ আহি উপস্থিত হৈছিল আৰু ভিতৰৰ অনাহূত ব্যক্তি সকলক দেখি থত্‌মত্‌ খাই দুৱাৰ মুখতে থমকি ৰৈছিল। ভিতৰত ইমান নাটকীয় ঘটনা ঘটি আছে, আৰু দুৱাৰমুখত দুই হাতত দুটা মিঠাইৰ টোপোলা (উৎসৱৰ, আনন্দৰ প্ৰতীক!) লৈ বৰগোহাঞি দণ্ডায়মান, অতি নাৰ্ভাচ প'জত। মোৰ সেই গুৰুতৰ পৰিস্থিতিতো হাঁহি সম্বৰণ কৰা প্ৰায় কঠিন হৈ পৰিছিল। জীৱনে যে মানুহক ট্ৰেজিক পৰিস্থিতিতো কি ৰসৰ সোৱাদ দিয়ে!

কে'বা ঘণ্টা জুৰি আমাৰ ঘৰত সেই নাটক চলি থাকিল। শেষত উপায়হীন হৈ সত্যেশৰ মাক-দেউতাক গুচি গৈছিল। কিন্তু মঞ্জুমাৰ দেউতাকে চেষ্টা এৰা নাছিল। বাৰে বাৰে কৈছিল, 'চল বেটা চল। ঘৰলৈ ব'ল। পিছত ভালকৈ বিয়া পাতি দিম।'

কিন্তু মঞ্জুমা অটল, 'তোমাৰ ওপৰত কি বিশ্বাস দেউতা। আগতেও এনেকুৱা প্ৰতিশ্ৰুতি দিছিলা। এতিয়া আমি দেউতাকৰ্হঁতক বিশ্বাস কৰিবলৈ টান পাওঁ। উপেন ৰাজখোৱাই জীয়েকহঁতক কি কৰিলে দেখিলোঁৱেই।' মঞ্জুমাৰ দেউতাকে ইচ্‌ ইচ্‌কৈ উঠিছিল, জীয়েকে এইবোৰ কি ভয়ানক কথা কয়।

যিহওক, মঞ্জুমা একোপধ্যেই দেউতাকৰ লগত নগ'ল। ৰাতি তাই আমাৰ ঘৰতে থাকিল। সত্যেশ নিজৰ ঘৰলৈ উভতি গ'ল। পিছদিনা আকৌ পুৱাতে আহিল আৰু ক'ৰ্ট খোলাৰ পিছত সিহঁত দুয়ো গৈ ক'ৰ্টতে বিয়া কৰাই আহিল। বোধহয় সিদিনাই দুয়ো দুলিয়াজানলৈ গুচি গ'ল। দুয়ো সিদিনা আমাৰ ঘৰত 'শেষ ভোজ' খাই গ'ল।

ইয়াৰ পিছত সত্যেশ এমেৰিকালৈ গৈছিল। মেধাবী ল'ৰা, তাত সি ভাল সুবিধা পাইছিল। সিহঁতৰ দুয়োখন ঘৰে পিছত সিহঁতক ভালভাৱেই গ্ৰহণ কৰিছিল। সেই মিলনত বেছি দিনো লগা নাছিল।

সত্যেশহঁত ছিৰাকুজত আছিল। মাজে সময়ে সত্যেশ-মঞ্জুমা দুয়ো চিঠিপত্ৰ দি আমাক সিহঁতৰ খবৰ জনাই থাকিছিল। এবাৰ সিহঁতৰ কন্যা এটিৰ জন্মৰ খবৰো দিলে, নাম হেনো মৌচুমী থৈছে।

তাৰ পিছত সেই ভয়ংকৰ দিনটো আহি পৰিছিল। চনটো ১৯৭৯ নেকি, মই পাহৰিলোঁ। এদিন ৰাতিপুৱা, জাৰকালি। যোৰপুখুৰীৰ পাৰৰ ঘৰৰ ছাদত ৰ'দ লৈ বহি আছিলোঁ। শুনিলো মোক বিচাৰি মানুহ এজন আহিছে। লগ ধৰিবলৈ গৈ দেখো এই লেখনিত উল্লিখিত কটনৰ অধ্যাপক ৰবীন গোস্বামী, যি সত্যেশ বণিক্যৰ পৰম বন্ধু। মুখখন কন্দনামুৱা, খবৰ দিলে— এমেৰিকাত বৰফৰ ৰাস্তাৰে গাড়ী চলাই যাওঁতে সত্যেশৰ গাড়ীৰ ডাঙৰ এক্সিডেন্ট হ'ল আৰু সত্যেশ-মঞ্জুমাৰ খিতাতে মৃত্যু হ'ল। কিন্তু পিছৰ ছিটত বেল্ট বান্ধি থোৱা জীয়েকজনী বাচিছে।

সময়তো কাৰো বাবে ৰৈ নাথাকে। তাৰ পিছতো আৰু বহু বছৰ পাৰ হৈ গ'ল। কিন্তু সত্যেশ আৰু মঞ্জুমাৰ হাঁহি ভৰা মুখ দুখন এতিয়াও মোৰ চকুৰ আগত জীৱন্ত হৈ ভাঁহি থাকে, যদিও সিহঁত মৃত।

ইয়াৰ পিছত মোক বন্ধু এজনীয়ে কৈছিল—মই কাৰো প্ৰেমৰ বিয়াত মূৰ সুমুৱাই সহায় কৰি দিয়া উচিত নহয়, কাৰণ দেখা গৈছে যে তাৰ ফলাফল অত্যন্ত অশুভ হয়; কাৰণ অভিভাৱকক দুখ দি পাপ অৰ্জা বিয়া। ঘটনাই হয়তো দুবাৰো তাক প্ৰমাণ কৰি দেখুৱালে, কিন্তু সেইবোৰ কাকতালীয় কথা। মোৰ যুক্তিবাদী মনে সেই কুসংস্কাৰ নামানে। অৱশ্যে এই কাহিনীবোৰ শুনা বহুত ডেকা-গাভৰুৱেই হয়তো এনে সাহায্য বিচাৰি ভৱিষ্যতে মোৰ ওচৰলৈ আহিবলৈ সাহস নকৰিব! বিশ্বাস আৰু সংশয়ৰে কথা!

## ২০

সিদিনা মোৰ ইয়াৰ কলিকতাৰ বন্ধু এজনীয়ে কিবা এক প্ৰসংগত মোক ক'লে— 'তুমি যাও বংগে, ভাগ্য যায় তোমাৰ সংগে।' কথাটো যে আক্ষৰিক ভাবেও মোৰ ক্ষেত্ৰত ইমান সত্য হৈ গ'ল ভাবিলে আচৰিত লাগে। সেই ঘটকালিৰ পৰা কলিকতালৈ তথা বঙ্গলৈ আহিও মই উদ্ধাৰ নেপালোঁ। মোৰ এই ভূমিকাটোৰ বিষয়ে ইমানবোৰ কাহিনী শুনালোঁ। সেইবাবে সাপ মাৰি আৰু নেগুৰত বিষ নেৰাখো, এই শেষ(?) ভূমিকাটোৰ কথাও কৈ লওঁ। (অৱশ্যে এইটো অলপ বেলেগ, প্ৰেম ইয়াত অনুপস্থিত) এই কাহিনীবোৰ কোৱাৰ মোৰ আৰু এক উদ্দেশ্য হ'ল— মানৱ জীৱনৰ চিত্ৰশালাৰ বৈচিত্ৰ্যপূৰ্ণ চিত্ৰবোৰৰ দুই-এখন পাঠক সকলৰ ৰস গ্ৰহণৰ বাবে তুলি ধৰা। মোৰ বাবে সকলো মানুহৰ জীৱনৰ সকলো ঘটনাই বিভিন্ন দিশেৰে আকৰ্ষণীয়, আমি লেখক সকলৰ লেখাৰ কেঁচামাল এইবোৰেই, সেইবাবে বোধহয় তেওঁলোকৰ জীৱনৰ প্ৰতি আগ্ৰহ অন্তৰত সদা জাগ্ৰত।

যিহওক, আৰু ভূমিকা নবঢ়াই মূল প্ৰসংগলৈ আহোঁ। কলিকতালৈ ৰৱপুত্ৰ অনিন্দ্যৰ লগত ১৯৮৮ চনৰ ফেব্ৰুৱাৰী মাহৰ পৰাই আহি এতিয়াও ইয়াতে আছোঁহি। সি 'ষ্টেট বেংক অৱ বিকানীৰ এণ্ড্ জয়পুৰৰ' প্ৰবেশ্যনাৰী অফিচাৰৰ চাকৰিৰ নানা ঘূৰাঘূৰিৰ পিছত ইয়াতে আহি 'কনফাৰ্মড' হৈছিলহি। ৰৱপুত্ৰই তেতিয়াও দিল্লী বিশ্ববিদ্যালয়ত ইংৰাজীৰ এম ফিল কৰি আছিল। গতিকে মই বাধ্য হৈ ৰৱপুত্ৰৰ লগতে কলিকতাত প্ৰবাসীৰ জীৱন কটাবলৈ আহিছিলোঁ।

আমি প্ৰথম দুবছৰ কলিকতাৰ ছল্ট লেক্ অঞ্চলত থাকিলোঁ। গছে বনে এখন সৰু-সুৱা বেলেগ নগৰী, অতি সুন্দৰ, যাক কয় 'প্লেন্ড্ চিটি'। ঘৰবোৰৰ ডিজাইনবোৰো বৰ ধুনীয়া, প্ৰায় সকলোৰে গাত ৰং আছে, মূল কলিকতাৰ ঘৰবোৰৰ দৰে বিবৰ্ণ, ৰং উঠা নহয়। মানুহবোৰো বেচ আঢ্যৱন্ত।

ইয়াতেই মোৰ হৃদ্যতা উপজিল বাসন্তী গুহৰ লগত, যাক মই বাসন্তীদি বুলি মাতিছিলোঁ। বাসন্তীদিৰ সৰু জাকৰ ভায়েক বিশ্বপ্ৰিয় বসুৰ লগতে দেৱযানী চলিহাৰ বিয়া হৈছিল, সেই খবৰো পাই গলোঁ।

বাসন্তীৰ স্বামী ডালিম গুহ এসময়ৰ প্ৰেছিডেন্সী কলেজৰ অতি মেধাবী ছাত্ৰ আছিল। পিছত তেওঁ পোৰ্ট ট্ৰাষ্টৰ উচ্চপদস্থ অফিচাৰৰ চাকৰি কৰিছিল। এতিয়া অৱসৰ লৈ ছল্ট লেকতে দুমহলীয়া সুন্দৰ ঘৰ বান্ধি বসবাস কৰিছে। অকলশৰীয়া স্বামী-স্ত্ৰী। তেওঁলোকৰ ইতিহাস ছল্ট লেকৰ বাসিন্দা বহুত পৰিয়ালৰে একে ইতিহাস। সন্তানসকল মেধাবী, উচ্চশিক্ষাৰ বাবে বিলাত, আমেৰিকালৈ পঢ়িবলৈ গৈছে আৰু উভতি অহা নাই, তাতেই চাকৰি কৰি আছে। বাসন্তীদিহঁতৰো দুই পুত্ৰ-কন্যা মাৰ্কিন নাগৰিক। ল'ৰাটো ডাক্তৰ, 'লেজাৰ্

বীম'ত আমেৰিকান বিশ্ববিদ্যালয়ত ডক্টৰেট্ কৰি তাৰে কিবা কোম্পানীত ডাঙৰ চাকৰি কৰি আছে। নাম জয়ন্ত গুহ। জীয়েক ৰানু বসুৱে ৱাশিংটনত বেৰিষ্টাৰী কৰে, তাইৰ স্বামীয়েও তাত আই,এম,এফ্'ত (International Monetary Fund) বেচ ডাঙৰ চাকৰিয়ে কৰে। তেওঁৰ নামটো নাজানো কিন্তু এসময়ৰ কলিকতা বিশ্ববিদ্যালয়ৰ বুৰঞ্জীত বিখ্যাত অধ্যাপক অতীন বসুৰ পুত্ৰ বুলি জানো। ৰানুক মই এবাৰেই লগ পাইছিলোঁ আৰু তেতিয়া আই, এম,এফতে কাম কৰা যোৰহাটৰ জিতেন্দ্ৰ গোপাল বৰপূজাৰীহঁতৰ লগত ভাল চিনা-জনা আছে বুলি কৈছিল।

জয়ন্তৰো বিয়া হৈছিল। আমেৰিকাত, তাৰ লগত একেলগে ৰিছাৰ্চ কৰি থকা ফিলিপিনছৰ ছোৱালী এজনীৰ লগত। সেই কথা সুঁৱৰি এদিন বাসন্তীদিয়ে মোক কৈছিল— 'আমি তেতিয়া ডায়মণ্ড হাৰ্বাৰ ৰোডৰ পোৰ্ট ট্ৰাষ্টৰ বিৰাট চৰকাৰী বাসভৱনত থাকোঁ। আমাৰ সমুখৰ বিশাল বাগানৰ ড্ৰাইভৰ দুয়োকাষে শাৰী শাৰী দেবদাৰু গছ। জয়ন্তই তেতিয়া লেজাৰ বীমত ডক্টৰেট কৰিছে। নানা ঠাইৰ পৰা তালৈ ছোৱালী যাচিছে, ভাল ঘৰৰ ভাল ভাল ছোৱালী। ৰানুৱে তেতিয়া ইংলণ্ডত বেৰিষ্টাৰী পঢ়ি আছে। মই আৰু স্বামী মিলি জয়ন্তৰ বিয়াৰ নানা ৰঙীন সপোন ৰচোঁ। মই যদি কওঁ বিয়াৰ দিনা দেবদাৰু গছবোৰত নীলা লাইটেৰে সজাম, স্বামীয়ে ক'ব—নহয় ৰঙা লাইটেৰে সজাম। কিন্তু ৰঙা-নীলা কোনো লাইটেৰেই সজাব নলগাকৈ আমাৰ তৰ্কৰ পৰিসমাপ্তি ঘটিল। জয়ন্তই আমেৰিকাতে ফিলিপিনছ ছোৱালী এজনী বিয়া কৰাই পেলালে।'

তাৰ পিছত জয়ন্তহঁতৰ ল'ৰা এটা হ'ল। মই ফটো দেখিছোঁ। বাঙালী চেহেৰাৰ লগত মিল নাই। ল'ৰাটোৰ চাৰি বছৰমান হওঁতে তাৰ মাক বাপেকৰ বিবাহ বিচ্ছেদ হৈ গ'ল। ল'ৰাৰ ভাৰ পালে জয়ন্তই, কেৱল উইক্ এণ্ডত গৈ মাকৰ লগত থাকি আহিব পাৰিব। জয়ন্তৰ বয়স হ'ল ছত্ৰিছ, মাক-বাপেকৰ কথাত পুনৰ বিয়া কৰাবলৈ সন্মত হ'ল আৰু তেতিয়াৰে পৰা মাকে ছোৱালীৰ সন্ধানত হায়ৰাণ হৈ ফুৰিবলৈ ধৰিলে। কোনোপধ্যেই আৰু মনোমত ছোৱালী নিমিলে। অৱস্থা এনে হ'ল যে মাজে মাজে মোকো ক'বলৈ ধৰিলে। মাজতে জয়ন্ত আহি এবাৰ ছোৱালী চায়ো গ'ল, এতিয়া তেওঁলোকৰ 'দাবী' বহুত নামি গৈছে— বিধবা, বিচ্ছেদ হোৱা— সকলো ধৰণৰ ছোৱালীকে চাইছে; কিন্তু জয়ন্ত এইবাৰ সাৱধান।

মোৰ ফ্লেট লেকতে এজনী 'ভনী' থাকে। কৃষ্ণা মিত্ৰ, গিৰীয়েক দুৰ্গাপুৰৰ ষ্টীল ফেক্টৰিত জেনেৰেল মেনেজাৰ আছিল, এতিয়া ডাঙৰ কোম্পানী এটাৰ বিৰাট চাকৰি লৈ বোম্বাইত থাকে। কৃষ্ণাই দুই কন্যা আৰু পুত্ৰক লৈ তেওঁলোকৰ ফ্লেট লেকৰ সুন্দৰ বাসভৱনত থাকে। ছোৱালী দুজনীৰ এজনী জেনেৰেল ইন্সিওৰেন্সৰ অফিচাৰ, আনজনী দম্ভৰ কোম্পানীৰ ইঞ্জিনিয়াৰ। অতি মেধাবী ছোৱালী। ল'ৰাটো সৰু, পঢ়ি আছে। ইমান ভাল আৰু সৎ পৰিয়াল কমেই আছে। সেই ঘৰখন মোৰ নিজৰ ঘৰৰ দৰে। ওচৰতে থকা শিল্পী-সাহিত্যিক পূৰ্ণেন্দু পত্ৰীৰ ডাঙৰ ছোৱালী উপমাই কৃষ্ণাহঁতৰ ঘৰলৈ আহি এজন চেতাৰবিদৰ তলত কৃষ্ণাৰ ডাঙৰ ছোৱালী মহুৱাৰ লগত চেতাৰ শিকে। তেনেকৈ মোৰো উপমাহঁতৰ ঘৰৰ লগত

চিনাকি হৈছিল—কেৱল ছবি আঁকি আৰু লেখিয়েই পূৰ্ণেন্দু পত্ৰীয়ে ছল্ট্ লেকত অতি আটিষ্টিক দোতালা ঘৰ সাজিছে।

যিহওক, প্ৰসংগৰ পৰা বাগৰি কাটি আহিলো। এদিন কৃষ্ণাক মই জয়ন্তৰ বাবে ছোৱালী বিচৰাৰ কথা ক'লো। কৃষ্ণাই এজনী ছোৱালীৰ সন্ধান দিলে। তেওঁলোকৰে বন্ধুৰ ছোৱালী, শৰ্মিলা, বিয়া হোৱাৰ সাত বছৰৰ পিছত স্বামীৰ লগত বিচ্ছেদ হৈছে, কাৰণ স্বামী পুৰুষত্বহীন। ছোৱালীজনী বোলে খুব ভাল, কেৱল দেখাত সাধাৰণ, পঢ়া-শুনাতো সাধাৰণ, সেইবাৰ প্ৰাইভেটে বি, এ পাছ কৰিছে। বাসন্তীদিয়ে প্ৰস্তাৱটো শুনি নাক কোচালে। ইতিমধ্যে তেওঁ আৰু দুজনী ছোৱালী চাই পুতেকক মাতি পঠালে। এজনী বিবাহ বিচ্ছেদ হোৱা, সুন্দৰী আৰু অতি আধুনিকা।বাঙালী হ'লেও ঘৰত ইংৰাজী কথা কয়। আনজনী ডক্টৰেট পোৱা, বয়স হৈছে, পঢ়ি থকা বাবে বোলে মাক-দেউতাকে যথাসময়ত বিয়া দিব নোৱাৰিলে। জয়ন্ত আমেৰিকাৰ পৰা আহৌ আহি দুয়োজনীকে চালে। দুয়োকে অপচন্দ হ'ল, এজনী অতি আধুনিকা বুলি, আনজনী নীৰস, গোমোঠা মুখীয়া আৰু বাংলা সাহিত্যৰ একোকে খবৰ নেৰাখে বুলি। অগত্যা মাকে শৰ্মিলাকে দেখুৱাবলৈ নিলে। মোক তাৰ আগতে ক'লে—'মোৰ ল'ৰা-ছোৱালী দুয়োটাই বাংলা সাহিত্য খুব পঢ়ে। কলিকতালৈ আহিলে বহুত বঙালী কিতাপ লৈ যায়। জয়ন্তই 'পৰশুৰাম'ৰ লেখা খুব ভাল পায়। নিৰুপমা, তুমি শৰ্মিলাক ক'বা, ক'ৰবাৰ পৰা যেন 'পৰশুৰাম'ৰ কিতাপ যোগাৰ কৰি পঢ়ি থয়।' মই ক'লো যে 'পৰশুৰাম'ৰ কিতাপৰ সংকলন মোৰেই আছে, ময়ে শৰ্মিলাক দিব পাৰিম। মোৰ আগতে উল্লেখ কৰা বন্ধু মঞ্জু আৰু কমলেশ দাসগুপ্তই কিছুদিন আগতে মোৰ দুই পুত্ৰক 'পৰশুৰাম'ৰ গল্প সংগ্ৰহ এখনো উপহাৰ দিছিল, যি লেখকৰ লেখাৰ ৰসত মই বহু বছৰৰ আগৰে পৰাই মজিছিলোঁ। পিছে কৃষ্ণাই ক'লে—শৰ্মিলাই বঙালী কিতাপ খুব পঢ়ে, 'পৰশুৰাম'ৰ কিতাপো তেওঁলোকৰ আছে।

বাসন্তীদিয়ে একেবাৰেই আশা কৰা নাছিল যদিও তেওঁৰ ধাৰণাক মিছা প্ৰমাণিত কৰি জয়ন্তই শৰ্মিলাক পচন্দ কৰি পেলালে। ১৯৯০ চনৰ জানুৱাৰী মাহ। জয়ন্ত আমেৰিকালৈ উভতি গ'ল আৰু প্ৰতি শনিবাৰে শৰ্মিলাক ফোন কৰি কৰি দুয়ো তেনেকৈয়ে 'কৰ্টশ্বিপ' চলালে। তাৰ পিচত মে' মাহত দুয়োৰো বিয়া হৈ গ'ল। কোৱা বাহুল্য, শৰ্মিলাহঁতৰ বিয়াত মই ঘটকৰ বিশেষ মৰ্যাদা পালোঁ।

তাৰ পিছত মই অসমলৈ আহি কেবামাহো থাকি পুনৰ ১৯৯১ চনৰ জানুৱাৰী মাহৰ শেষৰ পিনে কলিকতালৈ গলো আৰু এদিন বাসন্তীদিহঁতৰ ঘৰলৈ খবৰ ল'বলৈ গ'লো। এতিয়া আমি ছল্ট লেকৰ পৰা বহুত আঁতৰলৈ গুছি আহিছোঁ। যি হওক বাসন্তীদিহঁতৰ ঘৰলৈ গৈ দুখ লাগিল, বাসন্তীদিৰ স্বামী ভীষণ অসুস্থ, প্ৰায় অচেতন। তেওঁ মাতিলে কোনো সঁহাৰি নিদিয়ে; কিন্তু শৰ্মিলাই মাতিলে বোলে অলপ সঁহাৰি দিয়াৰ দৰে কৰে। শহুৰেকৰ অসুখৰ বাবে শৰ্মিলা এতিয়াও আমেৰিকালৈ যাব পৰা নাই। এতিয়া অলপ আইন কথালৈ যাওঁ। জীৱনটো যে কি অদ্ভুত! অতি দুখৰ মাজতো থাকে হাঁহিৰ খোৰাক। কবি শেলীৰ ভাষাতে—**Our sincerest laughter with some pain is fraught....**

বাসন্তীদিহঁতৰ ঘৰলৈ মানুহ এতিয়া অনবৰত অহা-যোৱা কৰি তেওঁৰ স্বামীৰ খবৰ লৈ থাকে। এবাৰ এজনী বন্ধুৱে বাসন্তীদিয়ে কলে যে তেওঁ মাতিলে পিৰীয়েকে সঁহাৰি নিদিয়ে কিন্তু বোৱাৰীয়েকে মাতিলে দিয়ে সেই কথা কওঁতে বন্ধুৱে বোলে এবাৰ ৰসাল মন্তব্য নিদি নোৱাৰিলে— 'হেৰা, তুমি মাতা— 'ওগো শুনছ' আৰু শৰ্মিলাই মাতে 'বাবা'—। গোটেই জীৱন তোমাৰ 'ওগো শুনছ' শুনি শুনি তেওঁৰ কাণ পচি গৈছে, কিন্তু 'বাবা' মাতটো কিমান দিনৰ মূৰত শুনে, গতিকে কাণত মৌ বৰষে, একেবাৰে অন্তৰৰ অন্তঃস্থলীলৈ সোমাই যায়, সেয়ে অচেতন মনেও সঁহাৰি নিদি নোৱাৰে।'

বাসন্তীদিও অতি ৰসিক মহিলা, (তেওঁৰ যিটো গুণে মোক বিশেষকৈ আকৰ্ষণ কৰিছিল), ইমান দুখ- দুশ্চিন্তাৰ মাজতো বোলে তপৰাই উত্তৰ দিছিল— 'স্বামীৰ বাবে জীৱনত বহুত কিবাকিবি নকৰিবলগীয়া কামেই কৰিছোঁ, কিন্তু সেইবুলি কোনোপধ্যেই তেওঁক 'বাবা' বুলি সম্বোধন কৰিব নোৱাৰিম ভাই!' সি সি কি নহওক, বাসন্তীদিয়ে ক'লে— 'শৰ্মিলা খুব ভাল ছোৱালী। তুমি সঁচায়ে আমাক এজনী ভাল ছোৱালী ঠিক কৰি দিলা।' মই উত্তৰ দিছিলো—'কৃষ্ণাই চাৰ্টিফিকেট দিয়া ছোৱালী আৰু বেয়া হ'ব পাৰেনে?'

কৃষ্ণাক লগ পাওঁতে তাই হাঁহি হাঁহি ক'লে— 'বকুলদি, শৰ্মিলাৰ মাকে তোমাক শাৰী এখন উপহাৰ দিবলৈ তুমি গুৱাহাটীৰ পৰা উভতি অহালৈ বাট চাই আছিল। মোক ইতিমধ্যে এখন শাৰী দি 'ঘটক-বিদায়' পৰ্ব আধা শেষ কৰিলেই.....।'

শাৰীৰ উপহাৰতকৈও ডাঙৰ উপহাৰ আৰু তাৰ আনন্দ আছিল দুটি 'নষ্টনীড়'ৰ প্ৰাণীক আমি পুনৰ এখন সংসাৰ পাতি দিব পৰাটো। এতিয়া আশা কৰিছোঁ— জয়ন্ত আৰু শৰ্মিলাৰ দ্বিতীয়বাৰৰ যৌথ জীৱনত যেন কবি টেনিছনৰ ভাষাতে— 'roses, roses-all the way'— সিঁচৰিত হৈ থাকে। কাৰণ গোলাপৰ কাঁইটক স্বীকাৰ কৰি লৈয়ে তাৰ সৌন্দৰ্য আৰু সুগন্ধ উপভোগ কৰিব পাৰিব লাগিব।

পিছে শৰ্মিলাৰ মাকে মোক সুন্দৰ দামী কটকী শাৰী এখন উপহাৰ দিহে এৰিলে। মোৰ অসীম কুণ্ঠা আৰু প্ৰতিবাদৰ সম্মুখীন হৈ তেওঁ মোক আবেগেৰে সাবটি ধৰিছিল— 'আপুনি যে মোৰ কিমান ডাঙৰ উপকাৰ কৰিলে.....।'

# ২১

*.......Happily I think on thee; and then my State*

*Like to the Lark at break of day arising*

*From sullen earth, sings hymns at heaven's gate;*

*For thy sweet love rememb'rd such wealth brings*

*That then I scorn to change my state with Kings.*

*-Shakespeare*

বন্ধু-বান্ধৱৰ প্ৰেম আৰু বিবাহ তাত মোৰ ভূমিকা — এই কাহিনীবোৰেৰেই 'বিশ্বাস আৰু সংশয়ৰ মাজেদি'ৰ বহুতো পৃষ্ঠা ভৰালোঁ। এইবাৰ প্ৰেমৰ সাধাৰণ আলোচনা এটাৰে তাৰ মোখনি মাৰিম বুলি ঠিক কৰিলোঁ। মানুহৰ জীৱনৰ এক অনিৰ্বচনীয় আৱেগ এই প্ৰেম, যন্ত্ৰ সভ্যতাৰ আধুনিক কঢ় বাস্তৱ জীৱনতো এতিয়ালৈকে ই অবাস্তৱ হৈ পৰা নাই। অৱশ্যে লাহে লাহে এদিন এনে এটা দিন আহি পৰিব পাৰে যেতিয়া প্ৰেমৰ অস্তিত্বই নোহোৱা হ'ব বা 'হৃদয়'ৰ সেই অনিৰ্বচনীয় জাগৰণত 'হৃদয়'ৰে কোনো সম্পৰ্ক নোহোৱা হ'ব। তেতিয়া সেই প্ৰেমৰ ৰূপটো বোধহয় আলডুছ হাক্সলীৰ 'Brave New World' নামৰ উপন্যাসখনত অংকিত ভৱিষ্যতৰ পৃথিৱীৰ নতুন প্ৰজন্মৰ ডেকা-গাভৰুৰ প্ৰেমৰ দৰেই হ'ব, যি যৌনতাৰে নামান্তৰ। মোৰ অন্যতম এখন প্ৰিয় কিতাপ 'Brave New World'ৰ নায়কজন Savage, ভৱিষ্যতৰ সেই বিজ্ঞানৰ জয়যাত্ৰাই তুংগত তোলা পৃথিৱীখনলৈ সি তাৰ 'বন্য' দ্বীপটোৰ পৰা ঘটনাক্ৰমে আহি পৰিছে আৰু সেইখন পৃথিৱীৰ চকুত চমক লগোৱা কাণ্ড কাৰখানা, মানুহদুনুহ দেখি সি শ্বেক্সপীয়েৰৰ 'টেম্পেষ্ট' নাটকৰ নায়িকা নিৰ্জন দ্বীপ বাসিনী মিৰাণ্ডাৰ ভাষাৰে ধাৰ কৰি বিস্ময়ৰ আনন্দত উচ্ছ্বাসিত ভাৱে চিঞৰি উঠিছে : Oh, brave new World That hath Such people in it ! তাৰ পিছত ছোৱালী একজনীক লগ পাই তাইৰ প্ৰেমত পৰিছে আৰু নানা কবিতা আওৰাই তাইক তাৰ হৃদয়ৰ প্ৰেম নিবেদন কৰিছে। সেই নতুন পৃথিৱীৰ ছোৱালীয়ে কবিতা নুবুজে, প্ৰেম বুলিলে কেৱল দেহজ প্ৰেমৰ কথাহে বুজে। সেয়ে 'বন্য' ল'ৰাটোৰ আৱেগৰ স্ৰোতৰ মাজত বাধা দি তাই কৈ উঠিছিল যে তাৰ কথাবোৰৰ সাৰমৰ্ম তাই এতিয়াহে বুজিছে, এইবোৰ ছাতে-মেতে কোৱেৰো কথা কৈ নাথাকি আচল কথাটোলৈ আহতেই অহাহেঁতেন ইমান সময় নষ্ট নহ'লহেঁতেন। তাৰ

পিছত ছোৱালীজনীয়ে পোছাক খুলিবলৈ আৰম্ভ কৰি দিছিল। ...... এনে এক ব্ৰেভ নিউ ওৱাৰ্ল্ড আমাৰ ভৱিষ্যতৰ প্ৰজন্মৰ বাবেও বাট চাই আছে নেকি বাৰু ? সম্ভাৱনাটোৰ কথা ভাবিলেই গাটো শিয়ঁৰি উঠে .......

এনেধৰণৰ কথাকেই কলিকতাৰ এক সাহিত্য পিপাসু বন্ধুৰ লগত আলোচনা কৰি আছিলোঁ। এওঁৰ নাম প্ৰণৱ বিশ্বাস, 'ঋক্' নামৰ লিটল মেগাজিন এখন উলিয়ায় আৰু বহুত দিন ধৰি ঋক্'ৰ হেমাংগ বিশ্বাস সংখ্যা এটা উলিওৱাৰ যো-জা কৰি আছে। সেই সূত্ৰেই এই উৎসাহী যুৱকজনৰ লগত মোৰ পৰিচয়, ঘনিষ্ঠতা। পশ্চিমবঙ্গৰ কেইজনমান প্ৰখ্যাত সাহিত্যিকৰ বিশেষ প্ৰিয়ভাজন, তাৰ ভিতৰত কবি সুভাষ মুখোপাধ্যায় আৰু কবি অৰুণ মিত্ৰৰ লগত তেওঁৰ খুবেই ঘনিষ্ঠতা। সুভাষ মুখোপাধ্যায়ে প্ৰণৱক 'কমৰেড্ কথা কও' নামেৰে উপন্যাস এখনো উছৰ্গা কৰিছে। প্ৰণৱে ভাবে যে ৰবীন্দ্ৰনাথৰ পিছতঃসুভাষ মুখোপাধ্যায়েই বঙ্গৰ উচ্চ স্তৰৰ কবি।

সি যি কি নহওক, এদিন আমি নানা তৰহৰ কথা বতৰা পাতি থকাৰ পিছত বৰ্তমানৰ ডেকা-গাভৰুৰ মানসিকতাৰ প্ৰসংগলৈ আমাৰ আলোচনাই ঢাল লৈছিল। প্ৰণৱ নিজে ডেকা ল'ৰা, তথাপি মন্তব্য দিলে – 'আজিৰ অতি মডাৰ্ন ডেকা গাভৰুৱে প্ৰেম কৰি বিয়া কৰাইছে, তেওঁলোক পৰস্পৰৰ বন্ধু, সমান স্তৰত থাকি তেওঁলোকে যৌথ জীৱন কটাইছে, একেলগে বহি চিগাৰেট খাইছে, মদো খাইছে – তথাপি ইমান ঘনিষ্ঠ দম্পতিৰ প্ৰেম যেন সমুখৰ টেবুলৰ মদৰ কাঁচৰ গিলাছৰ দৰেই ঠুনুকা, যি কোনো মুহূৰ্ত্ততে সি ভাঙি টুকুৰা টুকুৰ হৈ যাব পাৰে, যি কোনো মুহূৰ্ততে বিবাহ বিচ্ছেদ হৈ যাব পাৰে।..... এইবোৰ দেখি শুনি ভাব হয়, আমাৰ মা-আইতাইতৰ দিনৰ মাক দেউতাকে পাতি দিয়া বিয়াবোৰে নব-দম্পতিৰ হৃদয়ত প্ৰেমৰ জন্ম দিছিল, সেইবোৰেই বেছি গভীৰ আৰু স্থায়ী আছিল নেকি ! অন্ততঃ আজিৰ ডেকা-গাভৰুৰ প্ৰেমৰ মাজত হৃদয়ৰ গভীৰ স্পৰ্শ থকা যেন নালাগে'। ইয়াৰ পিছত প্ৰণৱে কবি অৰুণ মিত্ৰ আৰু তেওঁৰ পত্নীৰ কথা কৈছিল। অৰুণ মিত্ৰৰ বয়স আশীবো ওপৰ, তেওঁ এজন ডাঙৰ কবিয়েই নহয়, এজন পণ্ডিত ব্যক্তিও, ফৰাচী সাহিত্যতো তেওঁৰ অগাধ পাণ্ডিত্য। অৰুণ মিত্ৰই স্বনামধন্যা অভিনেত্ৰী তৃপ্তি মিত্ৰৰ বায়েকক বিয়া কৰাইছিল। এসময়ত তেওঁ হেনো গল্প লেখিছিল। প্ৰণৱে ক'লে, ' অৰুণ মিত্ৰৰ ঘৈণীয়েকৰ সেই কাহানিৰ লেখা লৈ অন্তৰত কি গৌৰৱ, আনকি কেতিয়াবা সেই গল্প উলিয়াই পঢ়ুৱাই শুনায়। এতিয়াও পত্নীৰ প্ৰতি কি মনোযোগ'! প্ৰণৱে আত্ম-সমাহিতৰ দৰে আকৌ ক'বলৈ ধৰিলে, 'মোৰ বাইদেউৰ শহৰ-শাহু খুব বুঢ়া হৈছে। শহুৰেকে কাণেৰে ভালকৈ নুশুনে, শাহুৱেকে চকুৰে ভালকৈ নেদেখে। সিদিনা তেওঁলোকৰ ঘৰলৈ গৈ দৃশ্য এটা দেখিলোঁ– বাইদেউৰ শহুৰেকে সুবোধ ঘোষৰ 'ভাৰত প্ৰেম-কথা'খন ডাঙৰ ডাঙৰকৈ পঢ়ি আছে, শাহুৱেকে ওচৰত বহি শুনি আছে – কলা মানুহজনে কণা মানুজনীক পঢ়ি শুনাইছে। মাজে মাজে বুঢ়াই চিঞৰে - 'শুনিছানে ?' বুঢ়ীয়ে শেষত এবাৰ চিঞৰি কৈ উঠিল – 'শুনিছোঁ শুনিছোঁ,

পঢ়ি বোৱালা, তোমাৰ দৰে মই কাণৰ মাথা খোৱা নাই নহয় !' দিদিৰ শহুৰ শাহুৰেকে এতিয়া পৰস্পৰৰ লগতও এনেকৈয়ে সময় কটায় বোলে। অন্তৰৰ বন্ধনবোৰ যেতিয়া চাৰিওপিনে ছিন্ন ভিন্ন হৈ যোৱা বৰ্তমানৰ সমাজখনত দেখি থাকিবলগীয়াত পৰিছোঁ - তেতিয়া এনেবোৰ দৃশ্যই সামান্য পৰিমাণে হ'লেও, ক্ষন্তেক সময়ৰ বাবে হ'লেও মনলৈ আশ্বাস আৰু প্ৰত্যয়ৰ বোধ এটা আনি দিয়ে। মনক আনন্দ আৰু শান্তি দিয়ে।'

ময়ো তেতিয়া প্ৰণৱক মোৰ মা-পিতাৰ কাহিনী শুনালো। আমাৰ ঘৰৰ তামোল আৰু নাৰিকল গছত লহপহাই বগাই থকা পাণৰ জোপোহা দুটা দেখিলে মোৰ মনত পৰি যায় ল'ৰালিৰ কথা। পিতাই তামোল নাখাইছিল, মাৰ তামোল নহ'লে কিন্তু নচলিছিল। মাৰ সেই নিচাৰ কথাত কোনোধৰণৰ বাধীয়াল বস্তু স্পৰ্শ নকৰা পিতাৰ বৰ খং। কিন্তু মই তেতিয়া আচৰিত হৈ দেখিছিলোঁ — পিতাই ক'ৰ ক'ৰ পৰা যে পাণৰ ঠানি কিতাৰি আনি নানা অহোপুৰুষাৰ্থ কৰি সেইবোৰ ৰুইছিল ! লগতে ভোৰ ভোৰাই বকিও থাকিছিল— ইমান নিচাখোৰ, তামোল পাণ নাখালে চলিবই নোৱাৰে...। পাণৰ গছ ৰোৱা হেনো খুব টান, পিতায়ো বহুত যত্নৰ মূৰতহে দুজোপা পাণ জীয়াই ৰাখিব পাৰিছিল। তাৰে আগতে তেৱেঁই বাৰীত তামোল গছো ৰুইছিল। ১৯৯০ চনত যোৰহাটলৈ যাওঁতে টোকলাইৰ ওচৰত থকা আত্মীয় এজনীৰ ঘৰলৈ গৈছিলোঁ। ফলে-ফুলে জাতিকাৰ, আশ্ৰম যেন লগা ঘৰটোৰ এটা অংশ ঘৰৰ মালিক বৃদ্ধজনে মোৰ আত্মীয়াজনীক ভাড়ালৈ থাকিবলৈ দিছে। কেইমাহমান আগতে বৃদ্ধৰ পত্নীৰ মৃত্যু হৈছে -পুতেকহঁত চাকৰি উপলক্ষে বাহিৰত থাকে, জীয়েকহঁতৰ বিয়া হৈছে। এতিয়া বৃদ্ধ অকলশৰীয়া হৈ পৰাত ঘৰটোৰ এটা অংশ ভাড়া দিছে। আমি যোৱাত বৃদ্ধ আমাৰ ওচৰত আহি বহিছিল আৰু আত্মীয়াই আমাক চিৰাৰ জলপান খাবলৈ দিয়াত বৃদ্ধ হঠাতে ভিতৰলৈ উঠি গৈ এবাটি দৈ আনি আমাৰ আগত থৈ চকুলো টুকিছিল। 'আজি মোৰ পত্নী জীয়াই থকা হ'লে আপোনালোকক যে কিমান সোধ-পোছ কৰিলেহেঁতেন ! কোনো অতিথি অভ্যাগত আমাৰ ঘৰৰ পৰা পৰিবাৰৰ আদৰ যত্ন নোপোৱাকৈ যাব নোৱাৰে। তেওঁ অতিথিক সাক্ষাৎ দামোদৰ জ্ঞান কৰিছিল, আজি এই সুদা দৈ কণ দিব লগা হোৱাত মোৰ যে কিমান বেজাৰ লাগিছে। ঘৰ লক্ষ্মীয়েই আঁতৰি গৈছে মোৰ ঘৰত আৰু কি থাকিব....'

আমি খাই-বই উঠাৰ পিছত বৃদ্ধই আমাক ফুলনি আৰু ফলমূলৰ বাৰী দেখুৱাইছিল। কোনডাল গছ তেওঁৰ পত্নীয়ে কেতিয়া ক'ৰ পৰা আনি ৰুইছিল, কেনেকৈ প্ৰতিডাল গছ আপডাল কৰিছিল, কেনেকৈ ঘৰতে গৰু গাই পুহি নিজেই গাখীৰ খীৰাইছিল - ইত্যাদি ঘৈণীয়েকৰ নানা গুণ আৰু কৰ্মী স্বভাৱৰ কথা কৈ বৃদ্ধই আমাৰ আগত আকৌ কান্দি পেলাইছিল। 'ল'ৰাহঁতে মোক লগত নি ৰাখিব খোজে, কিন্তু নিজ হাতেৰে তিলতিলকৈ মোৰ পৰিবাৰে গঢ়ি তোলা বাৰীখন এৰি মইনো আন ঠাইলৈ গৈ কেনেকৈ থাকো ? এদিন যেতিয়া যাম একেবাৰে তেওঁৰ ওচৰলৈকে গুচি যাম। ভগৱানে সোনকালে

নিলেই হয় । তেওঁৰ অবিহনে মোৰ আৰু এক তিলো জীয়াই থাকিবৰ মন নাই...' বৃদ্ধই আকৌ চকুলো পেলাইছিল । সিদিনা সেই বৃদ্ধই মোক নিজৰে উপন্যাস 'এজন বুঢ়া মানুহ'খনলৈ মনত পেলাই দিছিল,অৱশ্যে মোৰ সহজ-সৰল, অল্প -শিক্ষিতা আদৰ্শবাদী নায়িকাই এনে ধৰণৰ গছ-গছনিৰে ভৰা ঘৰ এটা সঁজাৰ সপোনেই দেখি থাকিল, বাস্তৱত সেই স্বপ্ন ৰূপায়িত হোৱাৰ আগতেই তেওঁৰ মৃত্যু হৈছিল।

প্ৰণৱকো এনেকৈয়ে মই সি শুনোৱাৰ দৰেই আমাৰ অসমৰ বৃদ্ধ-বৃদ্ধাৰ প্ৰেমৰ কাহিনী শুনাইছিলোঁ । আচৰিত, এওঁলোকৰ কোনেও প্ৰেম কৰি বিয়া কৰোৱা নাছিল, কিন্তু তেওঁলোকৰ মাজত যি এক গভীৰ সম্পৰ্ক গঢ়ি উঠা দেখিছিলোঁ – সেই সময়ৰ প্ৰায় প্ৰতি দম্পতিৰ ক্ষেত্ৰতে যি প্ৰায় প্ৰযোজ্য- আজিৰ প্ৰেম কৰি বিয়া কৰোৱা ডেকা গাভৰুৰ মাজত তেনে বুঢ়া-বুঢ়ি বা মৰমৰ সম্পৰ্ক প্ৰায়ে নেদেখা হ'লো ! সকলোতকৈ বেছি আতংকিত হওঁ- যেতিয়া Brave New World ৰ সমাজখনৰ কথা ভাবো,তাৰ ডেকা গাভৰুৰ যৌনতা সৰ্বস্ব প্ৰেমৰ কথা ভাবোঁ - । যান্ত্ৰিক সভ্যতাৰ অগ্ৰগতিৰ ফলত সঁচায়ে আমাৰ ভৱিষ্যতৰ ডেকা-গাভৰুৰ জীৱনৰ পৰাও কবিত্বময় ৰোমাণ্টিক প্ৰেম নিঃশেষ হৈ যাব নেকি ? হৃদয়েই যি প্ৰেমৰ আধাৰ, এদিন সেই হৃদয়ৰেই তাত কোনো ভূমিকা নাইকীয়া হৈ যাব নেকি ? মই বিশ্বাস আৰু সংশয়ৰ মাজত দোদুল্যমান হৈ থাকোঁ ।

# ২২

প্ৰেম আৰু বিবাহৰ নানাৰঙী কাহিনীৰ পিছত পুনৰ অতীতৰ শিক্ষা জীৱনৰ অসমাপ্ত ঘটনাৰ আঁত ধৰি আত্মকথনত আগবঢ়া যাওক।

বি,এ পাছ কৰাৰ পিছত কলিকতালৈ কেনেকৈ ইংৰাজীত এম,এ, পঢ়িবলৈ গ'লো সেই কথা আগতেই উল্লেখ কৰিছোঁ। সেই সময়ত কলিকতালৈ ৰেলযাত্ৰা যথেষ্ট কষ্টকৰ হৈ পৰিছিল, কাৰণ বঙ্গদেশৰ যিটো অংশৰ মাজেৰে আগতে কলিকতালৈ যাব পৰা গৈছিল, স্বাধীনতাৰ পিছত সেই অংশ পূৰ্ব পাকিস্তান অৰ্থাৎ বিদেশ(!) হৈ যোৱাত অসম-বঙ্গৰ যাত্ৰী নতুন পৰিস্থিতিয়ে উদ্ভৱ কৰা নানা আলৈ-আহকালৰ মাজেৰে আহ-যাহ কৰিব লগা হৈছিল। সেইবাবে কলিকতাত পঢ়িবলৈ উৎসাহ দিয়া আৰু খৰচ বহন কৰা দাদাই মোক এৰোপ্লেনতে পঠাই দিছিল। সেইসময়ত প্লেনৰ ভাড়া আছিল আশী টকা। মই সেয়ে প্ৰথমবাৰৰ বাবে কলিকতালৈ গৈছোঁ যদিও প্লেনত যোৱা বাবে অকলেই গ'লো। প্লেনত উঠাৰ অভিজ্ঞতাও সেয়ে প্ৰথম। অৱশ্যে পূৰ্ব নিৰ্দ্ধাৰিত কথামতে মোৰ বাবে দমদমত অপেক্ষা কৰি আছিল বিনোদ মহন্ত নামৰ এজন ল'ৰা। তেওঁ গুৱাহাটীৰ আমাৰ যোৰপুখুৰী পাৰৰ প্ৰতিবেশী আৰু দূৰসম্পৰ্কৰ আত্মীয় ৰবিচন্দ্ৰ মহন্তৰ জ্যেষ্ঠ পুত্ৰ। বিনোদ মহন্তৰ ঘৰত মতা নাম আছিল সোণ। আমাৰ ঘৰুৱা সম্পৰ্ক বাবে তেওঁক মই সোণ বুলিয়েই মাতিছিলোঁ, গতিকে ইয়াৰ পিছত তেওঁক মই সোণ বুলিয়েই উল্লেখ কৰিম। সোণ মোৰ লগতেই কটন কলেজৰ পৰা বি,এ পাছ কৰি কলিকতা বিশ্ববিদ্যালয়লৈ ইংৰাজী সাহিত্যত এম,এ পঢ়িবলৈ গৈছিল। কিবা কাৰণত মই বেছ পলমকৈ কলিকতালৈ গৈছিলোঁ। সেয়ে আগতে যোৱা সোণে আমাৰ ঘৰৰ পৰা খবৰ পাই মোক দমদমলৈ আনিবলৈ গৈছিল।

কোৱা বাহুল্য যে কলিকতালৈ পঢ়িবলৈ যাম বুলি মোৰ বহুত দিনৰ পৰাই মনটো উতল-থুতল লাগি আছিল। অসমৰ বাহিৰ নোলোৱা গোৱালী এজনীৰ বাবে সি এটা কম উত্তেজনা আৰু উল্লাসৰ ঘটনা নহয়। মোৰ বাবে আনুষঙ্গিক সকলো কথাই আছিল নতুনত্ব আৰু উত্তেজনাৰে ভৰা। এৰোপ্লেনত উঠাৰ অভিনৱ অভিজ্ঞতা, বাংলা সাহিত্যৰ যোগেদি মানসিকভাৱে অত বছৰ পৰিচয় হোৱা কলিকতা মহানগৰীৰ লগত প্ৰথমবাৰৰ বাবে চাক্ষুষ অভিজ্ঞতা হোৱা আৰু সৰ্বোপৰি তেতিয়া ভাৰতবৰ্ষৰ ভিতৰতে খ্যাতি থকা কলিকতা বিশ্ববিদ্যালয়ৰ ছাত্ৰী হোৱা।

পিছে প্ৰথম দৰ্শনত কলিকতাই মোক অলপ হতাশ কৰিছিল। দমদমৰ পৰা এয়াৰ লাইনছৰ বাছেৰে মিছন ৰোডত থকা এয়াৰ লাইনছৰ অফিচটোলৈ দীৰ্ঘ এছোৱা বাট অতিক্ৰম কৰি যাব লাগে, সেই বাটছোৱা প্ৰধানকৈ উত্তৰ কলিকতাৰ মাজেৰেই যায়।

দক্ষিণ কলিকতাতকৈ উত্তৰ কলিকতা বেছি 'ঘিঞ্জি' আৰু লেতেৰা, ঘৰ দুৱাৰবোৰো ৰং-চং উঠা, জৰাজীৰ্ণ। কলিকতাখন ইমান ৰূপহীনা নে? মোৰ মনটো অলপ দমি গৈছিল। সোণে অৱশ্যে পৰম উৎসাহেৰে মোক দুয়ো কাষৰ দৃশ্যৰ লগত পৰিচয় কৰি দিছিল - গাওঁৰ মানুহ প্ৰথমবাৰৰ বাবে চহৰলৈ আহিলে চহৰৰ আত্মীয়ই যেনে উৎসাহেৰে সেই মানুহক নিজে চৰজান্তা হৈ চহৰ দেখুৱায় - সোণেও মোক তেনেকৈ কলিকতাৰ প্ৰথম দৰ্শন কৰাইছিল।

মোৰ অৱশ্যে মধ্য কলিকতা সোমোৱাৰ লগে লগে ভাল লাগি আহিছিল — ডাঙৰ চহৰৰ যি অট্টালিকা সুশোভিত ছবি কাগজ বা চিনেমাত দেখিছোঁ,তাৰ লগত যেন এইবাৰ প্ৰথম কলিকতাৰ মিল দেখা পালোঁ। এৰা, মই এখন মহানগৰীত প্ৰবেশ কৰিলোঁ।

মিছন ৰোড অফিচত নামি আমি এখন টেক্সি ল'লো আৰু মোৰ মালপত্ৰৰে সৈতে বালিগঞ্জ প্লেছ অভিমুখে যাত্ৰা কৰিলোঁ। মোৰ তেতিয়াও কোনো হোষ্টেলত চীট যোগাৰ হোৱা নাছিল, গতিকে মই পূৰ্বৰ বন্দবস্তমতে মোৰ পিতাৰ বন্ধু পৰেশ সেনগুপ্তৰ ২৮ নং বালিগঞ্জ প্লেছৰ ঘৰত উঠিছিলোগৈ। এই ভদ্ৰলোকৰ কথা মই আগতে এবাৰ উল্লেখ কৰিছোঁ। এৰেঁই সেই জ্যাঠামশাই যাৰ ঘৰত মই তুলতুলক পলুৱাই নিয়াৰ পিছত হোষ্টেল নোখোলা পৰ্যন্ত আশ্ৰয় লৈ আছিলোঁ। জ্যাঠামশাই এসময়ত গুৱাহাটীত ইনকাম্ টেক্স অফিচত ষ্টেনোগ্ৰাফাৰৰ চাকৰি কৰিছিল। সেই একে অফিচতে চাকৰি কৰা পিতাৰ লগত তেওঁৰ খুবেই ঘনিষ্ঠতা হৈছিল। সেই ঘনিষ্ঠতাৰ সূত্ৰতেই হোষ্টেল নোখোলা পৰ্যন্ত মোৰ তেওঁলোকৰ ঘৰত থকাৰ বন্দবস্ত হৈছিল। কোৱা বাহুল্য যে জ্যাঠামশাই পিছত মই হোষ্টেলত থাকোতে মোৰ লোকেল গাৰ্জিয়েন হৈছিল।

যিহওক, সোণ আৰু মই গৈ যথাসময়ত জ্যাঠামশাইৰ ঘৰত উপস্থিত হৈছিলো। তেতিয়া তেওঁলোকৰ ঘৰটো আছিল দুমহলীয়া ( এটা পৰিয়ালৰ মানুহ বৃদ্ধি হোৱাত সেইটো তিনিমহলীয়া কৰা হৈছে) । নাম সৌদামিনী কুটীৰ - জ্যাঠামশাইৰ প্ৰয়াত স্ত্ৰীৰ নাম। তেওঁৰ সাতটা ল'ৰা-ছোৱালী হোৱাৰ পিছত তেওঁ বিপত্নীক হৈছিল আৰু সেই ল'ৰা-ছোৱালী কেইটাৰ মাকৰ স্থান অধিকাৰ কৰিছিল কাকীমাই - জ্যাঠামশাইৰ ভায়েকৰ (যাক অৱধাৰিত ভাবেই আমি কাকাবাবু বুলি মাতো) স্ত্ৰী। মই যেতিয়া সেইখন ঘৰত থাকিবলৈ যাওঁ, কাকীমাৰো টুটুন নামেৰে নিজৰ ল'ৰা এটা জন্ম হৈছিল। জ্যাঠামশাইৰ তিনিটা ল'ৰা, পাচজনী ছোৱালী। ডাঙৰ ছোৱালীজনীৰ বিয়া হোৱাৰ পিছত মৃত্যু হৈছিল। দ্বিতীয় মেজদিৰো বিয়া হৈ গৈছিল। ঘৰত তেতিয়া তিনিজন ল'ৰা - বড়দা, মেজদা আৰু শংকৰ — অৰ্থাৎ সকজন মোতকৈ সৰু বাবে মই নাম কাঢ়ি মাতিছিলোঁ। ঘৰত থকা ছোৱালী কেইজনী হ'ল সীমা, শীলা আৰু শীপ্ৰা।

এনে ভৰা ঘৰখনতে গৈ মই আলহী হলোঁহে। কিন্তু ঘৰৰ এজনেও মোক কোনোদিন

এই কথা অনুভৱ কৰিবলৈ দিদিলে যে মই তেওঁলোকৰ ঘৰৰে অন্য এজনী জীয়ৰী নহওঁ। সকলোৱেই মোক সহজ স্বাভাৱিক ভাৱে আপোন কৰি লৈছিল। কাকীমা যেনেকৈ জ্যাঠামশাইৰ ল'ৰা-ছোৱালী কেইটাৰ মাক হৈ পৰিছিল, মোৰো তেনেকৈ মাতৃতুল্য হৈ পৰিছিল এই স্নেহময়ী তিৰোতা গৰাকী। মই এমাহৰো বেছি সেই ঘৰত থাকি কলিকতা বিশ্ববিদ্যালয়ৈলে ১০ নং বাছখনত উঠি আমিৰ আলি এভিনিউ হৈ, লেখনেল কলেজৰ আগেৰে, মৌলালী হৈ, হেৰিছন ৰোডেৰে গৈ কলেজ ষ্ট্ৰীটৰ কলিকতা বিশ্ববিদ্যালয়ত ক্লাছ কৰিছিলোঁ। ঘৰৰ পৰা বহু দূৰৈৰ বাট, আগতে দিল্লী ইমানদূৰ ভ্ৰমণ কৰাৰ অভ্যাস নাই, গতিকে বিশ্ববিদ্যালয়ৰ পৰা উভতি অহাৰ পিছত মোৰ কেতিয়াবা মূৰ ঘিৰায়, কিতাপ খোলাৰ শক্তি নেথাকে। জ্যাঠামশাই, কাকীমাইতে মোক এটা কমৰ লাইট নুমাই দি বিছনাত চুপচাপ শুই থাকিবলৈ দিয়ে। ময়ো সেইমতে ক্লান্ত ভাৱে শুই থাকোঁ, পুৰণিকলীয়া খড়খড়িযুক্ত প্ৰকাণ্ড খিৰিকিৰ কাঁকেৰে বাহিৰলৈ চাই পঠিয়াও, বালিগঞ্জ প্লেছৰ 'বনেদী' পাড়া হাই উকমী নাই, পৰিষ্কাৰ-পৰিচ্ছন্ন, শব্দ-শদ্ধনি, বাগান সুশোভিত,সুন্দৰ,সুদৃশ্য ঘৰ দুৱাৰ (দমদমৰ পৰা আহি থকাৰ সময়ত ৰাস্তাৰ দুয়োকাষে দেখা ঘৰ দুৱাৰৰ লগত কিমান প্ৰভেদ!),ৰাস্তা ল্যেচ লাইটৰ মায়াময় সেউজ পোহৰেৰে আলোকিত, সেইকালে চাই চাই মোৰ তপ্ত দুচকুতো যেন মায়াৰ অঞ্জনৰ পৰশ লাগে, স্নিগ্ধ আমেজত চকু মুদ খাই আহে। ইফালে মূৰৰ বিষৰ বাবে প্ৰায়েই মোৰ সমনীয়া সীমাই আহি মোৰ কাষতে বহি লৈ মোৰ মূৰ পিটিকি দিয়ে।

মোৰ পুৰণি স্মৃতিৰ ভাণ্ডাৰ বিভিন্ন মানুহৰ মৰম স্নেহৰ মণিমুক্তাৰে ঠাহ খাই আছে। সেই সকলৰ ভিতৰত বালিগঞ্জ প্লেছৰ জ্যাঠামশাইহঁতৰ ঘৰখনৰ মানুহবোৰৰ অৱিহণাও কম নহয়। তেওঁলোকৰ লগত সেই আত্মীয়তা আমাৰ পৰিয়ালৰ লগত আজিকোপতি অটুট আছে। কিন্তু সৌভাগ্যক্ৰমে তেওঁলোকৰ মৰমৰ ভাগ বোধহয় ময়েই আটাইতকৈ বেছিকৈ পাইছিলোঁ। তাৰ কাৰণ অৱশ্যে ময়েই তেওঁলোকৰ ঘৰত আটাইতকৈ বেছিদিন থাকিবলৈ পাইছিলোঁ। কেতিয়াবা বিশ্ববিদ্যালয়ৰ ক্লাছ সোনকালে শেষ হ'লে ৬৬ নং বিবেকানন্দ ৰোডৰ হোষ্টেলটোলৈ গৈছিলো। তেতিয়া কলিকতা বিশ্ববিদ্যালয়ৰ ছোৱালীৰ বাবে দুটা হোষ্টেল আছিল, এটা হেৰিছন অৰ্থাৎ আজিৰ মহাত্মা গান্ধী ৰোডত যিটো বিশ্ববিদ্যালয়ৰ পৰা খোজকঢ়া দূৰত্বত অৱস্থিত আছিল, আনটো এই বিবেকানন্দ ৰোডত, যিটো অলপ দূৰৈত হ'লেও খোজকাঢ়িও যাব পৰা দূৰত্বতেই অৱস্থিত আছিল। মোৰ এইটোতে চীট পোৱাৰ কথা চলিছিল। অসমৰ বাকী কেইজনী ছোৱালীও অৰ্থাৎ অঞ্জলি ফুকন, সৰোজ দত্ত আৰু ভুলভুল ভঁৰালীও এইটো হোষ্টেলতে আছিল। এওঁলোকৰ ভিতৰত কটন কলেজত একমাত্ৰ সৰোজেই মোৰ সহপাঠী আছিল, বাকী দুজনী মোতকৈ ওপৰৰ ক্লাছত পঢ়িছিল। এওঁলোকবোৰক লগ পাবলৈকে মই হোষ্টেললৈ যাওঁ, কিন্তু যিজি অঞ্চলৰ পুৰণিকলীয়া তিনি মহলাৰ ঘৰটো দেখি মোৰ মনটো যদি সেমেকিছিল। ভাবিছিলোঁ - আয়েত্ৰী অৰ্থাত, কিন্তু অতিৰেই যাব লাগিব ঘৰকলৈ।

## ২৩

বালিগঞ্জ প্লেচৰ জ্যাঠামশাইৰ ঘৰত থকা দিনবোৰ নানা মধুৰভাবে ভৰি আছিল। অসমীয়া পৰিয়ালৰ শাকে-ভাতে খোৱা ছোৱালী, সেই বাঙালী পৰিয়ালটোলৈ গৈ খোৱা লোৱা বিষয়তো নিজৰ ঘৰতকৈ বেছি তৃপ্তি পাইছিলোঁ। তেওঁলোকে সদায় মাছ খাবই, মাছৰো বিবিধ ব্যঞ্জন - ঝালঝোল, চচ্চড়ি – কত সুস্বাদু ধৰণেই যে নেবান্ধে। তিনি তলাৰ ছাদৰ এটা কোণত বন্ধা আৰু খোৱা ঘৰ, তাৰ সংলগ্ন আৰু দুটা সৰু ঘৰ – এটা ঠাকুৰ ঘৰ অৰ্থাৎ গোসাঁই ঘৰ, আনটো ঠাকুৰমাৰ নিৰামিষ বান্ধনী ঘৰ। ক'বলৈ পাহৰিছিলোঁ যে মই পঢ়িবলৈ যোৱাৰ সময়ত জ্যাঠামশাইৰ মাকো জীয়াই আছিল। তেতিয়াৰ দিনত সকলো বাঙালী বিধবায়ে নিৰামিষ খায়, ( চুলিবোৰো চুটিকৈ কাটে) গতিকে নিৰামিষ বন্ধাৰ বাবে বেলেগ ব্যৱস্থা থাকে। তিনি তলাৰ ছাদৰ সেই বান্ধনী ঘৰটোলৈ খাবলৈ গৈ এপাক ছাদটোত ঘূৰি লওঁ। বাংলা সাহিত্য পঢ়াৰ ফলত এই 'ছাদ' বোলা বস্তুটোৰ প্ৰতি মোৰ বিশেষ মোহ উপজিছিল। জ্যাঠামশাইহঁতৰ ছাদত ঘূৰি ফুৰো, চকুত পৰে কেৱল ছাদ আৰু ছাদ, দৃষ্টি যিমান দূৰলৈ প্ৰসাৰিত হয়। মনলৈ আহি যায় ৰবীন্দ্ৰনাথৰ 'শেষেৰ কবিতা'ত পঢ়া এই দুফাকি কবিতালৈ 'ছাদেৰ উপৰে বহিও নীৰবে, ওগো দখিন হাওয়া, প্ৰেয়সীৰ সাথে যে নিমেষে হবে, চাৰ চক্ষুতে চাওয়া।'

মোৰ অৱশ্যে সেই ছাদৰ ওপৰত উঠি চাৰিওপিনে চকু ফুৰাই ৰবীন্দ্ৰনাথৰ এই কবিতা ফাঁকিও মনত পৰি গৈছিল ঃ

স্তূপ স্তূপে উঠিছে গড়ি
সেইটো নগৰী ॥

অৱশ্যে আজি বহুত বছৰৰ মূৰত পৰিবেশ সচেতনতাৰ ফলত সেই ৰবীন্দ্ৰনাথৰে আন এফাকি কবিতাও বুকুত আকুল হৈ বাজে ঃ

ফিৰে দাও সে অৰণ্য
লও হে নগৰ ....

সি যি কি নহওক, ছাদৰ ওপৰত ঘূৰি পকি থকা সময়ত সীমাইতে মোক চুবুৰীৰ বিখ্যাত মানুহবোৰৰ ঘৰবোৰ দেখুৱাই দিয়ে। অনতি দূৰৈত সৌৱা ৰায়বাহাদুৰ খগেন্দ্ৰ নাথ মিত্ৰৰ ঘৰ, যাৰ জীয়েক নোনা সীমাৰ বিশেষ বন্ধু (খগেন্দ্ৰ নাথ মিত্ৰৰ নামটো মোৰ পৰিচিত নাম আছিল, কাৰণ সৰু কালত তেওঁ লেখা শিশু সাহিত্য মই পঢ়িছিলোঁ), ৰাস্তাটোৰ পাকটো ঘূৰিলেই পোৱা যাব বিখ্যাত ঠাকুৰতাইতৰ পৰিয়ালটো, যাৰ জীয়ৰী অৰুন্ধতী মুখাৰ্জী বজৰ খ্যাতনামা অভিনেত্ৰী (অলপতে প্ৰয়াত হোৱা এই প্ৰবাকী

অভিনেত্ৰীৰ স্বামী চলচ্চিত্ৰ পৰিচালক প্ৰভাত মুখাৰ্জীৰ লগত বিবাহ বিচ্ছেদ হোৱাৰ পিছত পুনৰ বিখ্যাত পৰিচালক তপন সিংহৰ লগত বিয়া হৈছিল), তদুপৰি গাতে লগা ঘৰটো হ'ল বিৰাট ধনবান ব্যক্তি অনাদি সেনৰ ঘৰ, পুখুৰী আৰু বাগানেৰে সৈতে বালিগঞ্জ প্লেছত তেওঁৰ বিৰাট বিস্তৃত ঘৰ (সেই পুখুৰী-ঘৰ আজিও একে অৱস্থাতে আছে) তেওঁৰ একমাত্ৰ পুত্ৰৰ লগতে বিয়া হৈছে সুচিত্ৰা সেনৰ। তেতিয়া সুচিত্ৰা সেন বঙ্গৰ উদীয়মান চলচ্চিত্ৰ অভিনেত্ৰী, 'ওৰা থাকে ওধাৰে'কে আদি কৰি উত্তম কুমাৰৰ লগত দুই এখন চিনেমা কৰিয়ে প্ৰভূত জনপ্ৰিয়তা অৰ্জন কৰিবলৈ আৰম্ভ কৰিছে। মোৰ কলিকতাৰ বন্ধু গীতা ৰায় বাল্যকালত সিউৰি নামৰ ঠাইখনত থকা সময়ত হেনো সুচিত্ৰাইঁত সিহঁতৰ প্ৰতিবেশী আছিল, দেউতাক আছিল চেনিটাৰি ইন্সপেক্টৰ, সুচিত্ৰাৰ আচল নাম আছিল ৰমা। গীতাই কোৱা মতে ৰূপৰ জোৰতেই সুচিত্ৰাৰ ইমান ধনী মানুহৰ একমাত্ৰ ল'ৰাৰ লগত বিয়া হৈছিল। মই জ্যাঠামশাইহঁতৰ ঘৰত থকা সময়ত সুচিত্ৰাৰ একমাত্ৰ জীয়েক মুনমুন সেন খুব সৰু আছিল, তাই সৰুৰে পৰা দাৰ্জিলিঙত থাকি পঢ়িছিল। মই এবাৰহে তাইক দেখিছিলোঁ। কিন্তু মাকক প্ৰায়েই দেখো, গাতে লগা ঘৰত থকা একজনী বোৱাৰী, দেখা দেখিতো হ'বই। সঁচায়ে অপূৰ্ব সুন্দৰী, গাৰ বৰণ, দেহ সৌষ্ঠৱ, মুখৰ গঢ় - ক'তোৱে খুঁত নাই। সেই সুচিত্ৰাক দেখুৱাবলৈ মই পিছত হোষ্টেলত থাকোতে বহুতকে বালিগঞ্জ প্লেছৰ জ্যাঠামশাইহঁতৰ ঘৰলৈ লৈ গৈছিলোঁ। এনেযেও মোৰ বন্ধু বহুতো অসমীয়া ল'ৰা ছোৱালীকে মই ১১ নং বালিগঞ্জ প্লেছৰ ঘৰলৈ লক্ষ্মীপূজা আদিত নিমন্ত্ৰণ উপলক্ষে নিছিলোঁ। তেওঁলোকে লক্ষ্মী পূজা, সৰস্বতী পূজা– দুয়োটাই ধুমধামেৰে কৰিছিল, এতিয়াও কৰে। মই তেওঁলোকৰ ঘৰলৈ সৰোজ, তুলতুল, ডঃ মহেন্দ্ৰ বৰা আদি বহুতকে লৈ গৈছিলোঁ। সুচিত্ৰা সেন পিছত অৱশ্যে সেই ঘৰত নাছিল, স্বামীৰ লগত বিবাহ বিচ্ছেদ হোৱাত অইন ঠাইলৈ গুচি গৈছিল।

ছাদ পৰিক্ৰমা শেষ কৰোঁ। ছাদৰ পূৱ ফালৰ ৰেলৰ ওচৰৰ লগা পাকঘৰটোত এতিয়া সোমাওঁ। ঘৰখনত বহুত কেইটা ল'ৰা-ছোৱালী থাকে কিছুমানে সৰু খোৱা ঘৰটোৰ বেঞ্চৰ দৰে টেবুল আৰু আচল বেঞ্চত বহি ভাত খায় (সীমাৰ ভাষাত -বালিগঞ্জ প্লেছৰ সকলোবোৰ মানুহৰ তুলনাত সিহঁতেই আটাইতকৈ সাধাৰণ আৰু দুখীয়া) কিছুমানে বাহুনী অৰ্থাৎ কাকীমাৰ চৌকাৰ ওচৰতে 'আসন' পাৰি ভাত খায়। ময়ো তেতিয়া তেনেকৈ কাকীমাৰ ওচৰতে 'আসন'ত বহিয়ে ভাত খাবলৈ ভাল পাইছিলোঁ। কাকীমাই চকৰ পৰা আনি দি থকা গৰম গৰম ভাত আঞ্জা খোৱাৰ তৃপ্তিয়ে বেলেগ আছিল। ইফালে মই সকলো ধৰণৰ বাঙালী ৰন্ধনৰে ভক্ত বুলি জানি ঠাকুৰমায়ো তেওঁৰ নিৰামিষ চকৰ পৰা সদায়ে কিবা নহয় কিবা এবিধ বস্তু দি থাকে, আমিষৰ স্পৰ্শই যাতে তেওঁক অশুচি কৰিব নোৱাৰে তেনেকৈ আলেচে আলেচে দূৰৈৰ পৰাই মোৰ পাতলৈ কিবা এবিধ প্ৰায় দলিয়াই দি ক'ব – 'লে, খা না'

ঠাকুৰমাই পকমুখীয়া কদু আৰু নাৰিকলেৰে প্ৰস্তুত কৰা এবিধ বিশেষ '[illegible]'

স্বাদ মোৰ আজিও যেন মুখত লাগি আছে। সঁচায়ে, ঠাকুৰমাৰ হাতৰ ক'ত ধৰণৰ নিৰামিষ ব্যঞ্জনেই যে খোৱা নাছিলোঁ। এই প্ৰসংগত কিছুদিন আগতে 'সানন্দা'ৰ ভোজন সম্পৰ্কীয় এক বিশেষ সংখ্যাত পঢ়া সুপ্ৰিয় বন্দোপাধ্যায়ৰ প্ৰবন্ধ এটালৈ মনত পৰি গ'ল। সুপ্ৰিয় বন্দোপাধ্যায় কলিকতা বিশ্ববিদ্যালয়ত পঢ়া সময়ত আমাৰ সমসাময়িক আছিল, তেওঁৰ বিষয় অৱশ্যে বাংলা সাহিত্য আছিল। সেই সময়ত সুপ্ৰিয়ক আমি বিশেষকৈ জানিছিলোঁ বিক্তা নামৰ সহপাঠিনীজনীৰ লগত অনবৰত এঠা লগাদি লাগি থকা বাবে – সেয়ে সুপ্ৰিয়ইঁত যেন বিক্তা-সুপ্ৰিয় বুলি একেটা সত্বা হিচাপে আমাৰ মাজত জনাজাত আছিল। পিছত দুয়োৰো বিয়াও হৈছিল। বৰ্তমান সুপ্ৰিয় কলিকতাৰ USIS (United States Information Service) ত ভাৰতীয় কৰ্মচাৰী সকলৰ ভিতৰত সৰ্বোচ্চ স্থানত চাকৰি কৰি আছে বুলি গম পাওঁ, মোৰ সৰুপুত্ৰ এমেৰিকালৈ যাওঁতে সুপ্ৰিয়ই বিশেষ স্নেহ প্ৰদৰ্শন কৰিছিল, একবাৰে 'বাবা', 'তুই' বুলিয়ে সম্বোধন কৰিছিল। যিহওক, পুনৰ প্ৰসংগান্তৰৰ পৰা মূল কথালৈ আহোঁ। 'সানন্দা'ত ৰসিক সুপ্ৰিয়ই ভোজনৰ বিষয়ে ৰসাল প্ৰবন্ধ এটাত এবাৰ কথা লেখিছিল যে বাঙালীৰ মেকুৰীৰ দৰে মাছপ্ৰিয় জাতি বুলি এটা মিছা বদনাম প্ৰচলিত আছে – আচলতে বাঙালীৰ দৰে বিধে বিধে নিৰামিষ খোৱা, বিভিন্ন পাত শাকৰ নানা ব্যঞ্জন খোৱা জাতি ভাৰতত কমেই আছে। মই সেইটো পঢ়ি লগে লগে অন্তঃকৰণেৰে সুপ্ৰিয়ক সমৰ্থন কৰিছিলোঁ। অতীতত ঠাকুৰমাৰ নিৰামিষৰ বিবিধ আঞ্জাৰ কথাটো বাদেই অলপতে কলিকতাত বন্ধু গীতা ৰায়ৰ ঘৰত লাল শাক'ৰ (মৰিছা শাক) কোমোৰা, বড়ি আদি মিহলোৱা যিখন আঞ্জা খালোঁ সেইখন আঞ্জাই ভবালে- মৰিছা শাকৰো ইমান উত্তম ব্যঞ্জন প্ৰস্তুত হ'ব পাৰেনে? খাদ্যৰ প্ৰসংগত ক'ৰবাত পঢ়া মন্তব্য এটা মনত পৰি গ'ল – পৃথিৱীত যি জাতি ভোজন-বিলাসী, সেই জাতি শিল্প-সাহিত্য-সংস্কৃতিতো উন্নত জাতি। উদাহৰণ ফৰাচীসকল, চীনাসকল, মোগলসকল আৰু বাঙালীসকল!

জ্যাঠামশাইহঁতৰ ঘৰত এমাহমান থকাৰ পিছত মই হোষ্টেললৈ গুচি গ'লেও প্ৰতি দেওবাৰে আহি মই যেন দিনটো কটাই যাওঁ, সেই নিৰ্দেশ মোক দঢ়াই দঢ়াই দিয়া হৈছিল। হোষ্টেলততো ভালকৈ খাবলৈ নেপাম, গতিকে প্ৰত্যেক দেওবাৰে 'ঘৰলৈ ' আহি যেন ভালকৈ খাই যাও !

সেই দিনবোৰৰ কথা মোৰ স্মৃতিপটত আজিও যে কিমান উজ্জ্বল হৈ আছে ! গৰমৰ দিনত হোষ্টেলৰ পৰা বালিগঞ্জ প্লেছৰ ঘৰলৈ গ'লে 'বাবা'ই ( পিছলৈ জ্যাঠামশাইৰ মৰমৰ অনুৰোধত তেওঁক ময়ো সীমা -শীপ্ৰাহঁতৰ দৰে বাবা বুলি সম্বোধন কৰা হৈছিলোঁ) মোক ভাতপানী খাই উঠাৰ পিছত সমস্ত ঘৰটো বাতিৰ দৰে অন্ধকাৰ কৰি দি ফেনৰ তলত সীমা-শীপ্ৰাহঁতৰ লগতে আৰাম কৰি শুই থাকিবলৈ দিয়ে। ৩০০ বছৰীয়া কলিকতাৰ আগৰ দিনীয়া ঘৰবোৰত খিৰিকীত কাচৰ সলনি কাঠৰ খড়খড়ি আছিল। পকাৰ বেৰবোৰো আমাৰ সাধাৰণ বেৰতকৈ চাৰি পাঁচগুণ ডাঠ। ফলত কাঠৰ খিৰিকী বন্ধ কৰি দিয়াৰ পিছত গৰমৰ দিনত ঘৰবোৰৰ ভিতৰবোৰ ৰাতিৰ দৰে আন্ধাৰ হৈ বোৱাৰ লগতে যথেষ্ট ঠাণ্ডা হৈও পৰে। চিলিঙো বহু ওখত। দুপৰীয়া সুখাদ্যৰে এক পেট ভাত খাই তেনেকৈ ফেনৰ তলত আন্ধাৰ ঘৰত শুই থাকি কি যে আৰাম লাগিছিল! তেতিয়া হোষ্টেলৰ বহুত ছোৱালীয়ে ( বিশেষকৈ বাঙালী ) মোৰ ভাগ্যক ঈৰ্ষাই কৰিছিল, ক'ৰ অসমৰ ছোৱালী এজনী আহি বালিগঞ্জ প্লেছৰ দৰে ঠাই এখনত বাঙালী পৰিয়াল এটাত আপোন ঘৰ এখনৰ দৰেই আশ্ৰয়স্থল বিচাৰি পালে! এইখিনিতে প্ৰসংগক্ৰমে কওঁ যে গুৱাহাটীৰ পৰা স্বৰ্গীয় পূৰ্ণ ভঁৰালী মহোদয়ে যদি মোক আক ভুলভুলক বিচাৰি প্ৰথমতে এইখন ঘৰলৈকে আহে তেন্তে তাত যে বিস্মৃত হ'বলগীয়া একো নাই পাঠকসকলে বুজিবই পাৰিছে ।

মই এম, এ পাছ কৰি গুৱাহাটীলৈ উভতি অহাৰ চাৰি পাঁচ বছৰৰ পিছত বোধহয় 'বাবা'ৰ মৃত্যু হৈছিল। 'বাবা'ৰ অবৰ্তমানত কাকাবাবু নহয়, কাকীমায়ে ঘৰখন চলাই নিছিল। এই স্নেহময়ী মহিলাগৰাকীৰ পাৰদৰ্শিতাৰ সীমা নাই, ঘৰখনৰ সকলোৰে পিনে চকু, সকলো কথাৰে প্ৰতি চকু। ক্ৰমাৎ বৰ্দ্ধিত ঘৰখনৰ বিভিন্ন সমস্যাৰাজিৰ মাজেদি আজিকোপতি কাকীমাই সুকলমে সেই ঘৰখন চলাই আছে । অৱশ্যে এতিয়া তেওঁৰ বয়স হ'ল, এতিয়া ঘৰলৈ কেৰাজনীও বোৱাৰী আহিল, ঘৰৰ কামৰ ভাগ বাটোৱাৰা হৈ গ'ল। এতিয়া ল'ৰাবোৰ ডাঙৰ হৈ পৰিয়ালৰ আৰ্জনো বঢ়ালে , চাকৰ ঠাকুৰেৰে ঘৰো ভৰি গ'ল । কিন্তু ঘৰখনৰ মূল ভেত এতিয়াও কাকীমাই, যীৰা সেনগুপ্ত, তেওঁৰ ওপৰতে বিৰাট একান্নবৰ্তী ঘৰখন যেন ওলমি আছে। এতিয়া কাকীমাৰ নিজৰ দুই পুত্ৰ তিনিকন্যা,

দুই পুত্ৰৰে বিয়া হৈছে, কন্যা দুটিকো বিয়া দি উলিয়াই দিছে। দুই পুত্ৰ টুটুন আৰু বাচ্চু, টুটুনৰ ঘৈণীয়েক মাধবী আৰু বাচ্চুৰ ঘৈণীয়েক সোমা। সোমাৰ এবছৰীয়া পুত্ৰ সন্তান এটি আছে। ইফালে 'বাবা'ৰ মই কলিকতালৈ পঢ়িবলৈ যোৱাৰ আগতেই বিয়া হৈ যোৱা বৰদি, মেজদিৰ পিছত মই কলিকতা এৰি অহাৰ পিছত বিয়া হৈছিল বৰদা, সীমা, শীপ্ৰা,শীলা আৰু সৰু পুতেক শংকৰৰো বিয়া হৈ গৈছিল। কেৱল মেজদাৰ হাঁপানী বেমাৰ থকা বাবে তেওঁ বিয়া কৰোৱা নাছিল। কিন্তু বাবাৰ অবৰ্তমানত মেজদা বঞ্চিত সেনগুপ্তই ঘৰখন চলাইছিল। তেওঁ ইনকামটেক্স অফিচাৰ হৈছিল আৰু ঘৰখনৰ প্ৰধান আৰ্জন আছিল তেওঁৰেই। কাৰণ বৰদা আছিল অসুখীয়া মানুহ, কাকাবাবুয়ে কাম কৰিছিল কলিকতাৰ বাহিৰত। বৰদা অসুখীয়া হ'লেও বিয়াবাৰু কৰাই ঘৰ সংসাৰ ঠিকেই কৰিছিল। তেওঁৰো দুটা লৰা– টুবলু আৰু ভোতঁকা। ইহঁত দুজনৰো বিয়া হৈছে। কাবেৰী আৰু পিংকি দুয়োৰো দুই ঘৈণীয়েকৰ নাম। গতিকে এতিয়া কাকীমাইঁতৰ ঘৰত বোৱাৰী ছোৱালীয়েই চাৰিজনী। 'বাবা'ৰ সৰ্বকনিষ্ঠ পুত্ৰ শংকৰৰ ঘৈণীয়েক মিনুও আমাৰ মানত ছোৱালীয়েই।

এই ঘৰখনৰ ইমান বোৰ মানুহ কিন্তু এতিয়াও একেলগে থাকে। দোতালা ঘৰটো বঢ়াই তিনিতলা কৰা হ'ল। আজিৰ দিনত এনে একান্নবৰ্তী পৰিয়াল অতি বিৰল। এবাৰ আমাৰ এজন জোঁৱাই ল'ৰা কলিকতালৈ কিবা সকামত গৈ আমাৰ দ্বারা লেকৰ বাসভৱনত আছিল। অসমৰ পৰা আমাৰ আত্মীয়স্বজন কলিকতালৈ গ'লে সাধাৰণতে কাকীমাইঁতৰ ঘৰত থাকে আৰু নাথাকিলেও তেওঁলোকক দেখা কৰিবলৈ যায়েই। জোঁৱাইকো বালিগঞ্জ প্লেছলৈ লৈ গৈছিলোঁ আৰু তেওঁ ইমানবোৰ মানুহক একেলগে থকা দেখি স্বাভাৱিকতেই বিচুৰ্তি খাইছিল। পিছত তেওঁ মোক সকলোৰে পৰিচয় জানিবলৈ বিচৰাত মই হাঁহি কৈছিলো– 'তেওঁলোকৰ প্ৰত্যেকৰে পৰিচয় জানিবলৈ গৈ বৃথাই মগজ ঘোলা নকৰিবা। এওঁলোকৰ লগত বহুত দিন থাকিলেহে প্ৰত্যেকৰ পৰিচয় মনত থাকিব।'

কাকীমাইঁতৰ এই পৰিয়ালটোৰ কথা ইমান বিস্তৃতভাৱে লেখাৰ কাৰণ হ'ল– এওঁলোকৰ লগত আমাৰ জীৱন ওতঃপ্ৰোতভাৱে জড়িত। আগতে এবাৰ উল্লেখ কৰিছিলোঁ যে বৰগোহাঞি নীলাচলৰ পক্ষৰ পৰা ইন্দিৰা গান্ধীৰ সাক্ষাৎকাৰ ল'বলৈ দিল্লীলৈ যাওতে কলিকতাত সোমাই গৈছিল আৰু তেতিয়া তাত থকা দিনকেইটাৰ দুদিনমান আছিল মঞ্জুইঁতৰ ঘৰত আৰু দুদিনমান কাকীমাইঁতৰ ঘৰত। পিছৰ অধ্যায়বোৰত সেইবোৰ কথা বিস্তাৰিতভাৱে লেখাৰ ইচ্ছা থাকিল। এতিয়া এটা দুখৰ খবৰেৰে এই অধ্যায়ৰ লেখা সমাপ্ত কৰিম।১৯৯১ চনৰ জানুৱাৰী মাহৰ শেষৰ দিনে বালিগঞ্জ প্লেছৰ পৰিয়ালটোৰ প্ৰধান স্তম্ভ মেজদাৰ কেন্সাৰত মৃত্যু ঘটিল। পৰিয়ালটোৰ বাবে ই এক অপূৰণীয় ক্ষতি। মেজদা বঙ্গৰ চিনেমা জগতত এক ধৰণৰ সুপৰিচিত নামেই। সত্যজিৎ ৰায়ৰ চিনেমাৰ তেওঁ এজন সহযোগী। মৃত্যুৰ সময়ত তেওঁ নাৰ্চিং হ'মৰ ৰোগশয্যাত পৰি থাকোঁতে সত্যজিৎ ৰায়ৰ পৰিয়ালে তেওঁৰ খবৰ খাতি লৈ থাকিছিল আৰু তেওঁৰ মৃত্যুত সত্যজিৎ ৰায়ৰ ঘৈণীয়েকে চকুলো টুকিছিল।

এই মৃত্যু-সংবাদটো মোৰ সৰু ল'ৰা প্ৰণীতলৈ আমেৰিকালৈ পঠাইছিলোঁ। সি উত্তৰত মোক অলপ অবাক মনাই লেখিছিল— 'মেজমামাৰ মোক মৰম কৰি কোৱা কথা এবাৰ এতিয়াও যেন কানত বাজে— মিঃ ফিকু আৰু মিঃ চিকু— কাকীমাহঁতৰ ঘৰত সকলোৰে আদৰৰ এটা কুকুৰ আছিল— তাৰ নামটো আছিল চিকু। যিহওক, প্ৰায় পোন্ধৰ বছৰ মান আগৰ এইবোৰ কথা যে মোৰ পুত্ৰই মনত ৰাখি থৈছে মই জনাই নাছিলো!

# ২৫

আগৰ অধ্যায়ত কাকীমাইতৰ কুকুৰ চিকুৰ কথা প্ৰসংগক্ৰমে এবাৰ উল্লেখ কৰিছিলো। আকৌ সেই কুকুৰৰ কথাকে লেখিবলৈ মন গৈছে। অৱশ্যে কেৱল চিকুৰ কথাই নহয়, বিভিন্ন কুকুৰৰ কথা মনলৈ আহিছে। কুকুৰ যে মানুহৰ কিমান বিশ্বস্ত বন্ধু সেই কথা সকলোৱে জানে বা বহুতে নিজৰ জীৱনত তাৰ বহুত প্ৰমাণো পাইছে। মানুহ বন্ধুৰ মৰম ক্ষণস্থায়ী হ'ব পাৰে, মানুহ বন্ধু বিশ্বাসঘাতক হ'ব পাৰে - কিন্তু কুকুৰ বন্ধু মানুহৰ এই দোষবোৰৰ পৰা মুক্ত।

কাকীমাইতৰ চিকুক মই বেছিদিন পোৱা নাছিলো, কিন্তু এবাৰ (সেয়া বোধহয় ১৯৮৫ চন আছিল ) মই ভনিৰ চিকিৎসাৰ বাবে কলিকতালৈ গৈ বহুত দিন কাকীমাইতৰ লগত থাকিব লগা হোৱাত মছিক (Mosey) ঘনিষ্ঠভাৱে পাইছিলো। মছি হ'ল জাৰ্মান কুকুৰ,কুকুৰ যে ইমান প্ৰকাণ্ড হ'ব পাৰে মই কল্পনাই কৰা নাছিলো। কিন্তু এক্সপাৰ্টৰ উপদেশ অনুযায়ী মছিক বান্ধি ৰখা হোৱা নাছিল বাবে সি ভয়ংকৰ কুকুৰ এটা হোৱাৰ পৰিবৰ্তে এটা শান্ত, নিৰীহ প্ৰাণীত পৰিণত হৈছিল। এক তলাৰ পৰা দুই তলা, তিনি তলালৈ অবাধ বিচৰণ আছিল । মানুহক এবাৰ শুঙিলৈয়ে সি ভাল বেয়া সম্পৰ্কে এটা নিশ্চিত ধাৰণা কৰি হয় শান্তভাৱে বহি পৰি বা ভুকে । মোৰ প্ৰথমতে মছিক দেখি বুকু কঁপি গৈছিল। কিন্তু পিছত সি মোক গ্ৰহণ কৰি লোৱাত মোৰ আৰু ভয় নলগা হ'ল। মছিক বৰদাৰ বৌদিয়ে হেনো তিনিমাহৰ পৰা কেঁচুৱাৰ দৰে ডাঙৰ কৰিছিল। তেওঁৰ ওচৰতে শুৱাইছিল, গু-মুত নিজ হাতেৰে পৰিষ্কাৰ কৰিছিল। মই সেই অৱস্থাত মছিক দেখা নাই যদিও তাৰ কেঁচুৱাৰ দৰে 'আব্দাৰ' হলে দেখিছিলো। তাৰ খাদ্য আছিল পুৱা ছানাৰ লগত বাৰ-চৌধ্যখনমান শুকান ৰুটি আৰু পিছবেলা মাংস-ভাত। মই কাকীমাইতৰ লগত সেইবাৰ থকাৰ সময়ত বৌদিক কৈ থৈছিলো যে মছিক খুউৱাৰ সময় হ'লে মোক যেন মাতে। ছাদত লৈ গৈ মছিক খুউৱা হয়। মই পৰম আমোদেৰে চাই থাকো। বৌদিয়ে ছানাৰে সনা ৰুটিবোৰ তাৰ আগত থৈ দিলে সি কিন্তু সেইবোৰৰ আগত চুপচাপ বহি থাকে, মুখেৰে স্পৰ্শও নকৰে বা শুঙিও নেচায় .। তাৰ পিছত বৌদিয়ে তাত হাত দিয়াৰ লগে লগে সি মুখখন মেলে আৰু সেই বিৰাট মুখ গহ্বৰত তেওঁ অকুতোভয়ে হাত সুমুৱাই দি এগৰাহ এগৰাহকৈ খুৱায়। বৌদিৰ লগত মছিৰ সেই মাক-পুতেকৰ দৰে সম্পৰ্ক দেখি মোৰ উৰিষ্যাৰ ছিমলিপালৰ অভয়াৰণ্যৰ বন বিষয়াৰ ঘৈণীয়েকৰ লগত খৈৰী নামৰ বাঘটোৰ সম্পৰ্কলৈ মনত পৰি গৈছিল । সেই ঘটনাটো এখন ডকুমেন্টৰিত দেখিছিলো । প্ৰকাণ্ড বাঘ এটাৰ লগত একেখন পাটিতে মাইকী মানুহ এগৰাকী শুই থকা দৃশ্যটো সঁচায়ে পাহৰিব নোৱাৰা বিধৰ ।

যোৱা বছৰ এই মহিৰো মৃত্যু হ'ল। সদায় কুকুৰ থকা ঘৰখন এতিয়া কুকুৰশূন্য। বৌদিক সুধিছিলোঁ — 'আপোনালোকে আৰু কুকুৰ নোপোহে ?' বৌদিয়ে উত্তৰ দিছিল- 'আৰু কুকুৰ পুহিম? টিকু আৰু মহিয়ে আমাক যেনেকৈ কন্দুৱাই থৈ গ'ল তাৰ পিছত আৰু কুকুৰ পোহাৰ আমি নামেই নলওঁ।'

কাকীমাহঁতৰ ঘৰৰ পূব পিনে সুচিত্ৰা সেনৰ ঘৰ আছিল, আৰু পশ্চিম পিনে দেৱযানী, টুকটুকিহঁতৰ ঘৰ। টুকটুকিৰ এটা বৰ মৰমৰ কুকুৰ আছিল। যিহওক, যথা সময়ত তাইৰ বিয়াৰ ঠিক হ'ল, তায়ে পছন্দ কৰা ল'ৰা। বিয়াৰ দুদিন আগতে তাই ভাবী স্বামীৰ লগত স্কুটাৰত উঠি গড়িয়াহাটলৈ বজাৰ কৰিবলৈ গৈছিল। সিহঁতৰ ঘৰৰ পৰা ওচৰতে বজাৰখন। হঠাতে স্কুটাৰখন কিবাকৈ উলটি গৈ টুকুটুকি ফুটপাথত পৰি মূৰত অলপ দুখ পালে। তেজ ওলোৱা নাছিল। কিন্তু তাইৰ বোধহয় মূৰত ভিতৰি ভিতৰি ৰক্তক্ষৰণ হৈছিল। বিয়াৰ আগদিনা তাইৰ মৃত্যু হ'ল। বিয়ালৈ অনা ফুলেৰে তাইৰ মৃতদেহ সজোৱা হ'ল। সেই মৃতদেহ শ্মশানলৈ নিনিয়া পৰ্যন্ত টুকটুকিৰ কুকুৰটো তাইৰ ওচৰত চুপ-চাপ বহি থাকিল। সেইদিন ধৰি সি কোনো খোৱা বস্তু মুখত নিদিয়া হ'ল। এদিন টুকটুকিৰ মাকেও 'অন্নজল' গ্ৰহণ কৰা হ'ল, কিন্তু কুকুৰটোক কোনেও এটোপা পানীও খুৱাব নোৱাৰা হ'ল। অৱশেষত এদিন অনাহাৰত থকাৰ ফলত তাৰ মৃত্যু হ'ল। টুকটুকিহঁতৰ ভিতৰকালে এখন ডাঙৰ চোতাল আছিল, তাতেই টুকটুকিৰ লগত 'সহমৰণ'ত যোৱা সেই কুকুৰটোক পুতি থোৱা হ'ল।

যোৰহাটৰ আমাৰ অতি মৰমৰ আৰু শ্ৰদ্ধাৰ বাপুদা অৰ্থাৎ শ্ৰীশিৱনাথ ফুকন থাকে। তেওঁ গুৱাহাটীৰ যোৰপুখুৰীপাৰৰ আমাৰ প্ৰতিবেশী স্বৰ্গীয় তীৰ্থনাথ ফুকনৰ বৰপুত্ৰ? মোৰ এই স্মৃতিকথাৰ প্ৰথম অধ্যায়ত মোৰ পিতৃতুল্য এই মহানুভৱ ভদ্ৰলোক গৰাকীৰ কথা লিখিছোঁ। বাপুদাৰ যেনো এটা বৰ মৰমৰ কুকুৰৰ পোৱালী আছিল। কিন্তু এবাৰ তেওঁ ৰেলৱেত চাকৰি কৰি গুৱাহাটীৰ পৰা আঁতৰৰ ঠাই এখনত থাকিব লগা হোৱাত কুকুৰটোক ঘৰত থৈ যাবলগীয়া হ'ল। বাপুদাক দেউতাকে মাজে মাজে চিঠিত কুকুৰটো ভালে থকা বুলি আশ্বস্ত কৰি ৰাখিছিল। এদিন বাপুদাই এটা সপোন দেখিলে। সেই কুকুৰটো যেনো তেওঁৰ গাত বাৰে বাৰে উঠিব খোজে, কিন্তু তাৰ শৰীৰ ৰক্তাক্ত। সপোনটো তেওঁ ওপৰা-উপৰিকৈ কেইবাদিনো দেখিলে আৰু খুব অশান্তিত ভুগি থাকিল। তাৰ পিছত এদিন ঘৰৰ পৰা খবৰ আহিল যে পোৱালী কুকুৰটোক এটা ডাঙৰ কুকুৰে কামুৰি ছিন্ন-ভিন্ন কৰি পেলাইছে।

বাপুদাই নানা ধৰণৰ কিতাপ-পত্ৰ পঢ়ে। মানুহে কিছুমান 'অলৌকিক কথা' কেনেকৈ নিজৰ জীৱনৰ অভিজ্ঞতাৰে বিশ্বাস কৰিবলৈ বাধ্য হৈ পৰে সেই কথা কৈ মোৰ লগত যোৱা বছৰ বহুত আলোচনা কৰিছিল। কিছুদিন আগতে 'ইণ্ডিয়া টুডে' নামৰ পত্ৰিকাখনত নীৰদ চি, চৌধুৰীৰ দৰে মানুহজনো 'অবিশ্বাসী'ৰ পৰা কেনেকৈ 'বিশ্বাসী'ত পৰিণত

হ'ল বুলি স্বীকাৰোক্তি কৰিছে – তেওঁ মোক তাকো পঢ়ি শুনালে।

মূল প্ৰসংগৰ পৰা অলপ আঁতৰি গ'লো। মই ক'বলৈ ওলাইছিলো বিশ্বস্ত কুকুৰৰ কথা। মোৰ সৰু ভাইটো শেফিল্ডত থাকে। অলপতে ঘৰলৈ অহাত আমাক মজাৰ মজাৰ কথা কিছুমান কৈছিল। সিহঁতৰ বোলে দুখনকৈ বাগান থাকে, পিছৰ বাগানখনত পোহনীয়া জীব-জন্তুৰ লগত আবেলি বহি আৰাম কৰে - দিনটো নানা ধৰণৰ 'ধুৰন্ধৰ' মানুহৰ সহযোগত থকাৰ পিছত বিশ্বাসী আৰু মৰমৰ সেই জন্তুবোৰৰ সান্নিধ্যতে বোলে সিহঁতে জীৱনৰ আচল উত্তাপ অনুভৱ কৰে।

মোৰ দুই পুত্ৰৰ সকৰে পৰা বহুত চেষ্টাৰ পিছতো আমি কোনো দিন কুকুৰ পোহা নাছিলো। প্ৰথম কথা এইটো যে আমি কুকুৰ পোহাৰ লায়কৰ মানুহ নহওঁ, দ্বিতীয় আৰু প্ৰধান কথা বোধহয় এইটোৱে যে মই বৰ দুৰ্বল চিত্তৰ তিৰোতা, এবাৰ এটা মেকুৰীৰ মৃত্যুৱেই মোক যি বিতত কৰিছিল তাৰ পিছত পোহনীয়া কুকুৰৰ মৃত্যু শোক সহ্য কৰাৰ সম্ভাৱনায়ো মোক কঁপাই থৈ যায়। অৱশ্যে মই এই কথা বিশ্বাস কৰো যে মানুহ বন্ধুৰ দৰে কুকুৰ বন্ধুৱে মোক কেতিয়াও বিশ্বাসঘাতকতা নকৰিলেহেঁতেন !

## ২৬

অৱশেষত ৬৬ নং বিবেকানন্দ ৰোডৰ পোষ্ট গ্ৰেজুৱেট হোষ্টেলত ছীট এটা পোৱাত ভালে শুচি আহিলোঁ। নিজৰ ঘৰ এৰি হোষ্টেলত থাকিবলৈ আহিলে মনত যি দুখানুভূতিৰ উদয় হয়, জ্যাঠামশাইহঁতৰ ঘৰ এৰি হোষ্টেললৈ অহাৰ সময়তো মোৰ সেই একেধৰণৰ দুখানুভূতিৰে উদয় হৈছিল। তদুপৰি মনত এক ধৰণৰ শংকাও জাগি থাকিছিল-ৰুমমেট বা কি ধৰণৰ হয়। মই সৌভাগ্যক্ৰমে নিজৰ ঘৰত সম্পূৰ্ণ নিজস্বভাৱেই কোঠালী এটা পাইছিলোঁ বাবে মোৰ বোধহয় একধৰণৰ এক কট্টৰ ব্যক্তিস্বাতন্ত্ৰ্যৰ ভাব এটাও গঢ়ি উঠিছিল, কাৰোবাৰ লগত একেটা কোঠালীত একেলগে থকা মানেই নিজৰ প্ৰাইভেচি বিসৰ্জন দিয়া-যিটো মোৰ বাবে বৰ দুঃসহ। বালিগঞ্জ প্লেছত জ্যাঠামশাইহঁতৰ ঘৰত সেই বিষয়ত যে অলপ অসুবিধা অনুভৱ কৰা নাছিলোঁ তেনে নহয়, কিন্তু তেওঁলোকৰ ঘৰত মই চিৰস্থায়ীভাৱে থাকিবলৈ অহা নাছিলোঁ বাবে নিজকে আলহীৰ দৰেহে লাগিছিল - যদিও একেবাৰে ঘৰৰ মানুহৰ দৰে আলহী - তদুপৰি গুৱাহাটীৰ পৰা কলিকতালৈ অহাৰ নতুনত্বৰ চমক, আনন্দ, তেওঁলোকৰ ঘৰত পোৱা আদৰ আপ্যায়ন, তেওঁলোকৰ লগত অ'ত ত'ত ফুৰিবলৈ যোৱা, চিনেমা চোৱা, বজাৰ কৰা ইত্যাদি সেই বয়সৰ আনন্দবোৰৰ সোৱাদত মজি থাকি এইন অসুবিধা পাহৰি আছিলোঁ। কিন্তু হোষ্টেলৰ কথা বেলেগ, এম, এ, পঢ়া জীৱনৰ সুদীৰ্ঘ দুটা বছৰ মই এই হোষ্টেলত কটাব লাগিব, জীৱন-যাপন কৰিব লাগিব - কত নিজস্ব সুবিধা - অসুবিধাৰ কথা আছে। আগতেই কৈছোঁ যে আই,এছ, চি পঢ়া সময়ত মই ছাত্ৰীবাৰী হোষ্টেলত চেকেণ্ড ইয়াৰত পঢ়া বছৰটোত্ বাবাভাৰ পৰ্দাৰে আবৰা আচুতীয়া কোঠালী এটাত থকাকে পছন্দ কৰিছিলোঁ যদিও তেনে সুৰক্ষা নোহোৱা কোঠালীত থকাৰ কথা লগৰ বহুত ছোৱালীয়ে কল্পনাকে কৰিব নোৱাৰিছিল। এতিয়াতো মই আৰু ডাঙৰ হৈছোঁ, পঢ়াশুনাৰ গুৰুত্ব বাঢ়িছে, ব্যক্তিগত আবেগ-অনুভূতিৰ পৰিধি বিস্তৃত হৈছে - গতিকে কেতিয়াবা কান্দিবৰ দৰ্কাৰ হ'লে, উল্লাসিত হোৱাৰ কাৰণ ঘটিলে মই মোৰ সেই নিজস্ব আবেগৰ প্ৰকাশ কেনেকৈ আনৰ পৰা অৰ্থাৎ ৰুমমেটৰ পৰা লুকুৱাম? ই যে কি এক আহুকলীয়া সমস্যা ভুক্তভোগীয়েহে জানে। হোষ্টেলত থাকিলে কেতিয়াও নিজকে অকলশৰীয়াকৈ নেপাম-ই যে কি এক দুঃসহ অৱস্থা জেল জীৱনৰ ভয়ংকৰতাখিনি বাদ দিলে তাৰ লগতহে অলপ তুলনা কৰিব পাৰি। ডষ্টয়েভ্স্কিয়ে Notes from the Dead House নামৰ কিতাপখনত তেওঁৰ নিজৰ চাইবেৰিয়াৰ জেল জীৱনৰ অভিজ্ঞতা বৰ্ণনা কৰি এই কথাকেই লিখিছিল যে নিজকে দিনৰ পিছত দিন কেতিয়াও, কোনো মুহূৰ্তত অকলশৰীয়াকৈ পাব নোৱাৰাটো তেওঁৰ মতে জেল জীৱনৰ সকলোতকৈ এক ভয়ংকৰ কথা।

এই প্ৰাইভেচিৰ কথাবাৰ লৈ মই অলপ বেছি বেছি কৰা যেন লাগিব পাৰে ,কিন্তু যেতিয়া গম পাইছিলোঁ যে এটা কোঠালীত পঞ্চম বাৰ্ষিকৰ সাতজনী ছোৱালী একেলগে থাকিব লাগিব- তেতিয়া মনৰ ভেনে অশান্তি জানো অতি স্বাভাৱিক নহয় ?

কিন্তু সেই বিষয়ত মোৰ ভাগ্য বোধহয় তুলনামূলকভাৱে সুপ্ৰসন্ন আছিল। তিনি মহলীয়া হোষ্টেলটোৰ এক মহলাত মেট্ৰোনৰ কোঠালী, বান্ধনী ঘৰ, ডাইনিং ৰুম, ভিজিটৰছ্ ৰুম , চকীদাৰ,বান্ধনী আৰু ঝিৰ থকাৰ ব্যৱস্থা। দুমহলাত এটা হলঘৰ,ছুপাৰৰ কোঠালী , ছাত্ৰী থকা তিনিটা কোঠালী। তিনি মহলাত এটা হল , ছাত্ৰী থকা চাৰিটা কোঠালী। মই দুমহলাৰ চাৰিজনীয়া কোঠালী এটাত ছীট পালোঁ। একেবাৰে ৰাস্তাৰ দাঁতিৰ ঘৰ, মজিয়াৰ পৰা বহুত ওপৰলৈকে বিস্তৃত গ্ৰিল দিয়া এখন খিৰিকি, যাৰ কাষত বহি লৈ আমি মাজে মাজে ৰাস্তাৰ মানুহ আৰু খুব বৰষুণ দিলে বৰষুণ চাইছিলোঁ। মই বহুত দেৰিকৈ হোষ্টেললৈ গৈছিলোঁ, গতিকে তাত তিনিটা ছীট ইতিমধ্যে ভৰ্তি হৈ আছিল। ৰুমমেট সকলৰ লগত চিনাকি হৈছিলোঁ- তপতী ভট্টাচাৰ্য, মেদিনীপুৰৰ পাশকুঁড়া নামৰ গাওঁ এখনৰ ছোৱালী, ইকনমিক্সত এম, এ পঢ়িছে - প্ৰেছিডেন্সী কলেজৰ যোগেদি; মঞ্জু মুখাৰ্জী ঝাড়গ্ৰামৰ ছোৱালী, বাংলাত এম, এ, পঢ়িছে আৰু বীথি। বীথিৰ উপাধি মনত নাই , পাহৰি গৈছোঁ , কাৰণ এই ছোৱালীজনী আমাৰ লগত ইমান কম দিন আছিল যে তাইৰ বিষয়ে প্ৰায় সকলো কথাই পাহৰি গৈছোঁ , কেৱল পাহৰা নাই এক ভয়ংকৰ অভিজ্ঞতা। বীথিৰ বিষয়ে আমি গম পাইছিলোঁ যে তাই খুব ধনী মানুহৰ ছোৱালী, সদায়ে প্ৰায় দামী দামী শাৰী পিন্ধি বিশ্ববিদ্যালয়লৈ যায়। অতি অমায়িক আৰু শান্ত ছোৱালী। কলিকতাতে বোলে ঘৰ,পঢ়াৰ সুবিধাৰ বাবেহে হোষ্টেললৈ আহিছে বোলে। তাই প্ৰায়ে হোষ্টেলত নাথাকে, বেছিভাগেই ঘৰত গৈ থাকেগৈ। সেয়ে বীথিৰ লগত আমাৰ বেছি হৃদ্যতা গঢ়ি উঠাৰ সুযোগ হোৱা নাছিল। কিন্তু ঝাড়গ্ৰামৰ মঞ্জু , পাশকুঁড়াৰ তপতী আৰু গুৱাহাটীৰ 'মই' বেছিভাগ হোষ্টেলতে দিন কটাইছিলোঁ বাবে আমাৰ মাজত বেছি মিলামিছা হৈছিল। ময়ো লাহে লাহে নিজৰ বহুতো অভ্যাস অৱস্থাৰ পাকত পৰি পৰিহাৰ কৰিবলগীয়া হৈছিলোঁ। যেনে- মই বেছি ৰাতিলৈ পঢ়িব নোৱাৰিছিলোঁ , কিন্তু বাকী কেইজনীয়ে লাইট জ্বলাই পঢ়ি থাকে, গতিকে আন্ধাৰৰ আচ্ছাদন গাত লৈ একান্ত আপোন ভাবত শুই থকা সুখৰ পৰা বঞ্চিত হৈছিলোঁ, তপতীৰ এজনী বন্ধু অইন এটা কোঠালীত থাকিছিল, কিবা কাৰণে তাইক মঞ্জু , মোৰ- দুয়োৰো অসহ্য লাগিছিল, কিন্তু বাধ্য হৈ তপতীৰ ওচৰলৈ আহি বহুত সময় চিঞৰি চিঞৰি কথা পাতি থকা সেই বন্ধুৰ সান্নিধ্য সহ্য কৰিছিলোঁ। মেজৰ ওচৰত বহি অতি ব্যক্তিগত চিঠি এখন লেখাৰ সময়তো সদায় অস্বস্তি, ঠেক ৰুমটোৰ চাৰিজনী ছোৱালীৰ প্ৰায় লগালগি বিছনা আৰু মেজ - গতিকে এনে লাগে যেন চিঠিখন মই যথাযথ গোপনীয়ভাৱে লেখিব পৰা নাই - এনে নানাধৰণৰ অসুবিধাই ক্ৰমে গা সহা হৈ গৈছিল। আকৌ ডষ্টয়েভ্‌স্কিৰ কথাকে মনলৈ আহিছে - সেই Notes from the Dead House নামৰ কিতাপখনতে তেওঁ মানুহৰ

সর্বোৎকৃষ্ট সম্ভৱপৰ সংজ্ঞা এইটোৱে হ'ব বুলি লেখিছে যে মানুহ এনে এটা প্ৰাণী যি সকলো অৱস্থাৰ লগতে নিজাকে খাপ খুৱাই লয়। সি যি কি নহওক, তথাপিতো মই ছজনী কমমেটৰ লগত হলত থকা আহকালৰ পৰা ৰক্ষা পৰিছিলো।

আমি কিছুদিন এনেকৈ থকাৰ পিছতেই কেইদিনমানৰ বাবে ঘৰটো যেন অলপ কম, ঠেক হৈ গ'ল,কাৰণ বীথি হোষ্টেল এৰি গুচি যাব লগা হ'ল। ঘটনাটো হ'ল এই: কিছুদিন ধৰি আমি লক্ষ্য কৰিব ধৰিলোঁ যে আমাৰ কিছুমান সৰু-সুৰা বস্তু চুৰি হ'বলৈ ধৰিছে। কিন্তু আচৰিত যে বীথিৰ কোনো বস্তু চুৰি নেযায়। তেতিয়া এদিন বীথি নিজৰ ঘৰলৈ যোৱাৰ সুযোগত আমি তিনিও গৈ ছুপাৰক বীথিৰ ওপৰত নানা কাৰণত হোৱা আমাৰ সন্দেহৰ কথা ক'লো। ছুপাৰে তেতিয়া এদিন বীথি নথকা অৱস্থাত চকিদাৰক লৈ আমাৰ কোঠালীলৈ আহি বীথিৰ বাকচৰ তলা ভাঙি বাকচ খোলালে। আমি সকলোৱে হতভম্ব হৈ দেখিলোঁ যে আমাৰ নানা বস্তু যেনে - টুথব্ৰাছ, কলম , টাৱেল আদিৰে সেই বাকচৰ বহুত ঠাই আগুৰি আছে। তাৰ মাজৰ পৰা এনেকি মোৰ মেখেলা এখনো ওলাল - যি মেখেলা বীথিৰ কেতিয়াও পিন্ধাৰ প্ৰশ্নই নুঠে। তেতিয়া আমি এই সিদ্ধান্তলৈ আহিলো যে তাই ক্লিপ্টোমেনিযাক - অৰ্থাৎ চুৰি কৰা স্বভাৱটো তাইৰ এটা বেমাৰ।

তাৰ পিছত বীথি হোষ্টেললৈ উভতি অহাত ছুপাৰে আমাক আৰু তাইক মাতি নি তাইৰ চুৰি কৰা কৈফিয়ৎ বিচাৰিলে। বীথিয়ে একো উত্তৰ দিয়া নাছিল, কেৱল বোবা চাৱনিৰে কিছুপৰ তাই ছুপাৰলৈ চাই থাকি অৱশেষত ঢলি পৰিছিল। আমাৰ খুব বেয়া লাগিছিল। যিহওক,পিছত বীথিৰ ঘৰৰ মানুহ আহি তাইক হোষ্টেলৰ পৰা একেবাৰে লৈ গৈছিল। মোৰ আজিও ভদ্ৰ,শান্ত বীথিৰ সেই নিৰীহ বোবা চাৱনি মনত পৰে। মানুহ জাতিৰ যে কত সমস্যা !

আমাৰ চতুৰ্থ ছীটটো কিবা যেন কালিকা লগা, অৱশেষ প্ৰায়ে খালী হৈ থকাটো আমাৰ ভাগ্যৰে কথা হৈ পৰিছিল। এবাৰ নমিতা নামৰ ছোৱালী এজনী আহিল - যি অতি দন্দুৰী। কিন্তু সেই ছীটও খালী হৈ গ'ল যেতিয়া তাই হেৰিছন হোডৰ হোষ্টেলত ছীট পাই আমাক সুখী কৰি গুচি গ'ল। তাৰ পিছত আহিল স্বৰ্ণা নামৰ বেছ বয়সীয়া ছোৱালী এজনী , বাংলাত 'ন্যাকা' নামৰ এটা শব্দ আছে – যাৰ অসমীয়া প্ৰতিশব্দ নাই - মাত্ৰাধিক আদৰুৱা ধৰণৰ কথা -বতৰা, সকলোতে বেছি বেছি – এয়ে হ'ল ন্যাকা স্বভাৱৰ মানুহ। স্বৰ্ণা আছিল অতি ন্যাকা, তাইৰ কথা-বতৰা, ধৰণ-কৰণ আমাৰ তিনিওৰে অতি অসহ্য লাগিছিল। মাজে মাজে আকৌ তাই সামান্য কথাতে এনে ৰুদ্ৰমূৰ্তিও ধৰে যে আমি প্ৰায় পেপুৱা লাগি যাওঁ। যিহওক, পিছত কিবাকৈ গম পালোঁ যে স্বৰ্ণা বিবাহ বিচ্ছেদ হোৱা ছোৱালী ,ল'ৰা নে ছোৱালীও আছে। তেতিয়া আমি নিজৰ মাজত আমোদেৰে কুৰাকুই কৰিছিলো– তোমাৰ দৰে ছোৱালীৰ লগত তোমাৰ স্বামীয়ে যে ঘৰ কৰিব নোৱাৰিলে তাত একো আচৰিত মানিবলগীয়া নাই !

কলিকতাৰ হোষ্টেলত কিমান বছৰেই বা থাকিলোঁ ,কিন্তু কত অদ্ভুত ঘটনাৰে যে মুখামুখি নহলো ! হোষ্টেলত কিছুদিনৰ পৰা ছোৱালীবোৰৰ মাজত বাহিৰত ফুটি ওলাওঁ ওলাওঁ কৰা উত্তেজনা। গৌৰী নামৰ ষষ্ঠ বাৰ্ষিকৰ ছোৱালী এজনী কিছুদিনৰ পৰা সদায়ে খাবলৈ বহিয়ে বমি কৰিবলৈ যায় । শেষত কথাটো আৰু গোপন হৈ নাথাকিল। গৌৰী অন্তঃসত্ত্বা । ছুপাৰে তাইক মাতি নি খুব গালি পাৰি হোষ্টেলৰ পৰা ওলাই যোৱাৰ হুকুম দিলে । পিছত যেনিবা তাইৰ প্ৰেমিক আহি তাইক হোষ্টেলৰ পৰা লৈ গ'ল আৰু বিয়া কৰালে । ইয়াৰ কেইবামাহো পিছত গৌৰীয়ে স্বামী আৰু কেচুৱা লৈ ছুপাৰক দেখা কৰি প্ৰণাম কৰি গৈছিল । আৰু এক কেলেংকাৰী ঘটনা ঘটিছিল এবছৰ পিছত । ষষ্ঠ বাৰ্ষিকৰ নীলিমা আৰু পঞ্চম বাৰ্ষিকৰ অতি ধুনীয়া ছোৱালী যুথিকাৰ মাজত বিকৃত সম্পৰ্কৰ আৱিষ্কাৰত ( লেছবিয়ানিজম্) হোষ্টেলত হৈ চৈ লাগি গৈছিল । যিমানদূৰ মনত পৰে সিহঁত দুজনীকো হোষ্টেলৰ পৰা বাহিৰ কৰি দিয়া হৈছিল।

ইমানপৰে কলিকতাৰ হোষ্টেল জীৱনৰ নানাংকদৰ্য ৰূপহে ডাঙি ধৰিলোঁ । কিন্তু কত মধুৰ অভিজ্ঞতাও যে আছে ! প্ৰথমতে অসহ্য লগা হোষ্টেল জীৱন লাহে লাহে বেছ ভাল লগা হৈ আহিছিল।

# ২৭

ইয়াৰ আগতেই উল্লেখ কৰিছিলোঁ যে ১৯৬৯ চনত আমি সপৰিয়ালে গৈ কাকীমাহঁতৰ ঘৰত আছিলোঁ। সেইবাৰ বৰগোহাঞিয়ে 'সাপ্তাহিক নীলাচল' কাকতৰ পৰা দিল্লীলৈ প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীৰ সাক্ষাৎকাৰ ল'বলৈ যাওঁতে কলিকতা হৈ গৈছিল। বৰগোহাঞিৰ সৈতে আছিল প্ৰথমবাৰৰ বাবে অসম এৰি বাহিৰলৈ ভ্ৰমণ — এই কথা আগতেও লিখিছোঁ। বিয়াৰ পিছত ময়ো অ'ত বছৰৰ বিৰতিৰ পিছত সেই প্ৰথম কলিকতালৈ গৈছিলোঁ। লগত আছিল মোৰ মা আৰু দুই পুত্ৰ অনিন্দ্য আৰু প্ৰদীপ্ত। আমাৰ অৱশ্যে দিল্লীলৈ যোৱাৰ কোনো কথা নাছিল। আমাৰ কেৱল কলিকতা ভ্ৰমণ।

কাকীমাই তেওঁৰ স্বভাৱ অনুযায়ী বৰগোহাঞিকো আপোন কৰি ল'লে। খোৱাৰ কথা ওলোৱাত বৰগোহাঞিয়ে ধেমালিৰ ছলত ক'লে, - 'আপোনাৰ আতিথ্যৰ কথা খুবেই শুনিবলৈ পাইছোঁ। চাওঁচোন বাৰু মোক মই বিচৰা বস্তুটো খুৱাব পাৰেনে নোৱাৰে। মোৰ কেঁকোৰা খোৱাৰ ইচ্ছা। সেই বস্তুটো কোনোদিন খোৱা নাই। শুনিছোঁ কলিকতাৰ বজাৰত কেঁকোৰা পোৱা একো টান নহয়।'

কাকীমাই ক'লে,- 'এইটো আৰু কি ডাঙৰ কথা। তোমাক কেকোঁৰা খুৱাই দিম।' তেতিয়া বোধহয় পুৱা দহ কি এঘাৰ বাজিছিল। আমি অসম মেইলত গৈ পুৱাতে তেওঁলোকৰ ঘৰত উঠিছিলোঁ। সিদিনা গধুলিয়ে বৰগোহাঞিৰ দিল্লীলৈ যোৱাৰ ৰেলৰ টিকেট কাটি থোৱা আছে।

তাৰ পিছত কাকীমা নিজেই গড়িয়াহাট বজাৰলৈ গৈ কেঁকোৰা কিনি আনিলে আৰু বৰগোহাঞিক ৰান্ধি খুৱালে। মই আৰু মাইতো নাখাওঁৱেই; কিন্তু দুই পুত্ৰৰ লগত বৰগোহাঞিয়ে তৃপ্তিৰে খালে আৰু কাকীমাক ভূয়সী প্ৰশংসা কৰিলে। আবেলি বৰগোহাঞি হাওৰালৈ যাব লাগে, কিন্তু ঘৰৰ বাহিৰ ওলালে তেওঁ কিবা দিশহাৰা হৈ গৈছিল, এই বিশাল পৃথিৱীৰ ক'ৰবাত যেন তেওঁ হেৰাই যাব - তেনে এক অসহায় বোধত তেওঁ বোলে আক্ৰান্ত হৈছিল। গতিকে কাকীমাই মাতৃৰ স্নেহেৰেই বৌদিৰ লগত গৈ বৰগোহাঞিক হাওৰাৰ দিল্লীগামী ট্ৰেইনত উঠাই থৈ আহিছিল।

বৰগোহাঞি দিল্লীত থকা সময়তে কাকীমাৰ ৰৰপুত্ৰ টুটুনে আমাক পুৰীলৈ ফুৰাবলৈ নিছিল। যাৰ সৈতে আছিল প্ৰথম পুৰীৰ জগন্নাথ মন্দিৰ আৰু সমুদ্ৰ দৰ্শন। পুৰীলৈ যোৱাৰ আগতে মই অৱশ্যে মধুহঁতৰ ঘৰলৈ গৈছিলোঁ। ঘৰৰ দুৱাৰ খুলি দিছিল তেৰ বছৰীয়া ৰাতীয়ে। কেঁচুৱা অৱস্থাৰ পিছত তাইক আৰু মই দেখা নাছিলোঁ। তাই দুৱাৰ খুলি দি মোৰ পিনে অলপ পৰ চাই থাকি কৈছিল- 'তুমি বকুল মাসী না ?'

কোৱা বাহুল্য যে আমাৰ কলিকতা যাত্ৰাৰ কথা মঞ্জুহঁতক চিঠিৰে জনাই থৈছিলোঁ। ইমান বছৰৰ মূৰত দুয়ো বন্ধুৰ মিলনৰ উল্লাস সহজেই বোধগম্য। মঞ্জুহঁতৰ লগত কন্দৰত্ত হ'ল যে আমি তেওঁলোকৰ ঘৰত গৈয়ো কিছুদিন থাকিম। অৱশ্যে মা কাকীমাৰ ঘৰত থাকিব। কাকীমাই তেওঁৰ গুৱাহাটীৰ 'দিদি'ক বিশেষভাৱে কলিকতালৈ আমন্ত্ৰণ কৰি নিছিল। মাই পিছত কৈছিল যে কাকীমাহঁতৰ দৰে আদৰ-যত্ন তেওঁ জীৱনতে পোৱা নাছিল। মা মঞ্জুহঁতৰ ঘৰত নাথাকে বুলি জানি মঞ্জুৱে মাক এদিন ভাত খাবলৈ মাতিছিল। বাঙালী সকলৰ কি বামুণ কি অইন জাত সকলো তিৰোতাই বিধৱা হোৱাৰ পিছত কঠোৰ বৈধব্যব্ৰত পালন কৰিছিল, তাৰ এক অনুষঙ্গ হ'ল মাছ-মাংস-কণী-পিয়াজ বৰ্জন। অৱশ্যে আধুনিক সমাজ জীৱনৰ পৰা লাহে লাহে এই কুসংস্কাৰবোৰ উঠি যাব ধৰিছে। যিহওক, মোৰ মা বিধৱা কাৰণে মঞ্জুৱে নিজৰ বুদ্ধিৰেই ছানাৰ ডালনা, ছেচকি, মুগৰ দাইল আদি কৰি বহুত নিৰামিষ ৰন্ধা খুৱালে। মায়ে মাছ খাইছিল যদিও সাত্ত্বিক আহাৰেই তেওঁৰ পছন্দ আছিল। গতিকে সু-ৰান্ধনী মঞ্জুৰ ৰন্ধা খুব তৃপ্তিৰেই খালে (মই আগতেই উল্লেখ কৰিছোঁ যে মঞ্জুৰ ৰন্ধাৰ হাত খুব ভাল)। তেতিয়া আছিল ডিচেম্বৰ মাহৰ শেষ। ইয়াৰ পিছত মঞ্জুৱে ৰ'দ পৰা বিছনাখনত মাক আতোলতোলকৈ শুৱাই থ'লে। সকলোৰে পৰা পোৱা মৰম আৰু আদৰ-যত্নত মাৰ সেই শেষ কলিকতা যাত্ৰা পৰিপূৰ্ণ হৈ উঠিছিল।

বৰগোহাঞি দিল্লীৰ পৰা উভতি অহাৰ পিছত দুই পুত্ৰ আৰু মাক কাকীমাহঁতৰ ঘৰত থৈ আমি দুয়ো দীঘালৈ ফুৰিবলৈ গৈছিলোঁ। বৰগোহাঞিৰ সেই প্ৰথম সমুদ্ৰ দৰ্শন। তেওঁৰ সমুদ্ৰ দেখি মনলৈ আহিছিল বাইৰণৰ এই কবিতা ফাঁকি-'Roll on, thou deep and dark blue ocean, roll on...।' মই আগতে তিনিবাৰ সমুদ্ৰ দেখিছোঁ - তাৰে এবাৰ মাত্ৰ কেইদিনমান আগতে, সেইবাবে মোৰ বাবে সমুদ্ৰ দৰ্শনত নতুনত্বৰ চমক নাছিল। কিন্তু আগতে কেৱল পুৰীৰ সমুদ্ৰ দেখাৰ বাবেই দীঘাৰ সমুদ্ৰ অইন ধৰণে ভাল লাগিছিল। দীঘাত ঝাউবনৰ জোপোহাই সমুদ্ৰপাৰক বিশেষ এক সৌন্দৰ্য প্ৰদান কৰিছে, পুৰীতভো কোনো ঝাউবন নাই, পুৰীৰ সমুদ্ৰৰ প্ৰধান আকৰ্ষণ হ'ল তাৰ বিৰাট বিৰাট ঢৌ'। আমি সৈকতাবাস নামৰ পশ্চিমবংগ চৰকাৰৰ সমুদ্ৰপাৰৰ টুৰিষ্ট হোটেলটোত আছিলোঁ। ষীট বেষ্ট মাত্ৰ তেৰ টকা, সমুদ্ৰ পাৰতে হোটেলটো। আমাৰ কোঠালীটোৰ সংলগ্ন নিজস্ব বেলকনিত সমুদ্ৰৰ ঢৌ চাই চাই আমি বাতি'ৰহত পৰলৈ বহি থাকিছিলোঁ। সাগৰৰ ঢৌত বোলে কছকবাছো থাকে (শুনা কথা), সেয়ে বোধহয় ঢৌবোৰৰ কলা ফেনবোৰ ৰূপালী বৰণ সানি চিক্‌মিকাই উঠে। বাতি সাৰ পাই উঠি সমুদ্ৰৰ গৰ্জন শুনিলে কেনে যে লাগে, কবি দেবকান্তৰ কবিতা অনুকৰণ কৰি সুধিবৰ মন যায়- 'মাজ নিশা সাৰ পাই শুনিছানে কেতিয়াবা সমুদ্ৰৰ অক্লান্ত গৰ্জন?'

সৈকতাবাসৰ একতলাত কেন্টিনটো। সঁজাতে বেছ ভাল খোৱা দিছিল, মাছ তৰকাৰীৰ পৰিমাণ প্ৰচুৰ। সমুদ্ৰৰ বতাহে বৰ্দ্ধিত কৰা বৰগোহাঞিৰ ক্ষুধা তৃপ্তিৰেই

নিবৃত্ত হৈছিল । ইকালে হোটেলটোও আছিল খুব চাফ-চিকুণ । সকলো মিলি আমাৰ সেইবাৰৰ দীঘা যাত্ৰা খুব সুখকৰ হৈছিল ।

কলিকতালৈ উভতি আহি গম পালোঁ যে দুই পুত্ৰ আৰু মা খুব সুখতেই আছে। সিহঁতক ইতিমধ্যে চিৰিয়াখানা দেখুওৱা হৈছে । আমাৰ অবৰ্তমানত কাকীমাহঁতে পুত্ৰহঁতক কিমান যত্নত ৰাখিছিল তাৰ প্ৰমাণ পোৱা যাব আমি দীঘাৰ পৰা উভতি অহাৰ পিছত সৰু পুত্ৰ প্ৰদীপ্তই কোৱা এই কথাষাৰত ( তেতিয়া তাৰ বয়স হৈছিল সাত) - 'মা, আমি ৰাজপুত্ৰ নেকি যে আমাক কাকীমা'হঁ ইমান যত্ন কৰিছে ? তেওঁ মোক ৰ'দত তেল ঘঁহি গা ধুৱায়ো দিছে ।' এই প্ৰদীপ্তৰে যোৱা ১৯৯১ চনৰ ২৬ জুলাইৰ দিনা আমেৰিকাৰ পৰা দিয়া এখন চিঠিৰ দুটা বাক্যও এই প্ৰসংগতে উদ্ধৃত কৰি দিলোঁ। কাকীমাহঁতৰ কিবা এটা খবৰ তালৈ লেখাত সি মোক উত্তৰত লিখিছিল- '১৯৬৯ চনত তেওঁলোকৰ ঘৰত অতিবাহিত হোৱা সেই সময়ছোৱা মোৰ জীৱনৰ মধুৰতম অধ্যায়বোৰৰ এটা, ঠিক সেইবাবেই তেওঁলোকৰ তালৈ উভতি যাবৰ মন নেযায় । কিছু ক্ষেত্ৰত স্মৃতি সংৰক্ষণ কৰি ৰখাটো আৱশ্যকীয় ।....'

ইয়াৰ পিছত আমি গৈ দুদিন মঞ্জুহঁতৰ ঘৰত আছিলোঁ । এই প্ৰসংগত আগতেই উল্লেখ কৰি আহিছোঁ। কমলেশ-মঞ্জুৰ লগত পৰিচয় হোৱাৰ পিছত বৰগোহাঞি তেওঁলোকৰ লগত ইমানেই আপোন হৈ পৰিছিল যে কমলেশে আমাক খুৱাবলৈ লেক্ মাৰ্কেটৰ পৰা অনা প্ৰকাণ্ড মাছটো মঞ্জুক বৰগোহাঞেহে ছুৰীৰেই কাটি দিছিল (ডকুৱাখনাৰ মাছৰ উভেনদীৰ মাজত শৈশৱ- কৈশোৰ কটাই অহা বৰগোহাঞি মাছ বছাত অতি সিদ্ধহস্ত ) । মঞ্জুহঁত অবাক হৈ গৈছিল- বৰগোহাঞিৰ সেই বিশেষ গুণটোতো আৰু ছুৰীৰে মাছ বছা কাৰ্যত । বাঙালীসকলে সকলো কটাকুটা দৈদাৰেই কৰে । যি হওক, মঞ্জুৱে সেই বিশেষ ছুৰীখন আজিও সযতনে থৈ দিছে। অলপতে মোক উলিয়াই দেখুৱালেও। তাৰ পিছত মই পুনৰাই কাকীমাহঁতৰ ঘৰলৈ উভতি আহিলোঁ আৰু এইবাৰ বেলৰ অতি কষ্টকৰ ভ্ৰমণ এটাৰ পিছত গুৱাহাটী পাইছিলোহি । তেতিয়া ফাৰাক্কাৰ দলং হোৱা নাই । গতিকে মাৰ নাৱেৰে পাৰহৈ সুদীৰ্ঘ পথ এছোৱা খোজ কাঢ়ি গৈ ট্ৰেইনত উঠিব লাগে । মা কিন্তু আমাৰ লগত উভতি অহা নাছিল । তেওঁক কাকীমাহঁতে আৰু কিছুদিন ৰাখি থৈছিল আৰু পিছত প্লেনেৰে পঠাই দিছিল ।

কাকীমাহঁতৰ লগত বৰগোহাঞিৰ এতিয়া আৰু কোনো সম্পৰ্ক নাই । কিন্তু কাকীমাহঁত সকলোৱে অতি আগ্ৰহেৰে তেওঁৰ খবৰ লয় আৰু পুৰণি স্মৃতি ৰোমন্থন কৰে । অৱশ্যে তেওঁলোকে 'আজকাল'ৰ মাধ্যমে লেখাৰ যোগেদিয়েই বৰগোহাঞিক লগ পাই থাকিছিল । বৰগোহাঞিয়ে অৱশ্যে মঞ্জুহঁতক লগ পাইছে । ১৯৯০ চনত কলিকতালৈ আহোঁতে মঞ্জুহঁতক এবাৰ দেখা কৰি গৈছে ।

# ২৮

হোষ্টেললৈ গৈ প্ৰথম অৱস্থাত মোৰ অৱশ্যে নানা কাৰণত খুবেই অসহ্য লাগিছিল। কোঠালীত প্ৰাইভেচিৰ অভাৱ, বিবেকানন্দ ৰোড ব্যস্ত ৰাস্তা - ৰাস্তাত অনবৰত চলা বাহনবোৰৰ বহুত ৰাতিলৈ হোৱা কৰ্কশ শব্দই প্ৰথম অৱস্থাত পঢ়াত ব্যাঘাত ঘটোৱাৰ লগতে ৰাতিৰ নিদ্ৰাও ভংগ কৰিছিল। এনেয়েতো মূৰৰ ওপৰত বহুত পৰ লাইট জ্বলি থকা বাবে টোপনি আহিবই নোখোজে, তাতে ৰাতি ৰাৰটা মানলৈ চলি থকা বাহন কাণ ফটোৱা এই শব্দ ! কিন্তু আন এক যি শব্দই হোষ্টেলত থকা প্ৰথম দিনবোৰত ৰাতি লেপৰ তলতো মোৰ ঘাম উলিয়াই দিছিল তাৰ আগত এই বাহন শব্দ—বাংলাৰ প্ৰবচন এটাকে ধাৰ কৰি ক'ব পাৰোঁ —' সেতো নস্যি !' প্ৰথমৰ ৰাতিবোৰ 'বল হৰি বল' আৰু 'ৰাম নাম সত্য হ্যায়' ধ্বনি বহুত পৰলৈ শুনি থাকি থাকিয়ে মোৰ এনে শোচনীয় অৱস্থা হৈছিল । জীৱনৰ সেই বয়সলৈকে মই মৃতদেহ দেখা নাছিলোঁ , আমাৰ গুৱাহাটীৰ ৰাস্তাবোৰত কাচিৎহে শ্মশানলৈ মৃতদেহ কঢ়িয়াই নিয়া দেখিছিলোঁ, কেতিয়াবা দেখিলেও সেইফালে নাচাইছিলোঁ । সকলোতকৈ ডাঙৰ কথা – আমাৰ শ্মশান যাত্ৰীসকলে নীৰৱে শ্মশানলৈ যায় । কিন্তু কলিকতাত মৃতদেহ কঢ়িয়াই নিয়ে উপৰোক্ত শব্দবোৰ বিকৃতভাৱে ডিঙি ফালি চিঞৰি চিঞৰি । গঙ্গাৰ কেওড়াতলা শ্মশান ঘাটলৈ যোৱা বিবেকানন্দ ৰোড ৰোলে এক প্ৰবীণ ৰাস্তা — সেয়ে দিন-ৰাতি অজস্ৰ শ্মশানযাত্ৰী ( কলিকতাত কত মানুহ ) 'বল হৰি বল' চিঞৰি সেই ৰাস্তাৰে গৈয়ে থাকে আৰু মাজ আৰু শেষ নিশাৰ নিস্তব্ধতাত সেই ভয়ংকৰ চিঞৰৰ ৰেশ শেষ নোহোৱালৈকে মই দুই কাণত আঙুলি হেঁচা মাৰি ধৰি লেপৰ তলত ঘামি থাকোঁ । তাৰ পিছত লাহে লাহে সেই কথাও সহজ আৰু সহনীয় হৈ গ'ল , লেপৰ উমৰ নিশ্চিন্ত নিদ্ৰাৰ আৰাম সেই চিঞৰে আৰু ব্যাঘাত ঘটাব নোৱাৰা হ'ল। মানুহ সঁচায়ে অৱস্থাৰ দাস, অৱশ্যে প্ৰতিকাৰহীন অৱস্থাৰ ।

আমাৰ বেছিভাগ ছোৱালীয়ে হোষ্টেলৰ খাদ্য বেয়া পাইছিল যদিও মোৰ মাবে পুৰাৰ কয়লাৰ চুলাত সেকা পাউৰুটি আৰু চাহৰ ব্ৰেক্‌ফাষ্টৰ বাহিৰে দুবেলাৰ ভাত -আঞ্জা সময়ে সময়ে ঘৰতকৈয়ো ভাল লাগিছিল। বাঙালী জাতি খাদ্য ৰসিক জাতি। এই বিষয়ে কাকীমাইতৰ ঘৰৰ খাদ্যৰ প্ৰসংগত বহুত কিবা কিবিয়ে লিখিছিলোঁ । গতিকে হোষ্টেল হ'লেও বাঙালীৰ হোষ্টেল, খোৱাৰ এটা নিৰ্দিষ্ট মান থাকিবলৈ বাধ্যই। মই ছাত্ৰীবাৰী হোষ্টেলত থকা সময়তে মাছ খাবলৈ আৰম্ভ কৰিছিলোঁ, একেবাৰে সকতে আমাক গান্ধীবাদী পিতাই নিৰামিষাহাৰী কৰাৰ পিছত সেই হোষ্টেলত মাছ খাবলৈ আৰম্ভ

কৰাৰ কাৰণ আছিল নিৰামিষৰ নামত যি অখাদ্য ভাইল-আঞ্জা দিয়া হৈছিল তাৰে মোৰ পেটটো কোনোমতে ভাত সোমাব নুখুজিছিল। কিন্তু কলিকতাৰ হোটেলত নিৰামিষ আঞ্জাবোৰ আছিল অতি তৃপ্তিদায়ক। ছোৱালীবোৰৰ ভিতৰৰে একোজনীক এমাহৰ বাবে মেছ মেনেজাৰ কৰি দিয়া হৈছিল, তাই সপ্তাহটোৰ দুয়ো বেলা মেনু ঠিক কৰি দিছিল আৰু বজাৰৰ হিচাপ লয়। নিকদি নামৰ ছিয়ে পৰিপাটিকৈ তৰকাৰী কাটি দিয়ে, মেচিনৰ দ্রুততাৰে নিকদিৰ হাত চলে, কুৰি ভজাৰ বাবে আলুবোৰ আমাৰ ফুলবছা কাঠিৰ সমান মিহিকৈ কি দ্রুতভাবে যে নিকদিয়ে মৈদাৰে কাটে — চাঁয়ে ভাল লাগে। ঠিকমতে বজাৰ কৰি আনিছেনে নাই, ঠিকভাৱে, ঠিক সময়ত পাছলি কটা শেষ হৈছে নে নাই - এইবোৰ চকু দিয়ে মেট্ৰোন বনদিয়ে। মেনু তৈয়াৰ কৰা হয় বিবিধ প্ৰকাৰৰ, একেধৰণৰ তৰকাৰী সপ্তাহটোত দ্বিতীয় বাৰ খাব নালাগে। আজি যদি দুপৰীয়া বড়ি দিয়া সানমিহলি শাক-পাছলিৰ তৰকাৰী খালোঁ, ৰাতি খাবলৈ পাম — ধৰক, মোচাৰ ঘণ্টা অৰ্থাৎ কলডিলৰ তৰকাৰী। লাউ -চিংড়ি, ধোঁকাৰ তৰকাৰী,ইলিছ মাছৰ মূৰৰ কচুৰ ঘণ্টা, নিম - বেগুন,পুঁই চৰ্চৰি, শুক্তো'—ঘৰত কোনোদিন নোখোৱা জুতি লগা বহুত তৰকাৰীয়ে কলিকতাৰ হোটেলত খালোঁ। তদুপৰি বতৰৰ টেঙা ফল অনুযায়ী টক্ অৰ্থাৎ মিঠা অম্বল থাকিব — আম, অমৰা, জলফাই, বগৰী - হৰেক ৰকমৰ টক্ খাবলৈ পাইছিলোঁ। ৰান্ধনীজন উৰিষ্যাৰ—'উড়ে ঠাকুৰ'- অতি জুতি লগাকৈ ৰান্ধিবলৈ জানিছিল। অতি মৰমীয়ালো, মুখত সদায় সস্নেহ হাঁহি, সুধি সুধি খুৱায়। সাধাৰণতে ভাইল, সিদ্ধ চাউলৰ ভাত, এখন তৰকাৰী আৰু মাছৰ জোল ( ঝাল, ঝোল, চৰ্চৰি) — এয়ে হ'ল দুবেলাৰ মেনু। কেতিয়াবা লগত চালাড আৰু বিবিধ ভজা থাকে। আমি মেছ ডিউজ দিব লাগিছিল ত্রিশ টকাকৈ। ছোৱালীয়ে হিচাপ কৰি মেছ চলোৱাৰ বাবে মাহৰ শেষত সদায় উদ্বৃত্ত থাকি যায় আৰু ফলত এটা 'ফিষ্ট' দিয়া হয়। সিদিনা একেবাৰে ইলাহি কাৰবাৰ। সদায় থকা মেনুৰ লগতে থাকিব অতিৰিক্ত এবিধ মাছ বা মাংস,মিঠা দই,টক্ প্ৰস্তুত কৰা হ'ব ৰাজকীয়ভাৱে — খোৰানি, খেজুৰ ,কিচ্‌মিচ্ আদি মিহলাই। তাৰ পিছত মধুৰেণ সমাপয়েৎ একোখন মিঠা পাণেৰে। তেনে 'ভুৰিভোজন'ৰ পিছত (তুলনামূলক ভাবে) ছোৱালীবোৰে সাধাৰণতে ছাদৰ ওপৰত অলপ ঘূৰা-পকা কৰে — সহজে হজম হ'বলৈ। মধুৰে মৰে নিজকে অতি বেছি 'কালচাৰ্ড' বুলি ভবা অহমিকাবোধেৰে ছাদৰ এপিনে থিয় হৈ থাকি মন্তব্য কৰোঁ — কি 'ভালগাৰ্' !

কলিকতাৰ ছাদ বস্তুটো তেতিয়াৰ দিনত এক মধুৰ বস্তু— মই আগতেও জ্যাঠামশাইহঁতৰ ছাদৰ কথা লেখিছোঁ। ঘৰবোৰত কম্পাউণ্ড নাই যেতিয়া ছাদেই তাৰে অভাৱ পূৰণ কৰে। তদুপৰি আৰবেলিৰ পৰা সমুদ্ৰৰ বতাহ আহি তপ্ত কলিকতা মহানগৰী জুৰ পেলাই দিয়ে—যাৰ মাধুৰ্য ছাদত অনুভূত হয় সকলোতকৈ বেছিকৈ।

অতি আচৰিত কথা যে আমাৰ হোষ্টেলত কোনো ফেন নাছিল। লাইটৰ আৰু ছীট ভাড়া ধৰি আমি খোৱাৰ বাবে ৩০ টকাৰ বাহিৰেও আৰু ১০ টকাকৈ দিব লাগিছিল- অৰ্থাৎ ১৯৫২-৫৪ চনত আমি হোষ্টেলৰ থকা-খোৱাৰ বাবে দিব লাগিছিল ৪০ টকাকৈ। সৰহভাগ ছোৱালীৰে ঘৰৰ পৰা ৭০/৮০ টকাৰ মণিঅৰ্ডাৰ আহে, তাৰেই সুন্দৰভাৱে চলাই দিয়ে। মোৰ, তুলতুলৰ, অঞ্জলিৰ আৰু কাচিৎ দুই - এজনৰ ১০০ টকাকৈ ঘৰৰ পৰা টকা আহে – মাহৰ শেষত কিন্তু তথাপিও টানাটানি লাগি যায়! মোক ছোৱালীবোৰে কয়– এতিয়া মা-দেউতাৰৰ টকা বুলিয়ে এনেকৈ উৰাইছা, পিছত যেতিয়া নিজৰ সংসাৰ হ'ব–কিমান উকৰা দেখিম নহয়!...... মোৰ ধাৰণা অসমীয়া মধ্যবিত্ততকৈ বাঙালী মধ্যবিত্ত অলপ বেছি হিচাপী, কলিকতাত এতিয়া থকাৰ অভিজ্ঞতাৰ পৰা মোৰ সেই ধাৰণা আৰু দৃঢ় হৈছে। কিন্তু তেনেকৈ হিচাপ কৰি চলে বাবেই বোধহয় বাঙালী মানুহে গড় হিচাপে আমাতকৈ বেছিকৈ কিতাপ-পত্ৰ কিনি পঢ়ে, দেশ ভ্ৰমণলৈ যায় আৰু খোৱা-লোৱাত বেছি খৰচ কৰে– খায়ো, খুৱায়ো।

হোষ্টেলৰ ফেনৰ বতাহৰ অভাৱত আমি বিশ্ববিদ্যালয়ৰ পৰা আহি বেছিভাগেই গৈ ছাদত জমা হওঁ আৰ দক্ষিণৰ জুৰ পেলোৱা বতাহেৰে সমগ্ৰ দিনৰ ক্লান্তি অপনোদন কৰোঁ।'ও দখিন হাওয়া, ও পথিক হাওয়া, দোদুল দোলায় যাও দুলিয়ে, দখিন হাওয়া'- কণিকা বন্দোপাধ্যায়ে গোৱা মোৰ এইটো এটা প্ৰিয় ৰবীন্দ্ৰ সংগীত, কলিকতাৰ দক্ষিণৰ সাগৰীয় জুৰ পেলোৱা বতাহৰ উল্লেখ এনেকুৱা বহুত গান, বহুত কবিতাত কিয় থাকে তাক হোষ্টেলৰ ছাদত ঘূৰি ফুৰিয়ে ভালকৈ উপলব্ধি কৰিছিলোঁ। সেই ছাদত গধূলিৰ নিৰ্জনতাত কমৰ পৰা ওলাই গৈ (তপতীৰ বন্ধু আহি কথা পাতি থকা সময়ত বা কমত গৰম অসহ্য হ'লে) মই মঞ্জুৰে ছাদলৈ যাওঁ আৰু মনৰ কথা পাতোঁ। মঞ্জু সাহিত্যৰ ছাত্ৰীয়েই নহয়, সাহিত্যত খুব ৰাপ থকা ছোৱালীও। স্বাভাৱিকতে ৰবীন্দ্ৰনাথৰ কবিতাও খুব মুখস্থ আছিল–গতিকে কেতিয়াবা দুয়ো ছাদৰ ওপৰত ঘূৰি ঘূৰি ৰবীন্দ্ৰনাথৰ বলাকা, শাহজাহান আদি কবিতা আবৃত্তিও কৰিছিলোঁ। ছাদত বহুত সময় অৱধাৰিতভাৱেই আন এক বন্ধুৰ লগতো মোৰ সময় কাটি গৈছিল। সেই বন্ধু আছিল তুলতুল। সৰোজ মানে আন এজনী অসমীয়া ছোৱালী আছিল। পঢ়াশুনা বিষয়ত অতি বেছি ছিৰিয়াছ, গতিকে আড্ডা আদিৰ দৰে বাজে কথাত তেওঁ সময় নষ্ট নকৰিছিল। অঞ্জলি ফুকনৰ লগত ছাত্ৰীবাৰী হোষ্টেলত মোৰ এসময়ত খুবেই হৃদ্যতা থাকিলেও কলিকতাত তেওঁৰ নিজৰ বিশেষ এক চাৰ্কোল গঢ়ি উঠাত আগৰ দৰে বন্ধুত্ব নাছিল। তথাপি আন অসমীয়া ছোৱালীবোৰতকৈ তেতিয়াও তেওঁৰ লগত মোৰ ঘনিষ্ঠতা আছিল আৰু তেওঁ মোক নিজ হৃদয়ৰ গোপন কথাবো ভাগ দিছিল।

সদায় সন্ধিয়া বিহাৰী চকীদাৰে কমে কমে গৈ আমাৰ চিঠি-পত্ৰবোৰ বিলাই দিছিল। লেটাৰ বক্সটো তলা বন্ধ থাকে, সেয়ে আমি নিজে চিঠি উলিয়াই ল'ব নোৱাৰোঁ। পোষ্ট

গ্ৰেজুৱেট ছোৱালীৰ প্ৰতি ই এক অপমানজনক ব্যৱস্থা আছিল। ছুপাৰক গৈ চকীদাৰে চিঠিবোৰ দিয়ে আৰু ছুপাৰে সেইবোৰ লুটিয়াই বণবাই চাই কমে কমে পঠিয়াই দিয়ে —ভাগ্যে যে খুলি চেন্সৰ নকৰে!

হোষ্টেলত চিঠিৰ বাবে অধীৰ আগ্ৰহেৰে বহুত ছোৱালীয়ে যেনেকৈ দুৱাৰৰ পিনে চাই থাকে, চাতক পক্ষীয়েও বোধহয় মেঘলৈ তেনে সতৃষ্ণ নয়নেৰে চাই নাথাকে! বিশেষকৈ যিবোৰ ছোৱালীৰ দূৰ-দূৰণিত প্ৰেমিক আছে, সেইবোৰ ছোৱালীৰ সন্ধিয়াৰ সেই বিশেষ সময়খিনিৰ হৃদয়ৰ দুক দুক কম্পন, অপেক্ষাৰ অধীৰতা সেই কাঠখোট্টা বিহাৰী চকীদাৰৰূপী মেঘদূতে বা কিয়েই অনুভব কৰিব পাৰিছিল !

পঞ্চম বার্ষিকত পঢ়ি থকোতেই বোধহয়, সোণৰ আকৌ অসুখ আৰম্ভ হৈ গৈছিল। হাস্পতাললৈ গৈ কিছুদিন তাত থাকি চিকিৎসা কৰে (যতদূৰ জানো তেওঁৰ ৰক্তহীন শৰীৰটোত তেজ সুমুৱাই দি একধৰণৰ চিকিৎসা কৰা হৈছিল)। বিশ্ববিদ্যালয়ৰ ওচৰতে কলিকতা মেডিকেল কলেজ, তেওঁ অকলেই গৈ তাত ভৰ্তি হৈ লৈ তেজ লৈ কিছুদিনৰ বাবে নিৰাময় হৈ আকৌ ক্লাচ কৰেহি। মৃত্যুৰ বিৰুদ্ধে, জীৱনৰ হকে অসীম সাহসেৰে তেনেকৈ যুঁজা মানুহ মই কমেই লগ পাইছোঁ। জীৱনক প্ৰাণপণ আকোঁৱালি ধৰাৰ চেষ্টাতে বোধহয় তেওঁ সেই সময়ত মোৰ প্ৰতি দুৰ্বলতা প্ৰকাশ কৰিবলৈ ধৰিছিল আৰু দুখ আৰু পুতৌৰে মোৰ অন্তৰ ভৰি গৈছিল। আগতেই মোৰ তেওঁৰ প্ৰতি কোনো দুৰ্বলতা নাছিল, এতিয়া মৃত্যুপথযাত্ৰী কংকালসাৰ সেই ল'ৰাটোৰ প্ৰতি মোৰ কেনো আকৰ্ষণ জগাৰ প্ৰশ্নই উঠা নাছিল, কিন্তু তেওঁৰ আকুলতা দেখি মৃত্যুপথ যাত্ৰীৰ এই পৃথিৱীত শেষ কামনা বুলি মই এবাৰ গাল পাতি চুমা এটা খাব দিছিলো যদিও মোৰ গা শিয়ঁৰি উঠিছিল, মই কোঁচ খাই গৈছিলো। অথচ মই পিছত এই বদনামো শুনিব লগা হৈছিলোঁ যে মৃত্যুৰে প্ৰতি মুহূৰ্তে হাত বাউলি দি থকা ল'ৰাটোৰ লগত মই হেনো 'অশালীন' সম্পৰ্ক পাতিছিলোঁ। দুদিন পিছতে যাৰ মৃত্যু হ'ব, তাৰ লগত প্ৰেমহীন হৃদয় লৈ যি প্ৰেমৰ খেলা খেলিব পাৰে, বা তেনে ব্যক্তিৰ প্ৰতি দৈহিকভাৱে আকৰ্ষিত হ'ব পাৰে, তেনে ছোৱালীৰ নিশ্চয় যৌন-বিকৃতি থাকিব লাগিব। এনে বদনাম শুনাৰ পিছত মোৰ তেতিয়াৰ তীব্ৰ অনুভূতিসম্পন্ন মনটোক খুব আঘাত দিছিল। লগতে এই কথাও ভাবিছিলোঁ যে আমাৰ পুৰুষ প্ৰধান সমাজত ছোৱালীৰ কিমান সহজে বদনাম হয়, সেই সমাজ ছোৱালীৰ চৰিত্ৰ বিচাৰ কৰাৰ ক্ষেত্ৰত কিমান কঠোৰ হয়! অথচ ল'ৰাবোৰৰ যৌৱন প্ৰাপ্তিৰ পিছৰে পৰাই তেনে শত সহস্ৰ 'কাৰবাৰ' থাকিলেও ধৰ্তব্য নহয়। অৱশ্যে এইবোৰ আমাৰ দিনৰ মূল্যবোধ। এতিয়া যিবোৰ দেখিছোঁ-শুনিছো তাৰ পৰা ধাৰণা হৈছে যে আমাৰ চহৰীয়া মধ্যবিত্ত সমাজৰ ছোৱালীবোৰে এই বিষয়ত যথেষ্ট 'স্বাধীনতা' লাভ কৰিছে বা লৈছে।

সি যি কি নহওক, শেষত সোণৰ শৰীৰে আৰু তেজ ল'ব নোৱাৰা হ'ল। তাৰপিছত এদিন তেওঁৰ কলিকতা মেডিকেল কলেজ হাস্পতালতে মৃত্যু হ'ল। দেউতাকে তেওঁক কলিকতাৰ শ্মশানতে দাহ কৰি থৈ গ'ল। মনত পৰম আশা লৈ কলিকতা বিশ্ববিদ্যালয়লৈ উচ্চ শিক্ষা ল'বলৈ অহা ল'ৰাটোৰ সকলো উচ্চাকাংখা, কামনা-বাসনা কলিকতাতে এমুঠি ছাই হৈ পৰি ৰ'ল।

জীৱনৰ চাক্ষুষ অভিজ্ঞতাৰ নানা ঘটনাই আজিকালি মোকো বাৰে বাৰে সেই গতানুগতিক প্ৰশ্নটোৰ সন্মুখীন কৰায়– এই পৃথিৱীত কিছুমান মানুহে কিয় ইমান দুখ ভোগ কৰে ? তাৰমানে সঁচায়ে পূৰ্বজন্মৰ কৰ্মফল বোলা কিবা এটা কথাই আছে নেকি ? বহুত মানুহে এই কৰ্মফলৰ কথাৰে বহুত দুখকষ্টৰ মাজতো সান্ত্বনা লাভ কৰে যদিও আমি সংশয়বাদী মানুহবোৰে সদুত্তৰ বিচাৰি হাবাথুৰি খাই মৰোঁ । এই সোণইঁতৰ পৰিয়ালটোৰ ট্ৰেজেডিও আন এক কাহিনী যি বহুত সময়ত মোক এই প্ৰশ্নৰ সন্মুখীন কৰায় ।·সোণইঁত আছিল ছয় ভাই আৰু দুই বাই-ভনীৰ এক অতি উজ্বল ভৱিষ্যতৰ সম্ভাৱনাপূৰ্ণ পৰিয়াল । প্ৰত্যেকটো ল'ৰা -ছোৱালীয়েই মেধাৱী, ভদ্ৰ আৰু লগতে সুন্দৰ চেহেৰাবো অধিকাৰী । সোণৰ কথা কৈছোঁৱেই, তাৰ পিছত হ'ল মৃগেন, গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অংকত প্ৰথম শ্ৰেণীৰ এম, এ পাছ কৰি বিশ্ববিদ্যালয়ৰে অধ্যাপক হৈছিল। এই সময়ত কন্যাৰেক সোণ আৰু জীয়াই থকা নাছিল। ইতিমধ্যে তেওঁৰ বিয়াৰ কথা চলাত ঘৰভাৰী ল'ৰাটোৱে ঘৰত একো নকৈ আমাৰ পিতাকে আহি বিশ্ববিদ্যালয়ৰ বাহৰত আহোঁতে-যাওঁতে দেখা একজনী ছাত্ৰীৰ চাল-চলন , আচাৰ-ব্যৱহাৰে তেওঁক মুগ্ধ কৰাৰ কথা কৈ সেই ছোৱালীজনীকে যে বিয়া কৰোৱাৰ মন সেই কথা কৈছিল। আমাৰ পিতাই সেই মৰ্মেই তেওঁৰ অভিভাৱক সকলক কোৱাত তেওঁলোকে ছোৱালীজনী ধোবাৰ বংশ বুলি আপত্তি কৰি সেই বিয়াত সন্মতি নিদিলে। তাৰ পিছতে মৃগেনে উচ্চশিক্ষাৰ সুবিধা পোৱাত প্ৰেজিডেন্ট ইউনিয়নলৈ ডক্টৰেট কৰিবলৈ গুচি গৈছিল আৰু তাত বাহিৰাল ছোৱালী এজনীক বিয়া কৰাইছিল। মোৰ এতিয়াও মনত পৰে– মৃগেনে পছন্দ কৰা ছোৱালীজনীৰ জাতৰ আপত্তি তুলি তেওঁৰ লগত বিয়া পাতি নিদিয়াত অসন্তুষ্ট হোৱা মায়ে সেই খবৰ শুনি তিনিয়েকক এইদৰে কৈ মনৰ জ্বালা পুৰাইছিলঃ " বাপা, ,এজনীকতো ধোবাৰ বংশ বুলিয়েই আপত্তি কৰিছিলা , এতিয়া যে গৰু খোৱা 'খ্ৰীষ্টান'কে বোৱাৰী পালা, এতিয়া পিছে কি কৰা ?......." মৃগেনে দিল্লীৰ আই . আই. টি.ত অধ্যাপক হৈ চাকৰিত সোমাল , ইতিমধ্যে তেওঁৰ ছোৱালী এজনীবো জন্ম হৈছিল, কিন্তু পৰিয়ালৰ সৈতে তেওঁৰ আৰু সংসাৰ কৰা নহ'ল, দিল্লীলৈ অৱশ্যে ছোৱালীজনীক লৈ ঘৈণীয়েক এবাৰ আহিছিলও,কিন্তু কোনোৱে কয় দিল্লীৰ গৰম তেওঁলোকৰ সহ্য নহ'ল, কোনোৱে কয় ঘৈণীয়েক বেলেগিণা বাবে বাহিৰা এৰি অহা সম্ভৱ নহয় । ইয়াৰ মাজতে মৃগেন ইৰাকলৈ গৈ চাকৰি কৰা বুলিও শুনিছিলোঁ – মোৰ লগত শেষৰ বহু বছৰেই আৰু তেওঁৰ লগত দেখা হোৱা নাছিল, গুৱাহাটীলৈ তথা ঘৰলৈ আহিবলৈ তেওঁ বাদেই দিছিল । তেওঁৰ শেষ খবৰ শুনিছিলো ১৯৮৭ চনত দিল্লীত। তেতিয়া শ্ৰীবিপিন পাল দাস এম.পি. । সেই সময়ত ময়ো বৰপুত্ৰৰ কৰ্মস্থল দিল্লীৰ বাসিন্দা । এদিন শ্ৰীদাসৰ ঘৰলৈ যাওঁতে মোক মৰ্মান্তিক খবৰটো শুনালে–ছিমলাৰ আগৰ বৰলাটৰ যি আমাৰ পেলেহেক বৰ্তমান

এড্ভাঞ্চ ষ্টাডিজৰ ইনষ্টিটিউটলৈ পৰিবৰ্তিত কৰা হৈছে মৃগেন তালৈ ফেল'শিপ লৈ গৈছিল। কেইদিনমান আগতে সেই ইনষ্টিটিউটৰ সমুখতে ট্ৰ'ক হৈ হেনো তেওঁ বাগৰি পৰিল আৰু থিতাতে মৃত্যু হ'ল।

মহন্ত পৰিয়ালৰ তৃতীয় পুত্ৰ ৰোহিনী মহন্ত। আন এক অতি মেধাৱী সন্তান। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজীৰ ভাষাবিজ্ঞানত এম.এ পাছ কৰি কিছুদিন কটনত চাকৰি কৰি পিছত ইংলণ্ডৰ পৰা ডক্টৰেট কৰি আহি বৰ্তমান সেই বিভাগৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ মুৰব্বী অধ্যাপক। শিক্ষিত- অশিক্ষিত সকলোৰে লগত সৰলভাৱে মিলামিছা কৰা এই নিৰহংকাৰী মানুহজন অসুস্থ ব্যক্তি, কেইবছৰমান আগতে তেওঁৰ হাৰ্টৰ বাইপাছ চাৰ্জাৰি হৈছে। এওঁৰ পত্নী কটনৰ অৰ্থনীতি বিভাগৰ মুৰব্বী অধ্যাপিকা তৃষ্ণা মহন্ত।

কবি চন্দ্ৰ মহন্তৰ চতুৰ্থ পুত্ৰ প্ৰদীপ মহন্ত, তেনে এক সন্তানেই বংশৰ প্ৰদীপ জ্বলাই ৰখাৰ বাবে যথেষ্ট। বিশ্ববিদ্যালয়ত টপ কৰা ছাত্ৰ প্ৰদীপ,সৰল আৰু সদাহাস্যময় মুখৰ প্ৰদীপ আই.পি. এছ. অফিচাৰ হৈছিল, বিয়া কৰাইছিল ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ভূতপূৰ্ব উপাচাৰ্য শ্ৰীজিতেন্দ্ৰ নাথ দাসৰ দুই কন্যাৰ দ্বিতীয়া কন্যাক। বিয়াৰ সাত বছৰৰ পিছত প্ৰদীপ তেতিয়া দিল্লীত, পত্নীৰ লগত অকলশৰীয়া মৃগেনৰ লগত মৃগেনৰ কোৱাৰ্টাৰত থাকে, আক্ৰান্ত হৈছিল ব্লাড কেন্সাৰত, মৃত্যু হ'ল ককায়েকৰ লগত থকা সময়তে, দিল্লীত। এই প্ৰসংগতে আৰু এক দুৰ্ভগীয়া মানুহৰ কথাও ক'বলগীয়া হ'ল। জিতেন্দ্ৰ নাথ দাস ডাঙৰীয়া। তেওঁৰ দুই কন্যাৰ ভিতৰত প্ৰথমা কন্যাৰ বিয়া হৈছিল মোৰ এজন ভাইৰ লগত, তেওঁৰ মৃত্যু হৈছিল সন্তান প্ৰসৱৰ সময়ত, এতিয়া তেওঁৰ বাকীজনী ছোৱালীও অকালতে বিধবা হ'ল।

মহন্ত পৰিয়ালৰ চতুৰ্থ পুত্ৰ অৰুণ মহন্ত। এওঁ বাকী কেইজনৰ দৰে মেধাৱী, ভদ্ৰ, নম্ৰ,হাঁহিমুখীয়া,সুন্দৰ চেহেৰাৰ ল'ৰা। অৰুণ আৰ্মিৰ কমিছনড্ অফিচাৰ, শুনিছিলো অতি কম বয়সতে আন এজনক ভেই গৈ তেওঁ মেজৰ হৈছিল। অৰুণে প্ৰেছিডেন্টছ্ গ'ল্ড মেডেলো পাইছিল। সেই সময়ত পশ্চিম বঙ্গ নক্সাল বিদ্ৰোহেৰে উত্তাল। অৰুণৰ দুই বায়েক,ডাঙৰ বায়েক বীণাপানীৰ সৰুতেই বিয়া হৈছিল ( যাৰ সন্তানসকলো একো একোটা বস্তু ), বাকী বায়েক কমলাৰ বিয়াৰ সময়ত (কমলায়ো কিজিয়ত ইংলণ্ডত ডক্টৰেট্ কৰি এতিয়া স্বামীৰ লগতআমেৰিকাত বসবাস কৰি আছে) অৰুণ ঘৰলৈ আহিছিল, কিন্তু ঘৰ আহি নাপালেই, হাওড়াৰ পৰাই ল'ৰাজন নিখোঁজ হৈ গ'ল। ককায়েক পুলিচ অফিচাৰ প্ৰদীপে বহুত চেষ্টা কৰিও অৰুণৰ সন্ধেদ উলিয়াব নোৱাৰিলে। শুনা যায় যে নক্সালপন্থীয়ে তেওঁক হত্যা কৰিলে।

মহন্তইতৰ কনিষ্ঠ পুত্ৰ নবীন মহন্ত, আন এক অতি মেধাৱী ল'ৰা ,বৰ্তমান

আমেৰিকাত ইঞ্জিনিয়াৰৰ চাকৰি কৰি আছে। এওঁ শ্ৰীবিপিনপাল দাসৰ জোঁৱায়েক। ৰবীনৰ লগতে বৰ্তমানআমেৰিকাত তেওঁৰ বৃদ্ধা মাক আছে। মই বোধহয় মোৰ এই স্মৃতিকথাৰ আৰম্ভণিতে এই গৰাকী মাতৃৰ কথা উল্লেখ কৰিছিলো। তেওঁ প্ৰথমতে হেৰুৱালে প্ৰথম পুত্ৰ সোণক, দ্বিতীয়তে পঞ্চম পুত্ৰ অৰুণক, তৃতীয়তে চতুৰ্থ পুত্ৰ প্ৰদীপক, শেষত দ্বিতীয় পুত্ৰ মৃণেনক। প্ৰদীপৰ মৃত্যুৰ পিছত তেওঁ মোৰ মাক কৈছিল যে তেওঁ 'কেইবাদিনো সমুখৰ বোৰপুখুৰীত জুবি মৰিবলৈ গৈয়ো মৰিব নোৱাৰি উভতি আহিছিল।

মহন্তইতৰ ঘৰখন এসময়ত আমাৰ অতি আপোন ঘৰ আছিল। সকৰে পৰাই। তাৰপিছত বৈবাহিক সূত্ৰেও সম্পৰ্ক ঘটিল। কবি মহন্তৰ মাক আৰু চিত্ৰমল্ল বৰুৱা বায়েক, ভায়েক। চিত্ৰমল্ল বৰুৱাৰে জীয়াৰী মোৰ বৌ। কিন্তু সেই বৈবাহিক সম্পৰ্কই নতুন কোনো আত্মীয়তা গঢ়া নাছিল, আমি এনেকৈয়ে আগৰে পৰা আপোন আছিলোঁ। তাৰ পিছত চকুৰ আগতে একো একোটা বস্তুৰ দৰে ল'ৰাক মহাকালৰ ধুমুহাত বাগৰি পৰা দেখিলোঁ। একেটা পৰিয়ালতে ইমানবোৰ ট্ৰেজেডি কোন বিধিৰ বিধানত ঘটিল? আকৌ মনলৈ সেই 'বুক অব্ জব'ৰ কাহিনীৰ জবৰ নিৰুপায় ভাগ্যৰ কথাকে মনলৈ আহে আৰু আকৌ মই ব্ৰাদাৰ্ছ কাৰামজভৰ এক ভাই আইভানৰ দৰেই কওঁ -If there is any kingdom of God, I will never accept it.....।

আচলতে পৃথিবীত ঘটি থকা নানা ঘটনাই জীৱনটোৰ এক অদ্ভুত অৰ্থহীনতা, এক utter meaninglessness ৰ উপলব্ধিকে কৰাব খোজে। ইয়াত এনে কিছুমান ট্ৰেজেডি অহৰহ ঘটি থাকে, যাৰ কোনো ধৰণৰ প্ৰতিকাৰ মাৰ্ক্সবাদেও কেতিয়াও কৰিব নোৱাৰিব .... আৰু বৰ্তমান পৃথিৱী ওলট-পালট কৰি দিয়া মাৰ্ক্সবাদীসকলৰ কথা নকলোৱেই বেনিবা, তেওঁলোকৰ যি ভূমিকাই আজি জনগণক মাৰ্ক্সবাদত আস্থা হেৰুৱাবলৈ শিকালে, তাকে দেখি বহুতো দুখৰ প্ৰতিকাৰৰ হাতিয়াৰ থকা বুলি ভবা এই মাৰ্ক্সবাদীসকলকে ক'বলৈ মন যায়- Physician, heal thyself........

প্ৰসংগৰ পৰা কিছু আঁতৰি অহা বাবে পাঠকৰ ওচৰত ক্ষমা বিচাৰিছোঁ।

কলিকতা বিশ্ববিদ্যালয়ত কিছুদিন ক্লাছ কৰাৰ পিছত মোৰ লাহে লাহে একধৰণৰ হীনমন্যতাৰ ভাব আহি গৈছিল। ইমান দিন গুৱাহাটীৰ কটন কলেজত পঢ়ি অহাৰ অভিজ্ঞতাৰে তাহানিতে স্কুলীয়া পাঠ্যপুথিত পঢ়া ৰচনা এখনৰ বাক্য এটাৰ সত্যতা কলিকতাত পঢ়াৰ পিছত ভালকৈ উপলব্ধি কৰিছিলোঁ - গৌৰৱ তুলনাৰ পৰা ওপজে। কটনত পঢ়া কালত নানা কাৰণত ইমানেই নাম-যশ হৈছিল যে এনেকি এবাৰ বহুত দিনৰ মূৰত তাৰ অধ্যাপক এজনক লগ পাওঁতে মোক কৈছিল - you were a famous girl in Cotton College। কিন্তু কলিকতাত আহি দেখিলোঁ যে আমি আচলতে এড়াই বৰণছ হৈ থকাৰ দৰে অসমত আছিলোঁ। এতিয়া সেই অসমৰ পৰা বাহিৰৰ বৃহত্তৰ পৃথিৱীলৈ ওলাই আহিলোঁ ,লগে লগেই নিজৰ মূল্য বুজি পালোঁ। ক্লাছৰ ল'ৰাবোৰৰ কথা বাদেই , ছোৱালী দুই চাৰিজনীকো দেখিলোঁ - কি মেধাবী! পিছত আমাৰ লগত এম, এত যিজনী ছোৱালী ল'ৰা-ছোৱালীৰ ভিতৰত প্ৰথম হৈছিল , তাই মোক ক্লাছত প্ৰথমৰে পৰা ইম্প্ৰেছ কৰিব পাৰিছিল। তাইৰ নাম আছিল শান্তা দাশ, দেশবন্ধু চিত্তৰঞ্জন দাসৰ নাতিনী, খড়দহত ঘৰ, সদায় তাৰ পৰা কলিকতালৈ লোকেল ট্ৰেনত অহা যোৱা কৰি ক্লাছ কৰিছিল । তাই প্ৰেছিডেন্সি কলেজৰ যোগেদি ইংৰাজীত এম, এ, পঢ়িছিল। কিন্তু ছোৱালীজনীৰ বুদ্ধিটোহে চোকা, পঢ়াশুনাত কিন্তু খুব ছিৰিয়াছ নাছিল। কেতিয়াবা কেতিয়াবা তাই ক্লাছ ফাঁকি দি আমাক লগত লৈ বিশ্ববিদ্যালয়ৰ সংলগ্ন প্ৰেছিডেন্সি কলেজৰ বিৰাট ৰাঁহনি পথাৰত বহি আড্ডা মাৰেগৈ। হাতত আমাৰ ভজা বাদামৰ টোপোলা থাকে , ( ভজা বাদামক বৰ্ত্তমান হকাৰে 'টাইম্ পাছ' বুলিও উল্লেখ কৰা শুনো), আৰু আমি কবি শৰৎ মুখোপাধ্যায়ৰ ভাষাত 'ভেঙে যাই অনন্ত বাদাম - আৰু নানা গল্পত মছগুল হৈ থাকোঁ। শান্তাই তাৰ মাজতে তাইৰ বেগ খুলি ৰঙলিৰ টিউব উলিয়াই চিগাৰেটৰ পেকেট আগবঢ়াই দিয়াৰ দৰে আমাৰ পিনে আগবঢ়াই দি দি কয় -'ক্ৰীম নিবি ?' তাৰ পিছত সেই ক্ৰীম নিজৰ ওঁঠতো ঘঁহে। ( কলিকতা গুৱাহাটীতকৈ তুলনামূলক ভাৱে শুকান, সেয়ে খুবকৈ ওঁঠ ফাটে।)

শান্তাৰ লগত মোৰ এতিয়া কোনো সম্পৰ্ক নাই, কিন্তু মাজে মাজে ছোৱালীজনীলৈ এতিয়াও মনত পৰে। ইমান চোকা ছোৱালী, ইমান নামী ঘৰৰ ছোৱালী,কিন্তু কোনো অহংকাৰ নাছিল, সকলোৰে লগত সমানে মিলিছিল।

বিশ্ববিদ্যালয়ত দুটা বিল্ডিং আছিল , আশুতোষ বিল্ডিং আৰু দ্বাৰভাঙ্গা বিল্ডিং। আমাৰ ক্লাছ হৈছিল আশুতোষ বিল্ডিংত , তিনি তলাত, চাৰি তলাত লাইব্ৰেৰী। আমি

লিফ্টেৰে ক্লাছলৈ উঠি গৈছিলোঁ, মোৰ জীৱনত প্ৰথম লিফ্টত উঠা, এক অভিনৱ অভিজ্ঞতা আছিল তেতিয়া। আমাক যিসকল অধ্যাপকে পঢ়ুৱাইছিল, তাৰ ভিতৰত নামী অধ্যাপক আছিল শ্ৰীকুমাৰ বন্দোপাধ্যায়। ইংৰাজীত লিটাৰেৰি ক্ৰিটিছিজম্ পঢ়ুৱাইছিল প্ৰবাদ পুৰুষ তাৰক সেনে, কিন্তু সেইখন পেপাৰ মোৰ নাছিল যাৰে মই তেওঁৰ ক্লাছ কৰি পোৱা নাছিলোঁ। শুনিছিলোঁ, অইন ক্লাছৰ ল'ৰা-ছোৱালীয়েও তেওঁৰ অসাধাৰণ বক্তৃতা শুনিবলৈ গৈছিল। এইটোও শুনা কথা যে আমাৰ কবি অজিৎ বৰুৱা তেওঁৰ প্ৰিয় ছাত্ৰ আছিল আৰু সেইখন পেপাৰত এম, এত অজিৎ বৰুৱাই সৰ্বোচ্চ নম্বৰ পাইছিল। বিশ্ববিদ্যালয়ত আৰু এজন নামকৰা সাহিত্যিকে বাংলা সাহিত্য পঢ়ুৱাইছিল, তেওঁ আছিল প্ৰমথ নাথ বিশী। তেওঁৰ ক্লাছবোৰো বোলে খুব ইণ্টাৰেষ্টিং হৈছিল, মঞ্জুৱে মোক তেওঁৰ বক্তৃতা শুনিবলৈ মাতিছিল। কলিকতা বিশ্ববিদ্যালয়ত তেতিয়া আৰু এক অসাধাৰণ ব্যক্তি আছিল ড° সত্যেন বসু। সেই ভোলানাথ মানুহজন পৃথিৱী বিখ্যাত বৈজ্ঞানিক। এবাৰ তেওঁৰ বক্তৃতা শুনিছিলো, পিন্ধনত আছিল ফুটা থকা স্পৰ্টিং গেঞ্জী, গুলোটাকে লগোৱা টাই। হাতেৰে কিতাপ এখন খেলা কৰি আছিল, যিখন বাৰে বাৰে মাটিত পৰি গৈছিল।

বিশ্ববিদ্যালয়ত আমাৰ ডিপাৰ্টমেণ্টৰ ফ্ৰেচাৰ্ছ ছোচিয়েল্ আজিও মনত পৰে। ছাত্ৰীসকলে ডাঙৰ ক্লাছ ৰুম এটা খালীকৰি তাত প্ৰকাণ্ড আলপনা আঁকি ৰজনীগন্ধা ফুলেৰে ৰুমটো সজাইছিল। ছিক্সথ্ ইয়েৰৰ ছাত্ৰ-ছাত্ৰীবোৰে মাৰ্লোৰ 'ডক্টৰ ফষ্টাছৰ'ৰ দৃশ্য এটাৰ অভিনয় কৰিছিল; এলিয়টৰ 'মাৰ্ডাৰ ইন্ দ্য কেথিড্ৰেল'ৰ কৰচ্ আবৃত্তি কৰিছিল। সেই ক্লাছৰ বহুত ছোৱালীৰে 'ব্ৰেইন এণ্ড বিউটি'ৰ অপূৰ্ব সমাহাৰ ঘটিছিল। আমাৰ ক্লাছত কিন্তু তেনে ছাত্ৰী প্ৰায় নাছিলেই। ছিক্সথ্ ইয়েৰৰে এজনী ছাত্ৰী আছিল উৰসী সেনগুপ্ত, যি পিছত অসমত প্ৰাগজ্যোতিষ কলেজত কিছুদিন চাকৰি কৰিছিল, আৰু আমি পিছত শুনিবলৈ পোৱা মতে কটনৰো দুই এক অধ্যাপকৰ মূৰ ঘূৰাই দিছিল। পিছত উৰসীৰ গুৱাহাটীৰ অধিবক্তা বিনয় ঘোষৰ লগত বিয়া হৈছিল। উৰসী তেতিয়া শহৰৰ ঘৰ মজলদেত বসবাস কৰিছিল। অসম আন্দোলনৰ সময়ত বোলে কোনোবাই পত্ৰবোমা পঠিওৱাত উৰসীৰ ল'ৰাৰ আঙুলি বেয়াকৈ জখম হৈছিল। উৰসী বৰ্তমান কলিকতাৰ ছল্টলেকত সুদৃশ্য ঘৰ সাজি বসবাস কৰি আছে। মই কলিকতাৰ ছল্টলেকত কিছুদিন আগতে দুবছৰ থাকি আহিছিলোঁ। তাত এদিন, সৰস্বতী পূজাৰ চান্দা বিচাৰি অহা ল'ৰাবোৰৰ এজনে মোক অসমীয়া বুলি গম পাই নিজেও অসমৰ বুলি পৰিচয় দি মোৰ লগত অসমীয়াত কথা পাতিছিল। সেউতাকৰ নাম বিনয় ঘোষ বুলি শুনি তাৰ লগত ইটো সিটো কথাপাতি মই তাৰ পিছত তাৰ আঙুলি চাব খোজাত সি কথাটো গম পাই হাঁহি মুখে হাতখন আগবঢ়াই দি কৈছিল-এতিয়া সম্পূৰ্ণ ভাল হৈ গৈছে।

প্ৰসংগান্তৰলৈ আতৰি আহিলোঁ। আমাৰ ক্লাছৰ ছোৱালীবোৰে অলপ আপচোছেৰে কোৱাকুই কৰিছিল- ' আমাৰ ক্লাছত হিন্নথ্‌ ইয়েৰৰ দৰে স্মাৰ্ট ল'ৰা এজনো নাই। সকলোবোৰ ' ক্যাবলাকান্ত' !

কলিকতাত পঢ়ি মোৰ ধাৰণা হৈছিল- আমাতকৈ বাঙালীবোৰ বেছি ৰোমাণ্টিক। পঢ়িবলৈ গৈয়ো প্ৰেম-ৰোমাঞ্চৰে সন্ধান কৰে। এনেকি আমাৰ ক্লাছৰ 'ক্যাবলাকান্ত' ল'ৰাবোৰো কম ৰোমাণ্টিক নাছিল। এদিন সিহঁতে আমাৰ প্ৰতিজনী ছোৱালীৰ উল্লেখ কৰি কবিতা লেখি আমালৈ পঠিয়াই দিছিল। মোৰ অইন ছোৱালীৰ কথা মনত নাই, কিন্তু নিজৰ বিষয়ে লেখা দুটা বাক্য আজিও মনত আছে-'আসামী! সেঁত বিনোদেৰ বাঁধা ধৰা, সেখানে সকল চেষ্টা হইবে হাৰা।'

বিনোদ মানে সোণ, যাৰ কথা মই আগতেই উল্লেখ কৰিছোঁ। ল'ৰাবোৰৰ কবিতা পঢ়ি মই মনতে ভাবিলোঁ— হায়, তোমালোকে মোৰ কথা কিমানেই বা জানা!

সোণ মোৰ ঘৰুৱা চিনাকি, তাতে কলিকতাত একে ক্লাছত একে বিষয় লৈ পঢ়ি আছোঁ। গতিকে আমাৰ দুয়োৰো প্ৰায়েই দেখা হয় আৰু ল'ৰাবোৰে আমাৰ দুয়োকো কথা পাতি থকা সঘনেই দেখা পায় বাবে তেনে ভুল ধাৰণা কৰি লৈছিল। অৱশ্যে একেবাৰে শৈশৱ কালৰ সম্পৰ্ক ডাঙৰলৈও চলি থাকিলে তেতিয়া হয়তো সোণৰ লগত সিহঁতে ভবাৰ দৰে মোৰ সেই সম্পৰ্ক সঁচাই হ'লেহেঁতেন। আমি যেতিয়া ছয় সাত বছৰীয়া আছিলোঁ তেতিয়া আমাৰ দুয়োৰো মিল দেখি অভিভাৱকসকলে কোৱা-কুই কৰিছিল— ডাঙৰ হ'লে ইহঁত দুয়োৰো বিয়াকে পাতি দিব লাগিব। সেই সময়ৰ পাঠ্যপুস্তকত আমি এটা পদ্য পঢ়িছিলোঁ যাৰ বাক্য আছিল - ' তোমাৰ কাৰণে কুলীয়ে বোকোছাত তুলি সোণ-বকুল সবায়।' আমাৰ দুয়োৰো সেই কবিতাটো খুব প্ৰিয় আছিল আৰু দুয়ো চিএৰি চিএৰি সেই কবিতা প্ৰায়েই আবৃত্তি কৰি থাকিছিলোঁ। তাৰ পিছত সৰু থাকোঁতেই সোণহঁত শিলঙলৈ বদলি হৈ গৈছিল আৰু তাৰ পিছত পুনৰ তেওঁলোক যেতিয়া আমাৰ গুৱাহাটীৰ ৰোৰপুখুৰী পাৰৰ ঘৰৰ ওচৰৰ তেওঁলোকৰ নিজৰে ঘৰত নিগাজীকৈ বসবাস কৰিবলৈ আহিছিল- তেতিয়া সোণ আহি কটনত বি,এ, ক্লাছত ভৰ্ত্তি হৈছিল। আমাৰ পুনৰ আগৰ দৰেই হৃদ্যতাৰ সম্পৰ্ক গঢ়ি উঠিলেও সেই সম্পৰ্কত আৰু কোনো প্ৰেমৰ গোন্ধ ভাপ নাছিল। মই তেতিয়া এজনী অতি পৰিপক্ক মনৰ ছোৱালী, মনেৰে মোৰ সোণক অতি 'বাচ্চা' ল'ৰা যেনেই লাগিছিল। গল্প-উপন্যাস পঢ়ি নিজাকে সেইবোৰৰ নানা নায়িকাৰ ৰূপত কল্পনা কৰি থকা মই আবাহনৰ কৃষ্ণ ভূঞাৰ 'শৈশৱৰ প্ৰিয়া' নামৰ বিখ্যাত গল্পটো মনত পেলাই আমোদেৰে ভাবিছিলোঁ— এসময়ত ময়ো এই সোণৰ শৈশৱৰ প্ৰিয়া আছিলোঁ নহয়- কিন্তু হায়, সময়ৰ ব্যৱধানে দুয়োকো জীৱনৰ দুটা প্ৰান্তলৈ ঠেলি লৈ গ'ল, সোণৰ

প্ৰতি মোৰ প্ৰাণত আৰু এতিয়া কোনো অনুৰাগ নাই, সোণ মোৰ বাবে এতিয়া এটা ' নেহাৎ শিশু'; মোৰ প্ৰিন্স চাৰ্মিং পৰিপক্ক মনৰ পৰিণত বয়সৰ ব্যক্তি। আচলতে ল'ৰাবোৰতকৈ ছোৱালীবোৰৰ মনৰ পৰিপক্কতা বেছি আগতেই আহে, সমাজত পুৰুষ জাতিয়ে তিৰোতাতকৈ যিমানেই শ্ৰেষ্ঠতা নেদেখুৱাক কিয়, এইটো হ'লে মোৰ দৃঢ় বিশ্বাস।

বি,এ পঢ়ি থাকোঁতেই সোণৰ হড্‌কিন্স ডিজিজ—অৰ্থাৎ এক ধৰণৰ কেন্সাৰ বেমাৰ আৰম্ভ হৈ গৈছিল। প্ৰায়ে জ্বৰ উঠি থাকিছিল, বগা বৰণৰ অতি সুন্দৰ চেহেৰাৰ ল'ৰাটো একেবাৰে কংকালসাৰ হৈ গৈছিল, ৰক্তহীন শৰীৰে বক্‌ফুলৰ পাহিৰ দৰে শেঁতা বৰণ ধৰিছিল। কিন্তু ল'ৰাটোৰ মনৰ জোৰ আছিল অসাধাৰণ। সেই অসুখীয়া শৰীৰেৰেই সি বি, এ পৰীক্ষা দি বি, এ পাছো কৰিলে আৰু কলিকতালৈ দেউতাকৰ লগত চিকিৎসা কৰিবলৈ আহি এম, এতো নাম লগাই লৈছিল। সেই সময়ত আমাৰ পিতাইতৰ জৰিয়তে তেওঁলোক কাকীমাইতৰ বালিগঞ্জ প্লেছৰ ঘৰত আহি আশ্ৰয় লৈছিল। সোণ হাস্পতালত আছিল আৰু দেউতাক কবি মহন্ত কাকীমাইতৰ ঘৰত থাকিছিল। সেই সময়ত কাকীমাই ঘৰত কবি মহন্তক আদৰ-যত্ন কৰি খুউৱা আৰু হাস্পতাললৈ সদায় সোণৰ খবৰ কৰিব যোৱা, সদায় খোৱা বস্তু নিয়া আদি কৰি কম সেৱা-যতন কাম কৰা নাছিল। আজিও কাকীমাই সেই দিনবোৰৰ কথা মোৰ আগত সোঁৱৰি সোণৰ কথা কৈ বেজাৰ কৰে। কবি মহন্তই বোলে তেওঁক কৈছিল- বৌমা, সোণৰ যদি কিবা এটা হয়, মই আৰু জীয়াই নাথাকো। কিন্তু তাৰ পিছতো তেওঁ ঠিকেই জীয়াই থাকিল। কবিৰ ভাষাত ' মানুহে জীয়াই থাকে, তথাপি জীয়াই থাকে, আৰু থাকে জীৱিকাৰ গলিৰ সাঁথৰ .......

হাস্পতালত কিছু নিৰাময় হৈ সোণ আহি পুনৰ বিশ্ববিদ্যালয়ৰ ক্লাছ কৰিবলৈ আৰম্ভ কৰিছিল আৰু সেই সময়তেময়ো কলিকতালৈ পঢ়িবলৈ গৈছিলোঁ আৰু সোণে মোক এয়াৰপৰ্টত লগ ধৰি কাকীমাইতৰ ঘৰলৈ লৈ আহিছিল। এই কথা মই আগতেই লিখিছোঁ।

৩১

কলিকতাৰ হোষ্টেল জীৱনৰ কথা বহুতেই লিখিলো যদিও যি এদিন মোৰ জীৱনৰ স্বগৃহৰ বিকল্প হৈছিল তাৰ বিষয়ে যেন আৰু বহু কথাই লিখিম- সেই দিনবোৰৰ স্মৃতি ৰোমন্থন কৰিলে এনে লাগি থাকে। কলিকতাৰ হোষ্টেলত থাকোতেই মই এনেবোৰ বন্ধু লাভ কৰিলো যাৰ লগত হৃদ্যতাৰ সম্পৰ্ক মোৰ আজিও অক্ষুণ্ণ আছে। মোৰ ৰুমমেট দুজনীৰ কথা লিখিছোৱেই, মঞ্জু আৰু তপতী। কিন্তু তাৰ বাহিৰেও আন ৰুমৰ ছোৱালীৰ লগতো মোৰ এনে বন্ধুত্ব হ'ল যি বন্ধুত্ব আজিও অটুট আছে। কিছুদিনৰ আগতে ইয়াৰ বন্ধু গীতা ৰায়ৰ ঘৰত 'লাল শাক'ৰ উপাদেয় নিৰামিষ আঞ্জা খোৱাৰ কথা লিখিছিলোঁ,তাৰ আগতো গীতাৰ উল্লেখ কৰিছিলো- তায়ে মোক কৈছিল 'তুমি যাও বংগে, ভাগ্য যায় তোমাৰ সংগে'। সেই গীতা ৰায় ( তেতিয়া বসু ) আছিল তুলতুলৰ ৰুমমেট, ফলত তুলতুলৰ ৰুমলৈ আহযাহ কৰোতে তেওঁৰ ৰুমমেট কেইজনীৰ লগতো মোৰ বন্ধুত্ব গঢ়ি উঠিছিল – বিশেষকৈ গীতা আৰু কমল গাংগুলীৰ লগত। কমল আছিল অতি সুন্দৰী, চুলিবোৰ চুটিকৈ কটা,ওখ,বগা। ইন্দিৰা গান্ধীৰ চেহেৰাৰ লগতে আমি তাইৰ সাদৃশ্য বিচাৰি পাইছিলো। ভুগোলত প্ৰথম শ্ৰেণী লৈ এম, এছ, চি পাছ কৰি কমল বৰ্দ্ধমানৰ কলেজ এখনত চাকৰিত সোমাইছিল যদিও তাত তাইৰ বেছি দিন কাম কৰা নহ'ল,কলিকতা বিশ্ববিদ্যালয়ত সেই একে বিষয়তে এম,এছ, চি, পঢ়িবলৈ যোৱা অসমৰ থানুৰাম দাসৰ লগত কমলৰ প্ৰেমৰ সম্পৰ্ক গঢ়ি উঠিছিল আৰু পিছত দুয়োৰে বিয়া হৈছিল।' বিয়াৰ পিছত কমলে প্ৰায় গোটেই জীৱন অৰুনাচলতে কটাবলগীয়া হ'ল কাৰণ দাসৰ কৰ্মস্থল আছিল অৰুনাচল। 'তোমাৰ লগত মই গছৰ তলতো থাকিব পাৰোঁ বুলি প্ৰেমিকাই প্ৰেমিকক ক'লেও সেয়া বিয়াৰ আগৰ কথা, বিয়াৰ পিচত সেই আবেগ আৰু থাকিব নোৱাৰে। কমলৰো সেই একে দশা হ'ল বুলিয়েই মোৰ ধাৰণা। প্ৰথমতে বাৰ্মা,তাৰ পিচত বেনাৰছ, কলিকতাত জীৱন কটাই অহা ছোৱালীজনীৰ অৰুণাচলৰ পাহাৰত কিয়নো মন বহিব। তাতে কোনো চাকৰিও কৰিবলৈ নেপালে। ইমান বিদ্যা লৈ তাই-কেৱল এজনী গৃহিণীয়ে হৈ থাকিল। কমলক আৰু এক দুৰ্ভাগ্যই লগ দিলে, তাইৰ শ্বেতী বেমাৰ হোৱাৰ ফলত আগৰ সৌন্দৰ্য নোহোৱা হ'ল। যিহওক, কমল এতিয়া গুৱাহাটীৰ বাসিন্দা, কাৰণ অৰুণাচলৰ এজন আই,এ,এছ বিষয়া হাসে পেঞ্চন পালে। তেওঁলোকৰ এটা ল'ৰা আৰু এজনী ছোৱালী। ল'ৰাটোৱে লোকনাথ ভৰালীৰ কন্যাক বিয়া কৰাইছে। ছোৱালীজনীয়ে ডাক্তৰী পঢ়ি আছে , তায়ো খুব সুন্দৰী ।

গীতা আছিল অতি ফূৰ্তিবাজ ছোৱালী, ধেমালি-ধুমুহা কৰি খুব জমাই থাকিছিল। আনহাতে তাই আমাক অভিভাৱকৰ দৰেও ব্যৱহাৰ কৰিছিল — কিছুমানৰ ব্যক্তিত্বত যে নেতৃত্বৰ গুণ থাকে, গীতাৰ সেইটো আছিল। গীতাই খানুবাম দাদাৰ কথা কেতিয়াবা আগত উল্লেখ কৰিলে সদায় 'নাথুবাম' বুলিয়েই কৈছিল। এবাৰ বসন্ত উৎসৱৰ সময়ত গীতা, মই, কৃষ্ণা (যি গীতাৰ সম্পৰ্কীয় বায়েকৰ ছোৱালী আৰু মোৰো আপোন ভনীৰ দৰে হৈ পৰা দুলালৈকৰ এই কৃষ্ণাৰ কথা মোৰ 'ঘটকালি'ৰ ভূমিকাৰ লেখাবোৰত আগতেই উল্লেখ কৰি আহিছো) আৰু গীতাৰ মোমায়েকৰ জীয়েক ফুল্লৰা। বসন্ত উৎসৱৰ সময়ত (অইন উৎসৱৰ সময়তো) এতিয়াৰ দৰে নহলেও তেতিয়াও শান্তিনিকেতনত খুব ভিৰ হয়। গতিকে শান্তিনিকেতনৰ মাজমজিয়াতে আমি থকাৰ বন্দবস্ত কৰিব নোৱাৰিলেও আগতে ঠিক কৰা মতে চহৰৰ পৰা কিছু দূৰৈৰ মানুহ এঘৰত গৈ আলহী হৈছিলো। তেওঁলোকক আমি চিনি নাপাওঁ, কেৱল এই খবৰ পায়ে তেওঁলোকৰ ঘৰত আলহী হৈছিলোঁ যে শান্তিনিকেতনৰ ওচৰে পাজৰে এনে দুই এঘৰ মানুহ আছে, যি উৎসৱবোৰৰ সময়ত অচিন অজান মানুহৰ বাবেও তেওঁলোকৰ ঘৰ বিনা পইচাৰ আলহী ঘৰ কৰি ৰাখে। দেখিছিলো-ঘৰৰ দেৱালত আলহীক স্বাগতম জনাই নানা সুন্দৰ সুন্দৰ কথা লেখা আছে। তাৰ লগত সামঞ্জস্য ৰাখিয়ে ঘৰৰ মানুহৰ কি সুন্দৰ ব্যৱহাৰ, কি আন্তৰিক ব্যৱহাৰ, কি আদৰ যত্ন। প্ৰত্যেকজন মানুহ আলহীৰ বাবে ব্যতিব্যস্ত, ঘৰত পানীৰ কল নাই, কুঁৱাৰ পানী। সেই কুঁৱাৰ পৰা এজনে আলহীৰ নানা প্ৰয়োজনৰ বাবে পানী তুলিয়েই আছে, বজাই ৰান্ধিয়েই আছে, পৰিবেশন কৰাই পৰিবেশন কৰিয়েই আছে — এক অনুষ্ঠানৰ দৰে আয়োজন। সেই মানুহ ঘৰৰ কথা ভাবি এতিয়াও মোৰ মনত বিস্ময়বোধ জাগে, শ্ৰদ্ধাত মূৰ দো খাই যায়। নিঃস্বাৰ্থ অতিথি সেৱাৰ চৰম উদাহৰণ। সঁচায়ে এই পৃথিৱীৰ বিচিত্ৰ মানুহৰ মেলাত ক'ত ধৰণৰ মানুহৰ সংস্পৰ্শলৈ যে আহিলো — কোনোবাই সমুখত থিয় হ'ল অনুভৱ পাওঁলে আৰু কোনোবাই বিৰব পাৰ নৈলে।

সি যিকি নহওক, শান্তিনিকেতনৰ সেই স্মৃতি অতি মধুৰ। বসন্ত উৎসৱ, জোনাকে টৌৱাই পেলাইছে, ফলত ৰীতি অনুযায়ী বোলপুৰৰ বাস্তাৰ লাইটবোৰ নুমাই ৰখা হৈছে। ৰবীন্দ্ৰনাথৰ 'শ্যামা' নৃত্য নাটিকা চালো জোনাকত বহি, মঞ্চত অৱশ্যে লাইট জ্বলোৱা হৈছিল। বজ্ৰসেনৰ গানবোৰ গাইছিল শান্তিদেৱ ঘোষে আৰু শ্যামাৰ গানবোৰ কণিকা বন্দোপাধ্যায়ে। চাৰিওফালে মেলা বহিছিল, ওচৰ পাজৰৰ পৰা দলে দলে আদিবাসী সকল আহিছিল, শান্তিনিকেতনৰ ছাত্ৰ-ছাত্ৰীবোৰে যোৱা বছৰ টান দিছিল, যোৱা বছৰ লোভত হওক বা নহওক, সুন্দৰী আৰু অতি 'আৰ্টিষ্টিক' ভাৱে সজোৱা শান্তিনিকেতনৰ সেই ছাত্ৰী 'পত্ৰিকাবিকাশকলৰ' পৰিবেশনৰ লোভতেই যে মানুহৰ

ভীৰ হৈছিল সি অন্য কথা।

যিহওক ক'বলৈ ওলাইছিলো গীতাৰ ধেমেলীয়া স্বভাৱৰ কথা, তাৰ লগতেই ইমানবোৰ বকলা মেলিলো। আমি য'ত আলহী হৈছিলো তাৰ পৰা শান্তিনিকেতন কিছু দূৰ আছিল। গতিকে দিনৌ ভালেখিনি বাট খোজ কাঢ়িব লগা হৈছিল। কিন্তু গীতাই নানা মজাৰ মজাৰ কথা কৈ আমাক হহুৱাই আমাৰ পথশ্ৰম বহুত লাঘৱ কৰিছিল। আমাৰ যেতিয়া সেই যাত্ৰাৰ ওৰ পৰিছিল তেতিয়া গীতাই অতি গহীন হৈ কৈছিল 'এ যাত্রায় দেখলাম যে আমাৰ পা দুটোই সবচেয়ে বেশী কাজ দিয়েছে, তাই তোদেৰ সবাৰ আগে ডিক্লেয়াৰ ক'ৰলাম যে এবাৰ কলকাতায় ফিৰে গিয়েই এ দুটোকে নিউমাৰ্কেটেৰ এক যোৰা জুতো কিনে দেব!'

তুলতুলৰ কমমেটবোৰৰ এজনীবো সাধাৰণ সুখদুখৰ মাজেৰে জীৱনবোৰ অতিবাহিত নহ'ল। কমলৰ কথা লিখিছোঁ। গীতাৰ বিয়াৰ প্রায় পাঁচ ছয় বছৰৰ ভিতৰতে তাই বিধবা হ'ল, ডাঙৰ ল'ৰা অভীৰ পিছত জন্ম হৈছিল বাবীৰ ,তাৰ ডেৰ বছৰ বয়সতে দেউতাক ঢুকাল। গীতা বুৰঞ্জীত এম, এ; লগতে বি, টি, ও পাছ কৰিছে। নন্দেক এজনীৰ জৰিয়তে কলিকতাৰ নীলৰতন চৰকাৰ মেডিকেল কলেজৰ ( আগৰ কেম্পবেল) লেডী এলিয়ট হোষ্টেলৰ ছুপাৰিণ্টেনডেন্ট হৈছিল, এতিয়া পেঞ্চন পাই নাকতলাত ঘৰ এটা কিনি অকলে থাকে। ৰবপুত্ৰ অভী গুৱাহাটীত, সৰু পুত্ৰ বাবী বোম্বাইত। বাবীৰ ঘৈণীয়েক মহুৱা মুখাৰ্জী বিজাৰ্ভ বেঙ্কৰ বি গ্রেড অফিচাৰ। তাইৰ পৰাই সিদিনা গম পালো অক্টোবৰৰ East special 'ফেমিনা'ত মোৰ এটা ইণ্টাৰ্‌ভিউ ওলাইছে। নহ'লে মই বোধহয় কথাটো গমেই নাপালোহেঁতেন। সি যি কি নহওক, গীতাৰ ঘৰখন মোৰ নিজৰ ঘৰৰ দৰেই। কলিকতালৈ আহি বহুবাৰ তাইৰ ঘৰতে থাকোঁ। মোৰ ৰবপুত্ৰ অনিন্দ্য বেংকৰ প্রেবেশ্যনাৰী অফিচাৰ হৈ কলিকতাত চাকৰিত যোগ দি প্ৰথমতে গীতাৰ লগতে থাকিছিল। গীতাৰ লগত মোৰ কলিকতীয়া জীৱনৰ বহুত মধুৰ স্মৃতিয়েই জড়িত হৈ আছে ,তাইৰ লগতে মই এইবাৰ কলিকতা বাসত 'ইছকনৰ' মায়াপুৰলৈ গৈছোঁ, ষ্টীমাৰত গঙ্গাৰ বুকুৰে গৈ পিকনিক খাইছোঁগে আৰু কত ঠাইত যে ঘূৰি ফুৰা নাই। অভী আৰু বাবী সৰু থাকোঁতে ১৯৭৫ চনত গীতা আমাৰ আমন্ত্ৰণ ক্ৰমে প্ৰথমবাৰ অসমলৈ আহি আমাৰ ঘৰত থাকিছিল, তেতিয়া চিতল মাছৰ কোপ্তা কৰি পাণ সাজি খুৱাই বৰগোহাঞিক বেছ আপ্যায়িত কৰিছিল। মোৰ 'সামান্যা-অসামান্যা' নামৰ উপন্যাসখন মই গীতাৰ নামত উছৰ্গা কৰিছিলোঁ। গীতাৰ বিয়া হৈছিল ১৯৫৮ চনত। তেতিয়া বৰগোহাঞিয়ে গীতালৈ পাৰ্চেল কৰি তেওঁ লেখা 'প্ৰেম আৰু মৃত্যুৰ কাৰণে' নামৰ গল্প-সংকলনখন (প্ৰকাশ ১৯৫৮ চন) উপহাৰ হিচাপে পঠাই দিছিল। সেইখন বৰগোহাঞিয়ে উছৰ্গা কৰিছিল 'নিৰুপমা

আমুলী' লৈ। গীতাক তেওঁ চিনি নেপাইছিল, কেৱল মোৰ মুখতেই যি তাইৰ কথা শুনিছিল।

সিদিনা গীতাৰ ঘৰত কিতাপখন দেখিলোঁ। প্ৰথমৰ উকা পৃষ্ঠাটোত বৰগোহাঞিয়ে সযত্নে লেখা সৰু সৰু গোটা গোটা আখৰেৰে এই কবিতাটো আৰু এইখিনি উছৰ্গাৰ কথা লেখা আছে ঃ

'No wondering any more where the feet stamble
Uppon a sudden rise, or sink in deep
Marsh grasses.No uncertain following on
With nothing there to follow,- a sure bird,
A fence,a farm-house. No adventuring now
Where motion that is yet not motion dies,
Circles have lost their magic,and the voice
Comes back upon itself... the road is firm
It runs,and the dust is not too deep,and the end
Never can heave in sight-though one is there
It runs in a straight silence, and evening falls
At an expected inn, whose barest room
Cannot be lonely if a hand is reached
To touch another hand, the walls forgotten....
Morning is laughter, and the road resumes..
Adventurous, it never will return.'

To Gita Bose
on her wedding day
Homen Borgohain

**From an unknown friend of Assam.....**

যোৱা বছৰ গীতাৰ পেচ্ মেকাৰ্ বহুৱাব লগা হৈছিল। প্ৰায় সেই সময়তে কলিকতালৈ আহিছিল আৰু গীতাক দেখা কৰি খবৰ লৈ গৈছিল।

জীৱনটো বৰ অদ্ভুত। গীতাৰ লগত মোৰ বন্ধুত্ব হৈছিল তুলতুলৰ কমমেট বাবেই, কিন্তু এতিয়া সেই তুলতুলৰ লগত গীতাৰো কোনো সম্পৰ্ক নাই।

গীতাৰ লগত কেতিয়াবা অতীত ৰোমন্থন কৰি আমি দুয়ো এতিয়াও, এই বয়সতো বহতো কথাত আচৰিত হৈয়ে থাকো। গীতাহঁত চাৰিওজনী কমমেটৰে কিয় বাৰু সাধাৰণ মানুহৰ দৰে সুখ-দুখৰ জীৱন নহ'ল? ভুলভুল, গীতা, কমলা আৰু সুপ্ৰভা কোনো এজনীৰ জীৱনেই পূৰ্ণতা নাপালে। সুপ্ৰভাৰ কথা ক'বলৈ এতিয়াও বাকী আছে। প্ৰায়ে বিষণ্ণ হৈ থকা ছোৱালীজনীৰ ককায়েক এজন জামছেদপুৰত (যতদূৰ মনত পৰে) ইঞ্জিনিয়াৰ আছিল, এবাৰ হঠাৎ ক্ৰেনেৰে ওপৰলৈ উঠোতে সেই ক্ৰেন ছিগি তলত পৰি যোৱাত তেওঁৰ লগে লগে মৃত্যু হ'ল। তাৰ পিচত সুপ্ৰভাহঁতে ছয়িছ হাজাৰ টকা ক্ষতিপূৰণ পালে। সুপ্ৰভাই আমাক দুখ কৰি কৈছিল 'দাদাৰ মৃত্যুৰ বিনিময়ত এতিয়া মই আৰু মোৰ ভায়ে কলিকতাৰ হোষ্টেলত থাকি পঢ়াৰ সুবিধা পাইছো।' তাৰ পিছত আৰু এটা দুৰ্ঘটনা ঘটিল। সুপ্ৰভাৰ মাক মেডিকেল কলেজ হাস্পতালত কিবা অসুখৰ বাবে ভৰ্তি হৈছিল, সেউতাকে খবৰ কৰিবলৈ যাওঁতে ৰাস্তাৰ ইপাৰৰ পৰা সিপাৰলৈ পাৰ হওঁতে বাছৰ তলত পৰি তেওঁৰ থিতাতে মৃত্যু হৈছিল। মই আজিকালি সুপ্ৰভাক লগ নাপাওঁ, কিন্তু গীতাৰ মুখতে শুনিলোঁ যে মাজতে সুপ্ৰভা আৰু গিৰিয়েকৰ এৰা এৰি হৈছিল, এতিয়া অৱশ্যে পুনৰ মিলন হৈছে বোলে।

সেইফালৰ পৰা মোৰ দুই কমমেটৰে সুখৰ সংসাৰ। মঞ্জুৰ কথা লিখিছোৱেই। তপতীয়ে বিয়া কৰাইছিল তাইৰে সহপাঠী সুনীল ধৰক। ইকনমিক্সৰ চোকা ছাত্ৰ, তেতিয়াৰ বিশ্ববিদ্যালয়ৰ নামী অধ্যাপক ডঃ ভৱতোষ দত্ত আৰু ডঃ অম্লান দত্তৰ প্ৰিয় ছাত্ৰ। সুনীল বৰ্তমান ছাউথ ইষ্টাৰ্ণ ৰেলৱেৰ ডেপুটি জেনেৰেল মেনেজাৰ। পেঞ্চন পোৱাৰ সময় সমাগত। তপতীহঁতৰ তিনিজনী ছোৱালী, এটা ল'ৰা। আটায়ে পঢ়াশুনাত খুব চোকা। তপতীয়ে ইকনমিক্সত ভালকৈ এম, এ, পাচ কৰিলেও কেনোদিনে ক'তো চাকৰি নকৰিলে, সুখেৰে ঘৰ সংসাৰেই কৰিলে। মই আৰু গীতাই যোৱা বছৰ তপতীহঁতৰ ঘৰলৈ গৈ দিনটো কটাই আহিছিলোঁ। গাৰ্ডেন ৰিচৰ গঙ্গাৰ পাৰত সুন্দৰ আহল বহল ফ্লেট। ছাউথ ইষ্টাৰ্ণ ৰেলৱেৰ সেই হেড কোৱাৰ্টাৰটো এসময়ত অযোধ্যাৰ শেষ নবাব ওৱাজিদ আলিৰ বাসস্থান আছিল, বৃটিছে আনি তেওঁক তাতে বন্দী কৰি ৰাখিছিল।

আমাৰ নানান কথা-বতৰাৰ মাজত এবাৰ কিবা প্ৰসংগত স্মৰণ শক্তিৰ কথা

শুনাইছিল। তেতিয়া সুনীলে মোক তেওঁৰ আশী বছৰীয়া মাকৰ ওচৰলৈ লৈ গৈ ৰহস্যময় হাঁহিৰে কৈছিল 'মোৰ মা বিয়াৰ পিছত গুৱাহাটীত আছিল। আপুনি তেওঁক গুৱাহাটীৰ কথা সোধকচোন। আৰু ৰবীন্দ্ৰনাথ আৰু শৰৎ চেটাৰ্জীৰ কিতাপৰ আলোচনাও কৰি চাব'। ক্ষীণমিন বুঢ়ী গৰাকীৰ ওচৰত বহি মই গুৱাহাটীৰ কথা উলিয়াওতে তেওঁ তেতিয়াৰ গুৱাহাটী চহৰখনৰ নানা বৰ্ণনা দিলে। মই শৰৎ চেটাৰ্জী, ৰবীন্দ্ৰনাথৰ কিতাপৰ কথা উলিয়াওতে ক'লে 'সেইবোৰ বহুতদিন আগতে পঢ়িছিলোঁ, এতিয়া আৰু বেছি মনত নাই। সেই সময়ত কলিকতা দূৰদৰ্শনত ৰবীন্দ্ৰনাথৰ 'গোৰা' উপন্যাসখন ছিৰিয়েল হিচাপে প্ৰচাৰিত হৈ আছিল য'ত গোৰাৰ ভূমিকাত জৰ্জবেকাৰে অভিনয় কৰিছিল। মই নিজে শৰৎ চেটাৰ্জী বা ৰবীন্দ্ৰনাথৰ বহুত লেখাই পাহৰি গৈছোঁ বাবে 'গোৰা'ৰ কথাকে উলিয়ালোঁ। মই সুধিলো 'আপুনি ৰবীন্দ্ৰনাথৰ 'গোৰা'খন টিভিত চায়নে? তেওঁ ক'লে 'মই ভালকৈ দেখাই নাপাওঁ, টিভি কেনেকৈ চাম? মোৰ যে এই ঠাকুৰ দেখিছা তেওঁৰ পূজা কৰিয়ে দিনটো পাৰ কৰি দিওঁ। মই সুধিছিলো 'আপোনাৰ গোৰাৰ কাহিনী মনত পৰেনে?' তেওঁ উত্তৰত কৈছিল 'ৰব বেছি মনত নাই, সুচৰিতা, ললিতা, বিনয়ইঁতৰ কাহিনী নহয় জানো ?' মই অবাক, মানুহৰ বয়সৰ লগে লগে যেতিয়া স্মৃতি ভংগ হৈ আহে, তেতিয়া মানুহে প্ৰথমতে নামবোৰ পাহৰিবলৈ আৰম্ভ কৰে। মই নিজেও আজিকালি প্ৰায় কোনো নামকে মনত ৰাখিব নোৱাৰো ।

তপতী সুন্দৰী নাছিল, কিন্তু চুলিকোচা আছিল বৰ দীঘল। দেখিলোঁ, এতিয়াও তপতীৰ চুলি একেই দীঘল হৈ আছে।

তপতীৰ লগত মোৰ জীৱনৰ এক অতি মধুৰ স্মৃতি জড়িত হৈ আছে। কলিকতাত এম, এ, পঢ়াৰ দ্বিতীয় বছৰত ভৰি দিয়াৰ পিছত যিটো গৰমৰ বন্ধ আৰম্ভণি হ'ব তাৰ আগতে তপতীয়ে মোক সেইবাৰ গুৱাহাটীলৈ নগৈ তাইৰ মেদিনীপুৰৰ পাৰ্শকুড়া নামৰ গাওঁৰ ঘৰত গৈ বন্ধটো কটাবলৈ লগ ধৰিলে। ময়ো এক অভিনৱ অভিজ্ঞতাৰ আশাত সন্মত হ'লো আৰু ঘৰলৈ লেখি দিলোঁ। মোৰ কোনো স্বাধীনতাত বাধা নিদিয়া ঘৰে এই কথাতো সম্মতি দিলে।

মেদিনীপুৰৰ তমলুক অঞ্চলৰ পাৰ্শকুঁড়া এখন বৰ্দ্ধিষ্ণু গাওঁ। তমলুকৰে বিখ্যাত কম্যুনিষ্ট দম্পতি বিশ্বনাথ মুখাৰ্জী আৰু গীতা মুখাৰ্জী। বিশ্বনাথ মুখাৰ্জীৰ অলপতে মৃত্যু ঘটিছে। তেওঁৰ ককায়েক অজয় মুখাৰ্জী কংগ্ৰেছী আছিল, এবাৰ তেওঁ পশ্চিম বঙ্গৰ মুখ্যমন্ত্ৰীও হৈছিল। তপতীৰ পেহীয়েকৰ সেই পৰিয়ালতে বিয়া হৈছিল। বিয়াৰ আগতে তেওঁ বোলে চাইকেলেৰে স্কুললৈ অহা যোৱা কৰিছিল, এতিয়া তেওঁৰ সেই লেডীজ চাইকেলখন ঘৰতে পৰি আছিল আৰু কলত মোৰ পাৰ্শকুঁড়াৰ দিনবোৰ

মধুৰতৰ কৰাত সিয়ো অৰিহণা যোগাইছিল। সেই কোন স্কুলতে থকা দিনতে চাইকেল শিকিছিলোঁ, অথচ উঠাৰ আৰু কোনো সুযোগ পোৱা নাছিলোঁ। তপতীহঁতৰ ঘৰৰ আগেৰে মিউনিচিপেলিটিৰ পকা ৰাস্তা গৈছিল, গতিকে সিহঁতৰ ঘৰত থকা কেইদিন মই মনৰ হেপাহ পূৰাই সেই ৰাস্তাৰে চাইকেল চলাই ঘূৰি ফুৰিছিলোঁ।

তপতীৰ দেউতাক আছিল ডাক্তৰ। আয় ভাল হ'লেও ল'ৰা ছোৱালী কেবাটাও, কিন্তু গাওঁৰ ল'ৰা-ছোৱালী হিচাপে সিহঁতৰ প্ৰায় প্ৰত্যেকেই খুব উন্নতি কৰিছে (তপতীৰ পৰা খবৰ লৈ গম পাইছিলোঁ) এটা ভায়েক বিলাতী ডিগ্ৰী লোৱা ডাক্তৰ, অ'ষ্ট্ৰেলিয়াত থাকে, এটা ভায়েক ষ্টেট বেংকৰ অফিচাৰ, এজনী ভনীয়েকে প্ৰেচিডেন্সীৰ পৰা এম, এ পাছ কৰি কলিকতাৰ কলেজত বৰ্তমান অধ্যাপিকা, এজনী ভনীয়েক ভাৰতৰ ভূতপূৰ্ব এটৰ্নি জেনেৰেলৰ পুত্ৰৰ লগত বিয়া হৈ বৰ্তমান এমেৰিকা নিবাসী। তপতীহঁতৰ ঘৰটো আছিল দোতালা, কিন্তু ইটা, কংক্ৰিট বা কাঠৰ নহয়, সুদা মাটিৰ। পশ্চিম বঙ্গৰ সেই অঞ্চলৰ মাটিৰ গুণ আঠাৰ দৰে টান হৈ লাগি ধৰে, বৰষুণতো একো ক্ষতি নহয়। মই প্ৰথমতে বেছ তাজ্জব মানি গৈছিলোঁ। যিহওক, এটা মাহ তপতীহতঁৰ ঘৰত কি সুখ আৰু আৰামেৰে কাটি নগ'ল। তপতীৰ মাক হাঁপানীৰ ৰুগী, ঘৰখনৰ ভাৰ তপতীৰ 'দিদা' অৰ্থাৎ আইতাকৰ ওপৰতে। অতি মৰমীয়াল আৰু সুগৃহিণী মানুহ গৰাকী। মই চিঙ্গাঁৰা খাবলৈ ভাল পাওঁ বুলি গম পাই তেওঁ নিজ হাতেৰে মোক প্ৰায়ে সুস্বাদু চিঙ্গাৰা বনাই খুৱাইছিল আজিও যেন তাৰ সোৱাদ জিভাত লাগি আছে। সেই দিদাই মোক বিদায় লৈ আহিবৰ সময়ত এটা অভিনৱ উপহাৰ দিছিল। তমলুক অঞ্চলৰ শীতল পাটি বিখ্যাত। অতি মিহি কাঠিৰ বাণি আৰু সুতাৰ দীঘেৰে তাঁতত নানা ডিজাইন দি সেই পাটি বোৱা হয়। দিদাই মোৰ বাবে অৰ্ডাৰ দি তেনে এখন পাটি বোৱাই দিলে নানা ডিজাইনৰ মাজত তাত মোৰ 'বকুল' নামটো ইংৰাজীত লেখি সেই পাটি বৈ উলিওৱা হ'ল। মই একেবাৰে অভিভূত। সঁচায়ে, মই যে জীৱনত ক'তজনৰ পৰা ক'ত ধৰণৰ মৰমেই পোৱা নাই!

সি যিকি নহওক, তপতীহঁতৰ সেই অঞ্চল সেই সময়ত গৰমত প্ৰায় জ্বলিছিল, মেদিনীপুৰ শুকান গৰমৰ ঠাই। সেই গৰমৰ অভিনৱ প্ৰতিষেধকেও মোক তাজ্জৱ মনাই দিছিল। দুপৰীয়া ভাত পানী খাই আমি জিৰণি লওঁ, তেতিয়া ঝি আহি আমাৰ গাত চন্দনৰ লেপ দি যায়। কি সুগন্ধি আৰু কি ঠাণ্ডা! গাৰ লগতে মনো যেন জুৰ পৰি যায়।

তপতীৰ সৰু ভায়েক এটাৰ লগত মোৰ খুব বন্ধুত্ব হৈছিল ( সিয়েই এতিয়া ষ্টেট বেংকৰ অফিচাৰ ), সি সদায় দুপৰীয়া ঘৰৰ পদূৰ আম পাৰি কাটি খেতেলাই তাত নিমখ, চেনি আৰু জলকীয়া সানি মোক এখন কলপাতত ধতনাই আনি খাবলৈ দিয়ে।

গৰমৰ সেই আমৰ চাটনী যে কি তৃপ্তিদায়ক হয় !

তপতীহঁত ভট্টাচাৰ্য ব্ৰাহ্মণ, গাওঁৰ মানুহ, মোৰ চিন্তা হৈছিল যে আইতাকৰ মোক একেলগে খাব ল'বলৈ দিয়াত আপত্তি হ'ব। কিন্তু তপতীয়ে মোক অভয় দি কৈছিল 'মোৰ দিদা গাঁৱৰ তিৰোতা হ'লে কি হ'ব, কোনো সংস্কাৰ নামানে। দেখা নাইনে জীয়েকক কেনেকৈ চাইকেলত উঠাই স্কুলত পঢ়াবলৈ পঠাইছিল ?'

তপতীৰ সেই মুক্ত মনৰ আইতাক গৰাকীৰ সুশিক্ষাৰ ফলতেই হয়তো তেওঁৰ এজন পুত্ৰ ডাক্তৰ, এজন পুত্ৰ মন্ত্ৰী হোৱাৰ উপৰিও সকলোবোৰ নাতি নাতিনীয়েই উচ্চ শিক্ষা লাভ কৰিব পাৰিছে ।

মই তপতীক কৈছিলোঁ যে পুনৰ পাশকুঁড়ালৈ যাম; বিদায় ল'বৰ সময়ত মনে মনে ৰবীন্দ্ৰনাথ আওৰাইছিলোঁ 'প্রবাসের দিনগুলো সুধায় দিলে ভরে, বিদায় নিলাম এই কথাটি মনে করে।' কিন্তু মোৰ আৰু কোনোদিন পাশকুঁড়ালৈ যোৱা নহ'ল, যোৱাবাৰো তপতীয়ে ক'লে 'এবাৰ আকৌ ব'লা, কিন্তু এতিয়া মোৰ দিদা বাঁচি থকা নাই –'

দিদা নোহোৱা পাশকুঁড়ালৈ মই আৰু কেনেকৈ যাম ?

আগৰ এটা অধ্যায়ত লিখিছিলোঁ যে কলিকতালৈ পঢ়িবলৈ আহি এটা হীনমন্যতাৰ ভাব জাগিছিল। তাৰ কাৰণ কেবাটাও। প্ৰধান দুটা হ'ল – এসময়ত গুৱাহাটীত স্কুল-কলেজত পঢ়া সময়ত মেধাবী ছাত্ৰী বুলি যি এটা খ্যাতি আৰ্জিছিলোঁ, কলিকতা বিশ্ববিদ্যালয়লৈ আহি মোতকৈ বহুত বেছি মেধাবী ছাত্ৰ-ছাত্ৰীৰ মাজত পৰাত মোৰ গৰ্বৰ সেই বেলুন ফুটি গৈছিল। দ্বিতীয় কাৰণ সাহিত্যিক হিচাপে বিফলতা। গুৱাহাটীত বি,এ, পঢ়াৰ সময়ত মই এগৰাকী স্বীকৃত সাহিত্যিকৰ মৰ্যদাপ্ৰাপ্ত ছোৱালী আছিলোঁ। কিন্তু কলিকতা বিশ্ববিদ্যালয়ৰ আলোচনীত মোৰ বাঙালীত লিখা গল্প এটাই যেতিয়া স্থান নাপালে তেতিয়া ভাব হ'ল যে অসমত বুলিহে মই এগৰাকী লেখিকা হিচাপে খ্যাতি আৰ্জিছোঁ, বঙালী হৈ ওপজা হ'লে কেতিয়াও এনেধৰণৰ প্ৰতিষ্ঠিত লেখিকা হ'ব নোৱাৰিলোহেঁতেন। আজি অ ত বছৰৰ পিছতো কিন্তু মই এই ধাৰণাটো সলনি কৰিব পৰা নাই। কটনিয়ানতো যে মোৰ গল্প কোনো দিন প্ৰকাশ নহ'ল সেই কথা আগতেই লিখিছোঁ।

কলিকতাত পঢ়া কালত মোৰ মানসিক উৎকৰ্ষ লাভ হৈছিল নে নাই নাজানো, কিন্তু বাহিৰৰ জগতলৈ ওলাই গৈ মোৰ মনৰ দিগন্ত প্ৰসাৰিত হৈছিল, নানা ধৰণৰ মধুৰ অভিজ্ঞতাবো সঞ্চয় হৈছিল যাৰ বাবে আজিও, এই বয়সতো মই সচাঁ অৰ্থতে ওৱৰ্ডছৱৰ্থৰ দৰে 'Emotions recollected in tranquility'ৰ আনন্দ লেহন কৰিব পাৰোঁ ।

কলিকতাৰ মধুৰ অভিজ্ঞতাবোৰৰ ভিতৰত সদায়ে স্মৰণীয় হৈ ৰ'ব 'লাইট হাউছ' আৰু 'মেট্ৰো'ত চোৱা তেতিয়াৰ বিশ্ববিখ্যাত হলিউডৰ চিনেমাবোৰ। এই চিনেমা হল দুটাৰ নামতো যেন তেতিয়া এক যাদুকৰী মায়া আছিল। দুটা হলত দুই ধৰণৰ সৌন্দৰ্য- মেট্ৰো জাকজমকতা পূৰ্ণ তাৰ কাৰ্পেট ইমানেই ডাঠ যে ভৰি দিলে ভৰি ডুবি যাব খোজে। নানা বিচিত্ৰ ৰঙীন লাইটৰ শোভা। লাইট হাউছৰ সমুখত প্ৰায় ৰাস্তাৰ ওপৰত লাইট হাউছৰ দৰে স্তম্ভ এটা, তাৰ গাত লাইট হাউছ নামটো লেখা আছে। লাইট হাউচৰ সৌন্দৰ্য গহীন বিধৰ, হলৰ বেৰৰ পৰা অদৃশ্য লাইটৰ পোহৰে বিচ্ছুৰিত হৈ এক মায়াময় পৰিবেশৰ সৃষ্টি কৰে। তেতিয়াৰ দিনত আমাৰ বাবে গুৱাহাটীৰ সৰ্বশ্ৰেষ্ট চিনেমা হল আছিল বোধহয় ৰূপায়ন, গতিকে কলিকতালৈ আহি এনে সুন্দৰ হলত চিনেমা চোৱাটোও আছিল এক মধুৰ অভিজ্ঞতা। মোৰ এতিয়াও

মনত আছে 'মেট্ৰো' ত প্ৰথম বিখন চিনেমা চাইছিলোঁ তাৰ নাম আছিল 'কুয়ো ভেডিছ' ভেডিয়াৰ এক বিখ্যাত চিনেমা। মোৰ সেই স্মৃতি ৰোমন্থন কৰিবলৈ মধুৰ সম্পৰ্কীয় ভায়েক এজনে মোক নিজে তোলা সেই সময়ৰ মেট্ৰোৰ ফটো এখনো উপহাৰ দিছিল। ভেডিয়া চোৱা চিনেমাবোৰৰ ভিতৰত মই বিশেষভাৱে উল্লেখ কৰিব খোজো ওৱাল্ট ডিজনিৰ ফেয়াৰি টেলছবোৰৰ আধাৰত তৈয়াৰ কৰা কাৰ্টুন চিনেমাবোৰ আৰু আইভানহো নামৰ ক্লাছিক এখনৰ। ফেয়াৰি টেলছবোৰ আছিল স্নহোৱাইট এণ্ড চেভেন ডোৱাৰ্ফছ, পিটাৰপেন, চিণ্ডেৰেলা, স্লিপিং বিউটি আদি। কাৰ্টুন চিনেমা যে কি অপূৰ্ব হ'ব পাৰে, মানুহৰ কল্পনা আৰু দক্ষতাই আৰ্টক যে কি উচ্চ পৰ্যায়লৈ লৈ যাব পাৰে সেই ছবিবোৰ চালেই বুজি পোৱা যায়। মোক সেইবোৰে আকৰ্ষণ কৰাৰ আৰু এটা কাৰণ আছিল এয়ে যে বহুত বয়সলৈকে মই শিশুগ্ৰন্থ পঢ়ি খুব উপভোগ কৰিছিলোঁ গ্ৰীম আৰু এণ্ডাৰছনৰ সাধুবোৰ খুব ভাল পাইছিলোঁ। এনেকি তাৰ কিছুমান কাহিনীয়ে মোৰ হৃদয়তন্ত্ৰীবোৰক এনেকৈ কঁপাই তুলিছিল যে মোৰ গল্প-উপন্যাস পঢ়া কোনোবা পাঠকে হয়তো কেতিয়াবা মন কৰিছে যে সেই সাধুবোৰ মই নানা ধৰণে ব্যৱহাৰ কৰিও আছিলো। মই কিয় শিশু গ্ৰন্থ ভাল পাওঁ — তাৰ ব্যাখ্যা মই নিজকে এইদৰে দিও যে মোৰ হৃদয়ত এটা চিৰশিশু লুকাই আছে যাক মই ডাঙৰ হ'বলৈ দি এই নিৰ্দয় আৰু কঠোৰ পৃথিৱীখনৰ জ্বালাযন্ত্ৰণাৰ মুখামুখি হ'বলৈ দিব নোখোজো। সেয়ে মোৰ এটা অতি প্ৰিয় গল্প আছিল পিটাৰপেন — যি পিটাৰপেন্ কেনোদিনে ডাঙৰ হোৱা নাছিল, ডাঙৰ হ'ব খোজা নাছিল। কিন্তু সেয়াতো ফেয়াৰি টেলছহে, বাস্তৱ জীৱনততো আমি ডাঙৰ হওঁয়েই আৰু মোৰ 'সেই নদী নিৰবধিৰ' নায়িকা লক্ষ্মীৰ ভাষাত —'ডাঙৰ হোৱাৰ যে সঁচায়ে কিমান দুখ!'

'আইভানহো'ৰ উল্লেখ কৰিব খুজিছোঁ তাৰ অন্যতম নায়িকা ৰেবেকা ৰূপী এলিজাবেথ টেইলৰৰ বাবে। ভেতিয়া মই এলিজাবেথ টেইলৰৰ নামেই বোধহয় শুনা নাছিলো — কিন্তু চিনেমাখনত ৰেবেকা নামৰ ইহুদি যোৱালীজনীৰ ৰূপ দেখি মই মন্ত্ৰ মুগ্ধ হোৱাৰ দৰে হৈছিলোঁ। মানুহে গ্ৰেটা গাৰ্বোৰ ৰহস্যময় সৌন্দৰ্যৰ উচ্ছসিত বৰ্ণনা কৰি আহিছে, কিন্তু মোৰ চকুত হলিউডৰ সৰ্বকালৰ দুই সৰ্বশ্ৰেষ্ঠ সুন্দৰী হ'ল এলিজাবেথ টেইলৰ আৰু ইনগ্ৰিড্ বাৰ্গমেন। সেয়ে বঙ্গৰ লেখক ৰঞ্জন বন্দোপাধ্যায়ে ইনগ্ৰিড বাৰ্গমেনৰ মৃত্যুত যেতিয়া লেখিছিল যে তৰুণ বয়সত তেওঁৰ চিনেমা এখন চাবলৈ ব'দে বৰষুণে ঘণ্টাৰ পিছত ঘণ্টা চিনেমা হলৰ আগত টিকেটৰ বাবে লাইনত থিয় দি থাকিছিল — ভেতিয়া মই তাক অতিশয়োক্তি বুলি ভবা নাছিলোঁ।

পিছে ভেহিনোদিবসা ঃ গতাঃ।

সেই ৰামো নাই অযোধ্যাও নাই। অৱশ্যে এই চৰ্বিত চৰ্বন বাক্যটো লেখি উঠি

ভাবিলোঁ — আজিৰ পৰিপ্ৰেক্ষিতত এইটো এটা অতি ভুল উক্তিহে কৰিলোঁ- এতিয়া সেই ৰাম আৰু অযোধ্যা ভাৰতবৰ্ষত এনে ভয়ংকৰভাৱে বিৰাজমান যে মনে আকুল ভাৱে এই ক্ষেদোক্তি কৰে — আমাৰ ৰাম গৰাকী যদি অযোধ্যাত কেতিয়াও জন্ম নল'লেহেঁতেন তেতিয়াহ'লে যে বহুত নিৰীহ নিৰপৰাধী মানুহৰ প্ৰাণ বাচি গ'লহেঁতেন!

সি যি কি নহওক, তিনিশ বছৰীয়া কলিকতাত 'মেট্ৰো', 'লাইট হাউচ' আজিও পূৰ্বৰ আকৃতিৰেই থিয় হৈ আছে কিন্তু পূৰ্বৰ কোনো মহিমা নাই। ব্ৰিটিছসকল গুচি যোৱাৰ পিছত তেওঁলোকৰ নিৰ্মিত সেই সুন্দৰ ছবিঘৰ দুটাৰ ৰক্ষণাবেক্ষণত ইমানেই অনাদৰ আৰু অৱহেলা পৰিলক্ষিত হয় যে মনটো ব্যথাৰে ভৰি যায়। বহুত বছৰৰ বিৰতিৰ পিছত লাইট হাউছত সোমোৱাৰ বাৰাণ্ডাখনৰ ওপৰত মকৰাজালৰ কি বিশাল বিস্তাৰ দেখিছিলো! মেট্ৰোৰ কাৰুকাৰ্যৰ ছাল-বাকলি এৰাই গৈছে। কিন্তু এহো বাহ্য। আগতে মেট্ৰো-লাইট হাউছ মানেই হলিউডৰ ভাল ভাল ছবিৰ প্ৰদৰ্শনৰ ছবিঘৰ আছিল, এতিয়া সেই দুটাত প্ৰদৰ্শিত হয় হিন্দী আৰু ইংৰাজীৰ ছেক্স-ভায়োলেন্স সৰ্বস্ব ছবি, কেতিয়াবা ভাল চিনেমা প্ৰদৰ্শিত হ'লেও সেইবোৰ প্ৰায়ভাগেই এসপ্তাহৰ বেছি নচলে। বাওপন্থী দলৰ শাসনাধীন, সংস্কৃতিৰ কেন্দ্ৰ কলিকতাৰ দুটা ঐতিহ্যপূৰ্ণ চিনেমা হলত অপসংস্কৃতিৰ এনে দপদপনি কি যে বেদনাদায়ক !

আজিকালি গুৱাহাটীতো পৃথিৱী বিখ্যাত চিনেমাবোৰৰ ফিল্ম মহোৎসৱ চলে, কিন্তু আমাৰ দিনত তেনে প্ৰদৰ্শন নহৈছিল, গতিকে কলিকতাতে বাই চাইকেল থিফ্, যুদ্ধি ওৱাৰিছো আদি অপূৰ্ব ছবিবোৰ চাই তেতিয়া যে কি আপ্লুত হ'ব পাৰিছিলোঁ! কলিকতাত চোৱা আন এখন চিনেমাৰ কথাও খুব মনত পৰে — সেইখন আছিল এইচ জি ওৱেলছে লিখা কিতাপৰ আধাৰত নিৰ্মিত অৰছন্ ওৱেলছৰ 'ওৱাৰ অব দা ওৱাৰ্ল্ডছ্'। মঙ্গল গ্ৰহৰ প্ৰাণী আহি পৃথিৱীখন আক্ৰমণ কৰিছে, এফালৰ পৰা পৃথিৱীৰ নগৰ-চহৰ, বন-উপবন, পথাৰ প্ৰান্তৰ জ্বলাই ছাৰখাৰ কৰি নিছে — কি জীৱন্ত, কি বাস্তব, কি ভয়ংকৰ! চৌৰঙ্গীৰে সৰু চিনেমা হল টাইগাৰত সেই চিনেমাখন চাইছিলোঁ। তেতিয়া মনক সহজেই গভীৰ ছাপ পেলাব পৰাৰ বয়স। মোক চিনেমাখনে ইমানেই জোকাৰি দিছিল যে শেষ হোৱাৰ পিছত হলৰ পৰা ওলাই আহি আলোকৰ নানা প্ৰদৰ্শনেৰে জকমকাই থকা চৌৰঙ্গী, অতি ব্যস্ত ৰাস্তাৰ ওপৰেদি যান-বাহনৰ আহ-যাহ, মানুহৰ আহযাহ দেখি হঠাতে মনত যে কি গভীৰ প্ৰত্যয়, আশ্বাস আৰু স্বস্তি ভাৱৰ উদয় হৈছিল! নাই নাই পৃথিৱীখন ধ্বংস হৈ যোৱা নাই, মোৰ সন্মুখত এইখন অতি ব্যস্ত, উজ্বল, আনন্দমুখৰ পৃথিৱী তাৰ নিত্য নৈমিত্তিক ঘটনাপ্ৰবাহেৰে ঘূৰিয়েই আছে।

মোৰ স্মৰণীয় আনন্দমুখৰ অভিজ্ঞতাবোৰৰ অন্যতম হ'ল বিভিন্ন সাংস্কৃতিক অনুষ্ঠানবোৰ। ৰবীন্দ্ৰ সংগীতৰ আবেদন বহুনিনীয়া, এই অনুষ্ঠানবোৰতে প্ৰাণভৰি শুনিছিলোঁ দেবব্ৰত বিশ্বাস, সুচিত্ৰা মিত্ৰ, নীলিমা সেন আদিৰ গান। হেমন্ত মুখাৰ্জী তেতিয়া বোধহয় বোম্বাইত, গতিকে তেওঁৰ গান শুনাৰ ভাগ্য হোৱা নাছিল। আৰু এক স্মৰণীয় অভিজ্ঞতা হৈছিল শম্ভু মিত্ৰৰ আবৃত্তি শুনা। তেতিয়া শম্ভু মিত্ৰ আৰু তৃপ্তি মিত্ৰ – এইহাল দম্পতিয়ে তেওঁলোকৰ সাংস্কৃতিক কেৰিয়াৰ আৰম্ভ কৰিছিল মাত্ৰ। মই তেওঁলোকৰ নামেই শুনা নাছিলোঁ, কিন্তু এদিন বিশ্ববিদ্যালয়ৰ ক্লাছৰ ছোৱালীবোৰে দল বান্ধি কলেজ স্কোৱাৰত মুকলিত কোনোবা শম্ভু মিত্ৰই আবৃত্তি কৰা শুনিবলৈ যোৱাত ময়ো গৈছিলোঁ। তাৰ পিছত জীৱনত পাহৰিব নোৱাৰা অভিজ্ঞতাৰ আনন্দই মোক স্তব্ধ কৰি পেলাইছিল। দীৰ্ঘদেহী সুন্দৰ চেহেৰাৰ এজন ডেকা – আবৃত্তি কৰিছে 'মধুবংশীৰ গলি' নামৰ এটা দীঘল কবিতা। মই জনাত সেই কবিতাটোৰেই এখন পদ্যপুথি ৰচিত হৈছিল। ইমান দীঘল কবিতা, কলেজ স্কোৱাৰৰ ওচৰৰ গলিটো মানুহ ভৰ্তি হৈ গৈছিল, কিন্তু কাৰো মুখত 'টু' শব্দটোও নাছিল, মন্ত্ৰমুগ্ধৰ দৰে স্তব্ধ হৈ মানুহে সুদীৰ্ঘ সময় ধৰি শুনি গৈছিল – মধুবংশীৰ গলিৰ আবৃত্তি। সেই আবৃত্তিৰ এটা বাক্যই মাত্ৰ মোৰ মনত আছে – 'জমবে, ভালো জমবে, ভালো এই মধুবংশীৰ গলি!'

ইয়াৰ পিছত কোনোবা এটা মঞ্চত শম্ভু মিত্ৰ আৰু তৃপ্তি মিত্ৰৰ মুকলি অভিনয় অৰ্থাৎ উকা মঞ্চত কোনো সাজ-সৰঞ্জাম নোহোৱাকৈ কৰা অভিনয় দেখাৰো সৌভাগ্য পঁয়ত্ৰিশ বছৰৰ পিছত কলিকতাত সেই তৃপ্তি মিত্ৰ-শম্ভু মিত্ৰৰে জীয়েক শাঁওলি মিত্ৰৰ 'নাথবতী অনাথবৎ' নামৰ একক অভিনয় চোৱাৰো সৌভাগ্য হৈছে, অৱশ্যে সি অন্য প্ৰসংগৰ কথা।

কলিকতা বিশ্ববিদ্যালয়ৰ জীৱনৰ লগত ওচৰৰ কফি হাউছ এখনৰ জীৱনো ওতঃপ্ৰোতঃভাৱে জড়িত। ছাত্ৰ-ছাত্ৰীবোৰে কফিৰ কাপ আগত লৈ চিগাৰেটৰ ধোঁৱা উৰুৱাই আড্ডা মাৰেগৈ। এটাই মাত্ৰ হল, গতিকে সকলোৰে সমস্বৰ কথা-বতৰাৰ হট্টগোলত মোৰ প্ৰথমতে মূৰটোৱে বেয়া লাগি গৈছিল। পিছলৈও মই সেই কফি হাউছৰ কোনোধৰণৰে ভক্ত হ'ব পৰা নাছিলোঁ।

কলিকতা বিশ্ববিদ্যালয়ৰ জীৱনৰ বৰ্ণনা বহুতেই দিলোঁ – এতিয়া শেষ কৰাৰ আগতে আৰু কেইটামান মধুৰ স্মৃতিৰ ৰোমন্থন কৰি লওঁ ।

লাহে লাহে আমাৰ পৰীক্ষাৰ সময় ওচৰ চাপি আহিছিল আৰু আমাৰ হোষ্টেলৰ যিসকল ছোৱালীৰ পঢ়াৰ প্ৰতি বেছি মতি-গতি নাছিল, সেই ছোৱালীবোৰো দিন-ৰাতি সময় পালেই কিতাপত মুখ গুজি থাকিছিল। একমাত্ৰ সৰোজ দত্তৰ বাহিৰে আমাৰ অসমীয়া ছোৱালীৰ এজনীৰো বেছি পঢ়াৰ অভ্যাস নাছিল। সেই সময়ত একেলগেই আঠখন প্ৰশ্ন কাকতৰ উত্তৰ দিব লাগিছিল– দুটা বছৰ একেৰাহে পঢ়াৰ পিছত। এতিয়াৰ দৰে প্ৰিভিয়াছ ফাইনেলৰ ব্যৱস্থা নাছিল।

মই দুবাৰ গৈ কলিকতাত পঢ়িছিলোঁ – প্ৰথমবাৰৰ পৰীক্ষাৰ সময়ৰ স্মৃতি মধুৰভাৱে ৰোমন্থন কৰিবলগীয়া নহয় যদিও দ্বিতীয়বাৰৰ কথা সদায় মনত থাকিব, বিশেষকৈ অপৰ্ণা নামৰ এজনী ছোৱালীৰ কথা কেতিয়াও পাহৰিব নোৱাৰো। তাই আছিল পঞ্চম বাৰ্ষিকৰ ছোৱালী, স্বভাৱত খুব মধুৰ, দেখাত সুন্দৰী, ভাল ৰবীন্দ্ৰ সংগীত জানিছিল আৰু পৰাৰ্থে সময় অতিবাহিত কৰিবলৈ ভাল পাইছিল। তাই মোক বহুত ৰবীন্দ্ৰ সংগীত শুনাইছিল, তাই গোৱা 'জাগৰণে যায় বিভাৱৰী, আঁখি হ'তে ঘুম কে নিল হৰি-' আজিও যেন কাণত বাজি থাকে। আমাৰ পৰীক্ষাৰ সময়ত পঢ়ি পঢ়ি ক্লান্ত হোৱা আৰু মূৰ বিষোৱা ছোৱালীবোৰক তাই আহি বহুত সময় মূৰ পিটিকি দিছিল, কপালত তাইৰ নিজৰ চন্দন তেল আনি ঘঁহি দিছিল। চন্দন তেলৰ কোনো ডাক্তৰী গুণ নাই, কিন্তু তাৰ সুগন্ধ অতুলনীয়। অপৰ্ণাৰ বাবেই তেতিয়া প্ৰথমবাৰৰ কাৰণে এই মহাৰ্ঘ চন্দন তেলৰ লগত পৰিচিত হৈছিলোঁ। পৰীক্ষাৰ কেইদিন অপৰ্ণাই লগৰ ছোৱালীবোৰক লৈ আমাক উপযাচিকা হৈ আৰু এটা সহায় কৰি দিছিল – আমাৰ যাতে পঢ়াৰ সময় দীৰ্ঘতৰ হয় তাৰ বাবে পৰীক্ষাৰ আগত দিইতে আমাক মূৰ আচুৰিবও নিদিছিল। তেতিয়া সকলোৰে বেণী গুঠিছিল অথবা সেই বেণীবে নানাৰকম খোপা বান্ধি-ছিল। এতিয়াৰ দৰে চুটিকৈ চুলি কটা ছোৱালী নাছিল বুলিয়েই ক'ব পাৰি। গতিকে আমাক পঢ়িবলৈ লগাই দি ( মৰাৰ আগত বিধিনি মকৰধ্বজ সেৱন কৰিব পাৰে আৰু!) দিইতে আমাৰ চুলিবোৰ আচুৰি বেণী গুঁঠি দিছিল, খোপা বান্ধি দিছিল। 'a little love... সঁচায়ে জীৱনত কি যে আপুৰুগীয়া বস্তু !

এতিয়া মই মাজে মাজে অপৰ্ণাৰ কথা ভাবোঁ। তাইৰ কিন্তু আৰু কোনো খবৰেই নাপাওঁ — তাইৰ বা জীৱনটো কেনেকৈ পাৰ হ'ল! তাইৰ দৰে ইমান মৰমিয়াল ছোৱালীজনীয়ে কেনেকুৱা বা জীৱনসংগী পালে। জীৱন-দেৱতাৰ দাক্ষিণ্যতো অতি খাম-খেয়ালীৰে ভৰা, সেই দেৱতাই যোগ্যজনক বঞ্চিত কৰাৰ আৰু অযোগ্যজনক পাৰ উজাৰি দিয়াৰ কত উদাহৰণেইতো এই নাতি-হ্ৰস্ব জীৱনটোত দেখিলোঁ! মোৰ বন্ধু গীতা বায়ে খুব পূৰ্বজন্মৰ কৰ্মফলৰ ওপৰত বিশ্বাস কৰে —নহ'লে বোলে এইজন্মত বহুতে অকাৰণে সুখ পোৱা আৰু বহুতে অকাৰণে দুখ পোৱাৰ কোনো ব্যাখ্যাই বিচাৰি পোৱা নেযায়। মই সেইবোৰত বিশ্বাস নকৰোঁ- কিন্তু প্ৰাপ্তি অপ্ৰাপ্তি তথা পোৱা-নোপোৱা আৰু পাই হেৰুৱাৰ বেদনাৰ কথা ভাবিলে কিয় জানো মোৰ ৰবীন্দ্ৰনাথৰ এই ফাঁকি কবিতা সদায়েই মনলৈ আহে .... তবু এ দুয়েৰ মাঝখানে আছে কোনো মিল/ নহিলে নিখিল/ ধৰণীৰ এত বড় প্ৰবঞ্চনা/ সহিত কি কৰিয়া....

মোৰ তলৰ ক্লাছৰ ছাত্ৰী অপৰ্ণাক যেনেকৈ পাহৰিব নোৱাৰো তেনেকৈ পাহৰিব নোৱাৰো পিছৰ বাৰ পঢ়িবলৈ গৈ পোৱা ৰুমমেট বুলু ৰায় চৌধুৰীকো। তায়ো মোৰ জুনিয়ৰ আছিল যদিও সেইবাৰ একেলগে পঢ়িছিলোঁ। বুলু দিল্লীৰ ছোৱালী, কিয় কলিকতাৰ হোষ্টেলত থাকি পঢ়িবলৈ আহিছিল নাজানো। তাইৰ দেউতাক খুব ধনী মানুহ, বুলুলৈ বহুত পইচা পঠিয়ায়, কিন্তু ছোৱালীজনী একেবাৰে বোহেমিয়ান স্বভাৱৰ, প্ৰথম কেইদিনতে পইচাবোৰ দুই হাতেৰে উৰুৱায় আৰু শেষত চৰম দৰিদ্ৰাৱস্থাত পৰি ইয়াৰ তাৰ পৰা ধাৰ কৰে। কিন্তু তাইৰ মনটো আছিল খুব উদাৰ আৰু সৰল। লাহে লাহে বুলুৰ আন এটা পৰিচয় পালোঁ - তাই বোলে কম্যুনিষ্ট। আমি হাঁহি উঠাই দিওঁ- ইমান টকা উৰুৱা ছোৱালী আৰু কিহৰ কম্যুনিষ্ট ? তাইৰ সাম্যবাদৰ চিন কেৱল এটা কথাতে দেখিছিলোঁ -হোষ্টেলৰ পৰা বিশ্ববিদ্যালয়লৈকে যিমান পিয়ন, চকীদাৰ, ভৃত্য আছিল — সকলোকে বুলুৱে আপুনি বুলি সম্বোধন কৰিছিল!

বুলুৱে পঢ়া-শুনা বোলা কথাটোৰ ওচৰেই নাচাপিছিল, ইকালে ইংৰাজী কৈছিল চাহাবৰ দৰেই। অথচ সেই বুলুয়ে ইংৰাজীৰ এম,এ, পৰীক্ষাৰ খবৰ ওলোৱাত দেখা গ'ল যে ফেল কৰিছে। পৰীক্ষাৰ ওচৰ চপাতহে তাইৰ বোধ হৈছিল যে পঢ়িব লাগে আৰু পঢ়িবলৈ হ'লে ৰাতি জাগিবই লাগিব। গতিকে ৰাতি জগাৰ আহিলা গোটাই ল'লে -ফ্লাস্ক, চাহপাত, কফি, কনডেন্সড্ মিল্কৰ টিন। গধূলিতে পাকঘৰৰ পৰা বাজনীক খুজি গৰম পানী আনি লয়। ৰাতি ভাত খাই উঠি কিছুপৰ পঢ়াৰ পিছতেই টোপনি লাগে, তেতিয়া হুলস্থূলকৈ চাহ কৰে। সেই পৰ্বতো প্ৰায় এঘন্টামান সময় যায়। তাৰ পিছত পুনৰ পঢ়িবলৈ আৰম্ভ কৰে যদিও চাহেও সেই প্ৰতাপী নিদ্ৰাদেৱীক কাবু কৰিব নোৱাৰে। শেষত বুলুৱে কয়- 'আজি শুই থাকো দিয়া বকুলদি। কালি খুব পুৱাতে উঠি পঢ়িম।'

কিন্তু খুব পুৱা উঠা আৰু কেনোদিনেই নহয়, যেনেকৈ নহয় ৰাতি চাহ খাই উঠি পঢ়া। গতিকে এই বুলুৱে আৰু ফেল নকৰি কোনে কৰিব ?

আন দুজনী ৰুমমেটৰ বুলুৰ লগত সিমান ঘনিষ্ঠতা নাছিল — সিহঁতে নিজৰ পঢ়াশুনা মাটি হোৱাৰ ভয়ত বুলুৰ পৰা সভয়ে আঁতৰি থাকিছিল। কিন্তু এই আধা পাগলী ছোৱালীজনীক মই মৰম নকৰি নোৱাৰিছিলোঁ। তদুপৰি মোৰো নাছিল পঢ়াশুনাত মন। সেই সময়ত মোৰ জীৱনত এক ধৰণৰ এটা ধুমুহাৰ সৃষ্টি হৈছিল - মোৰ বাবে জীৱন অৰ্থশূন্য যেন হৈ গৈছিল। এক গভীৰ হতাশা আৰু দুখবোধে মোৰ হৃদয়-মন আবৰি ধৰিছিল। মই তেতিয়া যিকোনো উপায়েৰে সেই মানসিক যন্ত্ৰণাৰ পৰা পলায়নৰ বাট বিচাৰি ফুৰিছিলোঁ, মোৰ তেতিয়া সাহিত্য চৰ্চা, কম্যুনিজম , এইবোৰৰ লগত কেনো সম্পৰ্কই নোহোৱা হৈছিল। জীৱনটো যেতিয়া বিস্বাদ আৰু উকা হৈ পৰে, তেতিয়া ভৱিষ্যত বা নিজ কৰ্মৰ ফলাফলৰ বিষয়ে কোনেই বা গ্ৰাহ্য কৰে? ইযাকেই বোলে বোধহয় মানসিক আত্মহত্যা। মই তেনে আত্মহত্যাৰ পথলৈ আগবাঢি গৈছিলোঁ। মই জীয়াই থাকিব বিচাৰিছিলোঁ খুচুৰা আনন্দ, খুচুৰা নিচাত। জীৱনত মোৰ সেই প্ৰথমবাৰৰ বাবে অধঃপতন ঘটিছিল। তেতিয়া মই এনে কিছুমান কাম কৰিছিলোঁ যাৰ স্মৰণত আজিও মই ধৰ্‌ফৰাই মৰোঁ আৰু ভাবোঁ — জীৱনটো যদি পুনৰ প্ৰথমৰ পৰা আৰম্ভ কৰাৰ সুবিধা পালোহেঁতেন — তেন্তে এই ভুলৰ পুনৰাবৃত্তি মোৰ জীৱনত কেতিয়াও নঘটিলহেঁতেন। পিছে হয় জানো ? বিখ্যাত 'Dear Brutas' নামৰ নাটকখনলৈ মনত পৰি যায়।

যি হওক, এনে এক মনৰ অৱস্থাতে বুলুৰ এই ছন্নছাড়া জীৱন ধাৰাত ময়ো ওতঃপ্ৰোতভাবে ডুবি গৈছিলোঁ। বুলুৰ লগতে ৰাতি জাগি পঢ়াৰ সংকল্পেৰে চাহ খাওঁ আৰু তাৰ পিছত শুই পৰোঁ। পিছদিনা পুৱাও দেৰিকৈ উঠোঁ। অৱশ্যে বুলুতকৈ যে মই অলপ বেছি পঢ়িছিলোঁ সেইটো ঠিক। ফলো পাইছিলোঁ সেই হিচাপেই — তাই এম, এত ফেল কৰিছিল — মই কৰা নাছিলোঁ।

বুলুৰ কথা ভাবি ভাবি এতিয়াও মোৰ বিস্ময় জাগে। এফালে তাইৰ কম্যুনিষ্ট আদৰ্শ, আনফালে তাইৰ ইংৰাজী গাত ঘঁহা সংস্কৃতি। তাই মাজে মাজে ইংৰাজী গান গাইছিল-মোক উদ্দেশ্য কৰি মাজে মাজে এইটো গানো গাইছিল 'Beautiful brown eyes ......। বুলুৱে শেষত আৰু এটা মজাৰ কাণ্ডও কৰিছিল , চাহেৰে টোপনিক ভেটা দিব নোৱাৰি শেষত ব্ৰাণ্ডি আনি লৈছিল। ব্ৰাণ্ডিৰে টোপনি আঁতৰ কৰে বুলি শুনা নাছিলোঁ- - অন্ততঃ ব্ৰাণ্ডিয়ে বুলুৰ টোপনিক ভেটিব পৰা নাছিল। মই অৱশ্যে ব্ৰাণ্ডিৰ এটা টোপালো মুখত দিয়া নাছিলোঁ। মোৰ সাধাৰণতে কোনো ধৰণৰ সংস্কাৰ নাই — তথাপি কিয় জানো আজিলৈকে মই এটোপা মদো স্পৰ্শ কৰি নাপালোঁ !

সি বিকি নহওক, আমাৰ পৰীক্ষা শেষ হৈ গৈছিল। মোৰ মন তেতিয়া গ্লানি আৰু বেদনাত ভাৰাক্রান্ত। অসময়ে কি ভৱিষ্যত সমুখত লৈ উভতি যাম বাৰু? কিছুদিন ক'ৰবাত আত্মগোপন কৰি থাকিব পাৰিলে! আৰু ঠিক তেনে সময়তে বুলুৱে প্রস্তাৱ দিছিল যে মই বুলুৰ লগত দিল্লীলৈ যাব লাগে। মই দিল্লী দেখা নাই – তেতিয়ালৈ ( ১৯৫৬ চন ) কলিকতাৰ বাহিৰে অসমৰ বাহিৰৰ আৰু ক'লৈকো যোৱা নাছিলোঁ- গতিকে এই সুযোগতে দিল্লী চাই নাহো কিয়? কোৱা বাহুল্য, মই এক কথাত ৰাজী হৈ গ'লো। ঘৰলৈ চিঠি লেখাত বিনা বাক্য ব্যয়ে দাদাই টকা পঠাই দিলে – ( মোৰ ঘৰখনৰ পৰা সদায়ে সকলো কথাতে মই কিমান দাক্ষিণ্য আৰু স্বাধীনতা যে পাই আহা নাই! ) আৰু তাৰ পিছত ডিচেম্বৰৰ শেষৰ পিনে বুলুৰ লগত দিল্লীলৈ যাত্রা কৰিছিলোঁ।

বুলুহঁতৰ ঘৰ আছিল পুছা ৰোডত। প্রকাণ্ড ঘৰ। ঘৰটোত বিৰাট কম্পাউণ্ড। বুলুহঁতৰ ঘৰটো আছিল একতলাৰে চাৰিটা ফ্লেটৰ। তিনিটা ভাড়া দিছিল। এটাত সিহঁত নিজে আছিল। ডাঙৰ পৰিয়াল-মাক, দেউতাক, পাঁচজনী ছোৱালী, দুটা ল'ৰা। বুলুৱেই ডাঙৰ সন্তান।

আমি দিল্লীলৈ যোৱাৰ সময়ত বুলুৰ মাক নাছিল - ভায়েকৰ ঘৰলৈ সে ক'ৰবালৈ গৈছিল। কিন্তু তাৰ বাবে মোৰ প্রতি আতিথ্যৰ কোনো ত্রুটি হোৱা নাছিল। ঘৰত কাম কৰা মানুহ আছিল আৰু বুলুৰ তলৰ ভনীয়েক তুলু আছিল বুলুৰ ঠিক বিপৰীত – কামে-কাজে খুব ওস্তাদ। বায়েকৰ আলহীৰ সকলো যত্ন তায়েই লৈছিল।

দিল্লীৰ সেই যাত্রা মোৰ পক্ষে অতি আনন্দদায়কেই হ'লহেঁতেন যদিহে ডিচেম্বৰ-জানুৱাৰীৰ প্রচণ্ড শীতে মোক কাবু কৰি নেপেলালেহেঁতেন। জীৱনত তেনে ঠাণ্ডাৰ অভিজ্ঞতা সেই প্রথম। ৰাতি দুটা তিনিটা চুয়েটাৰ পিন্ধি লৈ এখন লেপ আৰু এখন কম্বলৰ তলত সোমায়ো যেন ঠাণ্ডাত টোপনি আহিব নুখুজিছিল। দিনত বুলুহঁতৰ বাগান ৰ'দে টোৱাই থাকে, কিন্তু তাত বহাৰ পিছতো যেন ঠাণ্ডা আঁতৰিব নোখোজে। বুলুহঁতৰ এখন গাড়ী আছিল, বুলুৰ দেউতাকে সেই গাড়ীৰে মোক দিল্লীৰ সকলো দ্রষ্টব্য স্থানকে দেখুৱাইছিল। কিন্তু বুলু-তুলুহঁতৰ লগত যেতিয়া অকলে অ'ত ত'ত অটোৰে ফুৰিছিলোঁ, তেতিয়া ঠাণ্ডা যেন হাড়লৈকে সোমাই গৈছিল। বুলুৰ এজনী সৰু ভনীয়েক বুদানে ক'ত জানো এটা বাংলা 'ছড়া' শিকি আহি আমাক শুনাইছিল – সেইটোৰ কিছু কথা মোৰ আজিও কাণত বাজে ( বুদানৰ হিন্দী মিহলোৱা বাংলা কথাই মোক খুব আমোদ দিছিল -'বকুলদি, তোমাৰ চিঠিতা আমি বাড়ীৰ নজদিকেই থাকা লেটাৰ বক্সে ডালি এলাম')
'শীতেৰ বুড়ী, ডাইনী বুড়ী, মৰবে কবে বলতে পাৰো? হাড় খেয়েছে, মাস খেয়েছে, ৰক্ত চুষে বেজায় খুশী ......'

বুলুৰ ভাই-ভনীবোৰৰ লগত মোৰ বেছ ঘনিষ্ঠতা হৈ গৈছিল। সৰু ভায়েক দিদিৰু

সাধু শুনাইছিলোঁ বাবে সি মোৰ লগেই নেৰা হৈছিল। ভুলুৱে মোৰ কনকৰা মুগাৰ মেখেলা-চাদৰ পিন্ধি ঘূৰি ফুৰিছিল।

মই বুলুইঁতৰ ঘৰত প্ৰায় এমাহ আছিলোঁ। তাৰ পিছত ২৬ জানুৱাৰী সমাগত হৈছিল। বুলুইঁতে মোক ২৬ জানুৱাৰী চাইহে যবলৈ ওভতাৰ বাবে টানি ধৰিছিল। এনেকি তাৰ পিছতেই দেউতাকৰ কামৰ হেঁচা অলপ কমিলে সিইঁতৰ গাড়ীৰে নি তাজমহল দেখুৱাৰ প্ৰলোভনো দিছিল। কিন্তু ঠাণ্ডাৰ প্ৰকোপত শেৰলৈ মোৰ কেতিয়া দিল্লী এৰোঁ এৰোঁ লাগিছিল। গতিকে সকলো প্ৰলোভন , সকলো অনুৰোধ নেওচা দি মই ২৬ জানুৱাৰীৰ আগতেই গুৱাহাটীলৈ গুচি আহিছিলোঁ। ঘৰৰ মানুহে মোৰ সেই কাৰ্যক বুৰ্বকামী বুলি অভিহিত কৰিছিল, আক ইমান সুবিধা পায়ো তাজমহল নোচোৱাকৈ গুচি অহাটো। আচৰিত, মোৰ কিন্তু আজিলৈকে আৰু সেই তাজমহল চোৱাই হৈ নুঠিল। পৰিণত বয়সত গৈ পুত্ৰৰ লগত জয়পুৰৰ বাসিন্দা হ'লো, দিল্লীৰ বাসিন্দা হ'লো – তথাপি কিয় জানো আজিলৈ মোৰ আৰু ' প্ৰেমৰ সৌধ' তাজমহল চোৱা হৈ নুঠিল !

দিল্লীৰ অভিজ্ঞতাৰ ভেটিত মই ৰামধেনুত 'চ্যুতি' নামৰ গল্প এটা লিখিছিলোঁ এটা বাজে গল্প! যিহওক, দিল্লীৰ জীৱনৰ আৰু কিছু কথা লিখিলে সেই গল্পৰ বেকগ্ৰাউণ্ডটো জনা যাব ।

শিপ্ৰীত বুলুৰ এটা বন্ধুৰ দল আছিল — সেই তৰুণ তৰুণীৰ দলটোৰ প্ৰায় প্ৰত্যেকেই একো একোজন সম্ভাৱনাপূৰ্ণ কবি, সাংবাদিক বা গল্পকাৰ আছিল। প্ৰাণ প্ৰাচুৰ্যৰে ভৰা সেই দলটোৰ মধ্যমণি আছিল সুনন্দা নামৰ এজনী অতি সপ্ৰতিভ আৰু সুন্দৰী ছোৱালী। তাইৰ মুখত সদায় হাঁহি লাগি থাকিছিল আৰু ব্যৱহাৰ আছিল অতি আন্তৰিকতাৰে ভৰা। সিহঁতবোৰে এদিন আমাক লৈ ইণ্ডিয়াগেটৰ ফালে ফুৰিবলৈ গৈছিল আৰু তাৰ পিছত ছাউথ ব্লক নৰ্থ ব্লকৰ সমুখৰ পৰা ইণ্ডিয়া গেটলৈ উদ্দাত্ত কণ্ঠেৰে সেই বিখ্যাত 'মধুবংশীৰ গলি' কবিতাটোকে ( যাৰ প্ৰথম আবৃত্তি মই শম্ভু মিত্ৰৰ কণ্ঠত শুনিছিলো ) আবৃত্তি কৰি কৰি সমদলটো আগবাঢ়িছিল। তেতিয়া সন্ধিয়া হৈছিল, দুয়োকাষৰ ফোৱাৰাবোৰে ৰঙা নীলা আলোকেৰে সমগ্ৰ অঞ্চলকে যেন অপূৰ্ব মায়াপুৰীৰ দৰে কৰি পেলাইছিল। এতিয়া ব'ট ক্লাব বুলি জনাজাত ঠাইতোখৰত কিন্তু সেই ফোৱাৰাবোৰ আৰু নাই। যিহওক — মধুবংশীৰ গলিৰ এটা বাক্য আছিল — 'জমবে ভালো, জমবে ভালো মধুবংশীৰ গলি' — আমাৰো সেই সন্ধিয়াটো ভালকৈয়ে জমি গৈছিল। শেষত আমি ইণ্ডিয়া গেটৰ সমুখত বহি বাদাম ভজা, চানাচুৰ আদি খাইছিলোঁ।

সিদিনা সেই দলটোৰ মাজত বহি মোৰ অদ্ভুত অনুভূতি এটা হৈছিল। এই দলটোৰ প্ৰত্যেকেই একোজন সৰু-সুৰা বুদ্ধিজীৱি, মই নিজেও সিহঁতৰ সমপৰ্যায়ৰ কিন্তু মোক সিহঁতে কেৱল বুলুৰ এজনী অসমীয়া বন্ধু বুলিহেই জানে, আন একোকেই নেজানে। গতিকে স্বাভাৱিকতে মোক কোনেও 'বিশেষ চকুৰে' চোৱা নাছিল, যদিও প্ৰত্যেকৰে ব্যৱহাৰত সৌজন্যবোধৰ অভাৱ নাছিল। কিন্তু গুৱাহাটীৰ এনে তৰুণ 'বুদ্ধিজীৱী সমাজত মোৰ ইতিমধ্যে বিশেষ এখন স্থান হৈছিল' — ফলত শিপ্ৰীত সিহঁতৰ মাজত এজন 'nobody' , দৰে বহি থাকি মোৰ অন্তৰত একধৰণৰ জ্বালাৰ উদ্ৰেক হৈছিল। আৰু সেই জ্বালা ধৰিছিল সুনন্দাৰ প্ৰতিও। সেই জ্বালা বোধহয় মোৰ অন্তৰত থাকিয়েই গৈছিল, যাৰ ফলত গুৱাহাটীলৈ উভতি আহি মই 'চ্যুতি' বুলি নামেৰে গল্প এটা লিখিছিলোঁ আৰু সেইটো ৰামধেনুত প্ৰকাশ হৈছিল।

সেই দলটোৰ লগত আমি পিছত দিল্লীৰ ওচৰৰ 'সুৰজ কুণ্ড' নামৰ ঠাই একোখনলৈ পিকনিক খাবলৈও গৈছিলোঁ। ঠাইতোখৰ অদ্ভুত ভাল লাগিছিল। [illegible] দলেই যেন পৃথকভাৱে থাপে থাপে [illegible] পাৰবোৰে [illegible] শিলবোৰৰ তলত [illegible] নামি গৈছিল। বুলুৱে কোৱা মতে [illegible] সুৰজিৎ সিং নে কোনো নামৰ ৰজা

এজনে পলাই গৈ সেই নিৰ্জন ঠাই ডোখৰত কুণ্ডটো খান্দিছিল, পাৰত অস্থায়ী ৰাজধানী পাতিছিল। সুকক্ষ কুণ্ড হেনো এতিয়া এক পৰ্যটকৰ আকৰ্ষণীয় স্থান, কিন্তু আগৰ সেই নিৰ্জনতাক অৱধাৰিত ভাবেই আধুনিকতাৰ ৰংচঙীয়া সাজপোছাকে লুপ্ত কৰি পেলাইছে।

দিল্লীৰ পৰা বিদায় লোৱাৰ পৰত বুলুইতে মোক এখন কাশ্মীৰী চাদৰ আৰু এযোৰ জোতা উপহাৰ দিছিল আৰু গুৱাহাটীত আমাৰ লগত থাকি ডাঙৰ হোৱা মোৰ তেতিয়াৰ অতি মৰমৰ অকণমানি ভাগিনী ৰূপালীলৈকো মূৰত বন্ধা ডাঙৰ চিকুৰ কমাল এখন পঠিয়াই দিছিল।

দিল্লীত থকা সেই সময়ছোৱাৰ কথা মই কেতিয়াও পাহৰিব নোৱাৰো। সৰু চহৰৰ প্ৰেমাৰহীন এজনী ছোৱালী, মহানগৰী দিল্লীলৈ গৈ এঘৰ অতি আঢ্যৱন্ত অচিনাকী মানুহৰ পৰা কিয় আৰু কেনেকৈ ইমান মৰম-চেনেহ, আদৰ-যত্ন পালোঁ আজিও বুজিব নোৱাৰোঁ।

ইয়াৰ পিছত ১৯৮৭ চনত পুনৰ দিল্লীতে বুলুৰ লগত দেখা হৈছিল। মই তেতিয়া ৰৰপুত্ৰৰ কৰ্মস্থল দিল্লীত আঠমাহৰ বাসিন্দা হৈ আছিলোঁ। বুলুৰ দেউতাকৰ তেতিয়া মৃত্যু হৈছে, ঘৰৰ অৱস্থা পৰি অহাত পুছা ৰোডৰ ঘৰটো ভাড়া দিয়া হৈছে। বুলুৰ আটাইকেইজনী ভনীয়েকৰ বিয়া হৈ যোৱাৰ পিছতহে বোধহয় তেতিয়া চি,পি,আইত সক্ৰিয়ভাবে লাগি থকা বুলুৱে কেৰেলাৰ চন্দ্ৰাপ্পা নামৰ চি,পি,আইৰ - এম,পি, এজনক বিয়া কৰিছিল। বুলুৱে ইতিমধ্যে বঙালী অধ্যুষিত এলেকা দিল্লীৰ চিত্তৰঞ্জন পাৰ্কত ঘৰ সাজিছিল আৰু তাইৰ লগত মাক, ভায়েক হিপো আৰু ভনীয়েক এজনীক জীয়েক দুজনীৰে সতে নিজৰ লগত ৰাখিছিল। মোৰ প্ৰিয় গিগিয়ে কমানিয়ান ছোৱালী এজনী বিয়া কৰাই কমানিয়াতে ইঞ্জিনিয়াৰৰ চাকৰি কৰি আছে। মই দিল্লীত থকা সময়ত এবাৰ বুলুৰ সেই চিত্তৰঞ্জন পাৰ্কৰ ঘৰলৈ গৈ ইলিছ মাছেৰে ভাত খাই আহিছিলোঁ। বৰ্তমান বুলু বেছিভাগ সময় ত্ৰিবান্দ্ৰমতে গিৰিয়েকৰ লগত থাকে। চন্দ্ৰাপ্পা এতিয়া এম,পি, নহয়। সিদিনা খবৰ পালোঁ যে বুলুৰ মাকৰ মৃত্যু হৈছে আৰু হিপোৱে বিয়া বাৰু কৰাই পুনৰ পুছাৰোডৰ ঘৰলৈ গুচি গৈছে।

কলিকতাৰ জীৱনে মোক আন যিহকে নিদিয়ক কিছুমান মানুহৰ অভাৱনীয় আৰু অযাচিত মৰম দিলে। এই মৰমবোৰে মোৰ জীৱনৰ বহুতো নোপোৱাৰ বেদনা পূৰাই দিলে। আজিকোপতি সম্পৰ্ক থকা এই বন্ধুবোৰৰ লগত মোৰ আত্মীয়তাৰ মালাডালত আৰু কেইটামান মণি গাঁথা হৈ গৈছে - সেই মণিবোৰ হ'ল বন্ধুবোৰৰ পুত্ৰকন্যা জোৰ্তাই আৰু বোৱাৰীইত। মোৰ নাতিনী এজনী জন্ম হোৱাৰ পিছত মঞ্জু আৰু গীতাইতেই নহয় - সিইতৰ বংশধৰ সকলেও তাইক চাই আশীৰ্বাদ দি গৈছে, উপহাৰ দি গৈছে।

কলিকতাৰ জীৱনৰ লগত মোৰ এই নিৰৱচ্ছিন্ন সম্পৰ্কৰ সন্দৰ্ভত মোৰ হিয়া পৰশি যোৱা ঘটনা এটা কৈ এই অধ্যায়ৰ সামৰণি পেলাম।

আগতেই উল্লেখ কৰিছোঁ যে গীতাৰ বৰপুত্ৰ অভিজিৎ দুবছৰ মান আগতে গুৱাহাটীলৈ বদলী হৈ যোৱাত মোৰ গুৱাহাটীত খালী হৈ থকা ঘৰটোতে থাকিবলৈ দিছিলোঁ। তাৰ পিছতে তাৰ বিয়া হ'ল – যি বিয়াত মই কলিকতাত থকাৰ বাবে উপস্থিত থাকিব পাৰিলোঁ। তাৰ বৈণীয়েকৰ নাম ৰাজ্যশ্ৰী, তাই যাদবপুৰ বিশ্ববিদ্যালয়ৰ পৰা বাংলাত এম, এ, পাছ কৰিছে। বিয়াৰ পিছত গুৱাহাটীলৈ যাত্ৰা তাইৰ অসমলৈ প্ৰথম যাত্ৰা। গতিকে তাই অসমীয়া ভাষা জনাৰ কোনো প্ৰশ্নই উঠা নাছিল।

কিন্তু দুবছৰ গুৱাহাটীত থকাৰ পিছত সিদিনা তাই মোলৈ লিখা চিঠি এখনত নানা কথাৰ মাজত এই কেইটা কথাও লিখি মোক অবাক কৰি দিলে '.... তোমাৰ লেখা বেছ কিছু উপন্যাস, ছোট গল্প পড়েছি। যে উপন্যাসটা south থেকে award পেয়েছে- 'অন্যজীৱন' সেটা অদ্ভুত সুন্দৰ। 'টুনটুনী' নদীৰ কি চমৎকাৰ বৰ্ণনা! এছাড়া 'সেই নদী নিৰবধি', ' ইপাৰৰ ঘৰ সিপাৰৰ ঘৰ' সব পড়েছি। খুব ভালো লেগেছে। 'শ্ৰীময়ী' আমাদেৰ regular পড়া হয়না, যখন বই হয়ে প্ৰকাশিত হবে তখন একসাথে তোমাৰ লেখাটা পড়বাৰ ইচ্ছে আছে। তুমি হয়তো জান এখান থেকে নতুন একটা মেয়েদেৰ megazine বেৰুচ্ছে পূৱালী। বান্ধীদেৰ চিঠিতে জানলাম Femina তে তোমাৰ একটা interview বেড়িয়েছিল আমি miss কৰেছি ...'

মই ৰাজ্যশ্ৰীৰ চিঠিখন আগত লৈ অভিভূত হৈ ভাবিলোঁ দুদিনৰ বাবে অসমলৈ অহা কলিকতীয়া বাঙালী ছোৱালী এজনীয়ে অসমীয়াতে লিখা হলেও মোৰ কিতাপবোৰ পঢ়িলে, উপযাচি অসমৰ আলোচনীৰ খবৰ দিলে, মোৰ লেখা সম্পৰ্কে কত আগ্ৰহ - অথচ মোৰ নিজৰ কত ভতিজা-ভাগিন ভাগিনী-বোৱাৰী অসমত আছে কিন্তু দুই এজনৰ বাহিৰে কোনেই বা মোৰ কিতাপ পঢ়িছে !

মই মনৰ ভিতৰত নিজকে ক'লো – কলিকতাৰ ওচৰত মই কৃতজ্ঞ, কলিকতাই মোক কেৱল বন্ধুৰ মৰমকে নহয়, আৰু বহুত কিবাকিবি দিলে। মোৰ জীৱনৰ সুদীৰ্ঘকাল সাহিত্য সাধনাৰ পিছত প্ৰথমবাৰৰ বাবে যিটো পুৰস্কাৰ পাইছিলো ( মই পুৰস্কাৰক মূল্য দি এই কথাটো লেখা নাই , কিন্তু তাত থকা অন্তৰ্নিহিত তাৎপৰ্যটোৰ বাবেও উল্লেখ কৰিবলৈ বাধ্য হৈছো) সেইটো আছিল বাংগালোৰৰ 'শাশ্বতী' নামৰ অনুষ্ঠান এটাৰ নাজহানাওড় অৰুণামালাৰা নামৰ এটা জাতীয় পুৰস্কাৰ। বঙ্গ, উৰিষ্যা আৰু অসমকে ধৰি উত্তৰ পূৰ্বাঞ্চলৰ ৰাজ্যকেইখনৰ ১৯৮৭ চনত মহিলা উপন্যাসিকে লিখা শ্ৰেষ্ঠ উপন্যাস 'অন্যজীৱন'ৰ বাবে। এই বাছনিটোও কিন্তু কৰিছিল যাদবপুৰ বিশ্ববিদ্যালয়ৰ ডঃ যশোধৰা বাগচীকে ধৰি আন কেইজনমান বাঙালী বুদ্ধিজীৱীৰ কমিটি এটাই। তাৰ

ভিতৰত মই একমাত্ৰ ডঃ অমলেন্দু গুহকে চিনি পাইছিলোঁ ।

তাৰ পিছত কলিকতা দূৰদৰ্শনেও এটা অভিলেখ স্থাপন কৰিলে। অলপতে তাৰ 'সাহিত্য-সংস্কৃতি' বিভাগে মোৰ এটা সাক্ষাৎকাৰ ললে। দূৰদৰ্শন ষ্টুডিওত বহি বাংলা ভাষাত উত্তৰ দি মোৰ মনত এটা আমোদৰ হাঁহি ফুটি উঠিছিল — জীৱনত প্ৰথমবাৰৰ বাবে দূৰদৰ্শনৰ পৰ্দাত মুখ দেখুৱাম বাঙালী ভাষা কৈহে — অসমৰ দূৰদৰ্শনত আজিকোপতি মই কোনো কাৰ্যসূচীতে ভাগ লোৱাৰ যোগ্যতা অৰ্জা নাই বোধহয় সেয়ে মাতৃভাষা কৈ দূৰদৰ্শনত প্ৰথম ভুমুকি মৰাৰ সৌভাগ্য আৰু আৰ্জিব নোৱাৰিলোঁ ।

যিহওক, কলিকতাৰ জীৱনলৈ মই সদায় কৃতজ্ঞতাৰে ঘূৰি চাম, এই 'চিটি অৱ জয়ে' মোৰ জীৱনলৈ সচাঁকৈয়ে প্ৰভূত আনন্দ কঢ়িয়াই আনিছে।

মোৰ বন্ধু মঞ্জু বাংলা সাহিত্যৰ এম,এ,ৰ ছাত্রী আছিল বুলি আগতেই লিখিছোঁ। আমি কলিকতাত এম,এ, পঢ়ি থকা কালত গৰমৰ বা পূজাৰ বন্ধ খোলাৰ পিছত যেতিয়া পুনৰ হোষ্টেললৈ গুচ্ছো তেতিয়া মঞ্জুৱে কোনোবা এক বিখ্যাত পুৰণি বাংলা কবিৰ (নামটো এতিয়া পাহৰিলোঁ) পংক্তি এটা আওৰাইছিল- 'আবাৰ আবাৰ সেই কামান গর্জন ...'

এতিয়া মোৰো পুনৰ নিজৰ গুৱাহাটীৰ জীৱনলৈ কলিকতাৰ শিক্ষা জীৱনৰ পৰা চিৰ বিদায় লৈ আহি সেই কবিতা ফাঁকিকে মনত পৰি গ'ল – 'আবাৰ আবাৰ সেই কামান গর্জন...' আৰম্ভ হৈ গ'ল গুৱাহাটীৰ সেই পুৰণি জীৱন, আৰু এতিয়া সঁচাকৈয়ে যেন কাণৰ কাষত মই ভয়াবহ কামানৰ গর্জন ধ্বনিয়ে শুনিবলৈ পাইছোঁ। কাৰণ এতিয়া মই মুখামুখি হৈছোঁ এক উদ্দেশ্যহীন উকা জীৱনৰ। মই এতিয়া কি কৰো? পৰীক্ষাৰ ফলাফল দিল্লীৰ পৰা গুৱাহাটী আহি পোৱাৰ কিছুদিন পিছতেই ওলাইছিল - আশানুৰূপ ভাল নহ'ল। সেই অৰ্হতাৰে কলেজত চাকৰি নাপাওঁ, স্কুলতো চাকৰি কৰি আমুৱাইছিল। কিন্তু মোৰ স্কুলত চাকৰি কৰাৰ অভিজ্ঞতাৰ কথা এতিয়ালৈকে লিখা হোৱা নাই। এইবাৰ সেই অভিজ্ঞতাৰ কথা অলপ লিখা যাওক ।

প্ৰথমবাৰ কলিকতাৰ পৰা আহি ঘৰতে বহি আছোঁ। কেনেকৈ জানো এদিন সদা মৰলৰ লগত যোগাযোগ হৈ গ'ল। শ্ৰীমৰল তেতিয়া পাণ্ডুৰ নেতাজী বিদ্যাপীঠৰ শিক্ষক হৈ আছিল। মোক সুধিলে মই সেইখন স্কুলত চাকৰি কৰিম নেকি, বাংলা ভাষাত কিছিলি পঢ়ুৱাৰ লগা হ'ব সেইখিনি মই নিশ্চয় পাৰিম। নিশ্চয় পাৰিম – মই লগে লগে সন্মত হৈ গ'লো। মনে মনে খুব সকাহো পাই গ'লো। তেতিয়া মোৰ জীৱনত এনে এক ধুমুহা বলিছিল যে সকলো অসাৰ আৰু উদ্দেশ্যহীন যেন লাগি গৈছিল। ইফালে ঘৰত বিয়াৰ বাবেও প্ৰবল হেঁচা দিছিল - মই নিজে পছন্দ কৰি হ'লেও বিয়া কৰাবই লাগে। তেতিয়াৰ দিনত এম,এ, পাছ কৰা ছোৱালীজনী যথেষ্ট বয়সীয়া ছোৱালী। কিন্তু হায়- মোৰ যে ঘৰ বন্ধা স্বপ্ন পূৰ্ণ হোৱাৰ আশা ক্ষীণ হৈ আহিব ধৰিছিল! তেতিয়া মই মনে মনে এবাৰ কবিতাই আওৰাই থাকিছিলোঁ- 'উৰণীয়া পখিটিৰ জিৰণিৰ নীড় নাই, মাথোন আকাশ... ।' কিন্তু আকাশত বিচৰণ কৰা পখীবোৰো ক্লান্তি আছে, আশ্ৰয়ৰ প্ৰয়োজন হয় । মোৰ বাবে তেতিয়া নেতাজী বিদ্যাপীঠৰ চাকৰিটোৱে পৰম আশ্ৰয়ৰ দৰে হৈ পৰিল। সদা মৰলে মোক চাকৰিটো দিয়ালে আৰু মই উজান বজাৰৰ ঘৰৰ

পৰা চিটি বাছেৰে পাণ্ডুৰ প্ৰায় পাহাৰীয়া অঞ্চল এটাৰ অস্থায়ী ঘৰত বহা নেতাজী বিদ্যাপীঠলৈ যাতায়াত কৰিবলৈ ধৰিলোঁ। মোৰ দৰমহা আছিল আশী টকা। এনেয়ে সন্তৰ, কিন্তু মই এম,এ, পাছ বাবে আৰু দহ টকা বঢ়াই দিয়া হৈছিল। সেয়া আছিল নেতাজী বিদ্যাপীঠৰ প্ৰথমৰ প্ৰতিষ্ঠাৰ সময়ৰ স্বাভাৱিক আৰ্থিক দুৰৱস্থাৰ কাল। তাৰ পিছত স্কুলটো বেলৱে বিভাগে লোৱাত তাৰ জয়জয় ময়ময় অৱস্থা হৈছিল। কিন্তু মোৰ সেই সময়ত আৰু তাত চাকৰি নাছিল। মই নিজেই তাৰ কাম ইস্তাফা দি আঁতৰি আহিছিলোঁ। কাৰণ কেইমাহ মান ইমান দূৰলৈ চিটি বাছেৰে অহা যোৱা কৰি তেতিয়া কোনো ভৱিষ্যৎ নথকা যেন লগা সৰু স্কুল এটাত ইমান কম দৰমহাত চাকৰি কৰি মোৰ মন এক ধৰণৰ হতাশাৰে ভৰি গৈছিল — এই এটা স্কুলতে মোৰ জীৱনটো এনেকৈ শেষ হৈ যাবনে? দাদায়ে তেতিয়া ক'লে যে মই আকৌ এবাৰ কলিকতালৈ পঢ়িব যাব লাগে।

নেতাজী বিদ্যাপীঠত মই কেইমাহমানহে কাম কৰিছিলোঁ, কিন্তু সেই স্কুলৰ ছাত্ৰ-ছাত্ৰী আৰু শিক্ষক-শিক্ষয়িত্ৰীয়ে মোক যি আন্তৰিক প্ৰীতি আৰু বিষাদেৰে বিদায় জনাইছিল সেই স্মৃতি মোৰ হৃদয়ত আজিও প্ৰায় অম্লান হৈ আছে। বিদায় সভাত ছাত্ৰীবোৰে উচুপি উচুপি কান্দিছিল, সিহঁতে মোক চাৰ্লছ ডিকেন্সৰ **Great Expectations** নামৰ কিতাপখন উপহাৰ দিছিল। কিন্তু আৰু এক যি অভিনৱ উপহাৰ পাইছিলোঁ — সেই উপহাৰটোৰ কথা কিবা এক প্ৰসংগত মই আগতেই স্মৃতি কথাত উল্লেখ কৰি আহিছোঁ। নেতাজী বিদ্যাপীঠৰ মোৰ সহকৰ্মী এজন বৃদ্ধ শিক্ষক আছিল, তেওঁ মোক খৰিকাজাই ফুলৰ সৰু টব্ এটা আনি দি কৈছিল যে তেওঁ বৃদ্ধ মানুহ, আৰু বেছিদিন নিশ্চয় নাবাচে, কিন্তু খৰিকাজাইৰ ফুলবোৰ প্ৰতি বছৰে ফুলি যেতিয়া জাতিষ্কাৰ হৈ গোন্ধেৰে আমোলামোলাই থাকিব- তেতিয়াতো তেওঁক মোৰ সদায়ে মনত পৰিব, মৃত্যুৰ পিছতো। স্বাভাৱিকতেই তেওঁৰ আশা ফলৱতী হৈছিল, কিন্তু আজি কেইবছৰমান ধৰি মই অসমৰ বাহিৰত থাকিব লগা হোৱাত যাক মই মোৰ ছাদৰ ফুলৰ বাগানৰ ভাৰ দিছিলোঁ — তাৰ অৱহেলা আৰু অযত্নৰ ফলত মোৰ বহুতো প্ৰিয় ফুল গছৰ লগতে সেই ডাল গছৰো মৰণ দশা মিলিছিল। মনত পৰি যায় এওাৰছলৰ সাধুকথা সংগ্ৰহৰ 'ফাৰ্ ট্ৰি' নামৰ গল্পটোৰ শেষৰ বিষাদ ভৰা বাক্য কেইটা — And all stories come to an end... মোৰো খৰিকাজাইৰ গল্পৰ সমাপ্তি ঘটিল।

মোৰ জীৱনৰ প্ৰথম চাকৰি পৰ্বৰ এইদৰে সামৰণি পৰিল। তাৰ পিছত আকৌ কলিকতালৈ পঢ়িবলৈ গ'লো আৰু এইবাৰ যেতিয়া একেবাৰে উভতি আহিলোঁ তেতিয়া মোৰ মনপ্ৰাণ হতাশ, বিষাদ, আশাভঙ্গ, গ্লানি, ক্ষোভ, শূন্যতাৰে এনেদৰে আচ্ছন্ন হৈ পৰিছিল যে প্ৰতি দিনৰ জীৱন যাপনেই তেতিয়া মোৰ বাবে দুৰ্বিসহ যেন হৈ পৰিছিল।

তেনে মানসিক অৱস্থাতেই বোধহয় মানুহে আত্মহত্যা কৰে। এসময়ত মোৰ কবি বন্ধু এজনে মোলৈ চিঠি এখনত এই বাক্যটো লিখিছিল- 'কবিতা হ'ব পৰা মোৰ জীৱনটো প্রহসনত পৰিণত কৰিলোঁ ...।' মোৰো তেতিয়া তেনে মানসিক অৱস্থা। মোৰো কবিতা হ'ব পৰা জীৱনটো প্রহসনতেই পৰিণত হ'ল। অথচ এনে হ'ব নালাগিছিল - ভাবিছিলোঁ যে মোৰ জীৱনটো অইন বহুত ছোৱালীৰ দৰে গতানুগতিক আৰু যান্ত্রিক নহ'ব, সেই জীৱন কবিত্বময় হ'ব, ঐশ্বর্যময় হ'ব, অপৰূপ হ'ব ... ক'ত কিযে নহ'ব ! কিন্তু মোৰ যে কি বিধিলিপি- অভাবনীয় , আৰু আনৰ জীৱনত সচৰাচৰ নঘটা ঘটনা মোৰ জীৱনতো ঘটিল। তেতিয়া মোৰ মনৰ অৱস্থা পিছৰ নলবাৰী জীৱনত বৰগোহাঞিয়ে মোলৈ লিখি পঠোৱা অফেলিয়া নামৰ কবিতাটোৰ দৰেই হৈছিল- 'অগ্নিত আশ্রয় নাই, পোহৰত শান্তি নাই ....'

এনে এক মানসিক অৱস্থাতে মোক নলবাৰী কলেজৰ তেতিয়াৰ অধ্যক্ষ স্বনামধন্য ত্রৈলোক্য নাথ গোস্বামীয়ে তাত ইংৰাজীত অধ্যাপনা কৰাৰ সুযোগ এটা দিলে। তেখেত এবাৰ আহি চেনীকুঠিৰ বাসভৱনত থকা তেখেতৰ ভাতৃ বিপিন গোস্বামীৰ তাত আছিলহি। মই সেই খবৰ পাই তেখেতক লগ ধৰিছিলো, কাৰণ শুনিবলৈ পাইছিলোঁ যে নলবাৰী কলেজত তেখেতৰ বাহিৰে দ্বিতীয় আৰু কোনো ইংৰাজীৰ শিক্ষক নাই। সেই সময়ত গুৱাহাটী বিশ্ববিদ্যালয়ত ইংৰাজী বিভাগ খোলা হোৱা নাছিল বাবে ইংৰাজীৰ অধ্যাপকৰ খুব অভাৱ আছিল। যিহওক, গোস্বামী ছাৰে মোক লগে লগেই চাকৰিটো দিবলৈ ৰাজী হৈ নলবাৰীলৈ মাতি পঠালে । কেৱল ক'লে যে তাত থকা — মেলাৰ বন্দবস্ত মই নিজেই কৰি ল'ব লাগিব।

এই সময়ছোৱাত মোৰ কম্যুনিষ্ট পার্টিৰ লগত যোগাযোগ প্রায় নোহোৱা হৈ গৈছিল- পার্টিৰ মাজতো তেতিয়া এক ধৰণৰ এটা স্থবিৰতা বা ভাঙোন আহিছে বুলি ক'লে বোধহয় ভুল কোৱা নহ'ব। তাৰ মাত্র কেইবছৰৰ পিছতেইতো অখণ্ড পার্টিটো ভাগি চি,পি,আই আৰু চি,পি,আই(এম) দুটা দলত বিভক্ত হৈ গ'ল। আদর্শৰ সপোনত ডুবি থকা মোৰ দৰেই বহুতক সেই সময়ত সেই ভাঙোনে খুব হতাশাগ্রস্ত আৰু দুখী কৰি তুলিছিল, অখণ্ড পার্টিৰ বহুতো কর্মীৰ মনত তেতিয়া দ্বিধাগ্রস্ততা ।

মোৰ সেই সময়ৰ মানসিক অৱস্থা প্রতিফলিত হৈছিল 'ৰামধেনু'ত লিখা কেইটামান গল্পত — 'মিডাছৰ ট্রেজেডি', 'আগ্‌লি ডাক্‌লিং' (এণ্ডাৰছনৰ বিখ্যাত গল্পৰ নাম ধাৰ কৰি লেখা) 'জীৱন জীয়াই থাকে', 'তথাপি জীয়াই থাকে', 'পেইন্সেউ' আদিত।

সি যি কি নহওক, নলবাৰীলৈ যোৱাৰ যোগাৰ যত্ন কৰিবলৈ ধৰিলোঁ। ঘৰৰ পৰাতো সদায় সকলো কথাতে পূর্ণ স্বাধীনতা পায়েই আহিছোঁ, এইবাৰো তাৰ ব্যতিক্রম নহ'ল। এটা খবৰ কেনেবাকৈ ইতিমধ্যে গম পাইছিলোঁ যে নলবাৰীত হোমেন বৰগোহাঞি

এছ,ডি,চি হৈ চাকৰি কৰি আছে। ত্ৰৈলোক্য গোস্বামী ছাৰক তেওঁৰ কথা সোধাত কৈছিল – ভাল ল'ৰা, চিন্তা-চৰ্চা কৰা ...। সেই সময়তে বোধহয় বৰগোহাঞিৰ 'ৰামধেনু'ত 'নবকন্ত বসন্ত' নামৰ গল্পটো প্ৰকাশ হৈছিল – যিটো পঢ়ি মই মুগ্ধ হৈ আছিলোঁ। তেতিয়ালৈকে অৱশ্যে মই তেওঁক লগ পোৱা নাছিলোঁ। কিন্তু লগ নাপালেও তেওঁলৈ মই এখন চিঠি লেখিলোঁ, তাত মোৰ পৰিচয় দি জনালোঁ যে মই নলবাৰী কলেজত চাকৰি পাইছোঁ, গতিকে তেওঁ যেতিয়া তাতেই থাকে চিনাকি হ'ব পাৰিম। লগতে মই 'নবকন্ত বসন্ত' গল্পটো বেছ প্ৰশংসা কৰিলোঁ। বৰগোহাঞিয়ে মোৰ সেই চিঠি পাই লগে লগে উত্তৰ দিছিল আৰু জনাইছিল যে অফিচৰ কামত তেওঁ কিছুদিন পিছতে গুৱাহাটীলৈ আহিব, তেতিয়া মোক আহি আমাৰ ঘৰত লগ ধৰিব। ইচ্ছা কৰিলে মই তেওঁৰ লগতে নলবাৰীলৈ যাব পাৰোঁ।

বৰগোহাঞিৰ চিঠি পাই মই তেওঁৰ লগতে নলবাৰীলৈ যোৱা ঠিক কৰি থ'লো। মোৰ মা-পিতাইঁতে কথাটো শুনি ভাল পাইছিল। ইতিমধ্যে পিতাই চিঠিৰে লিখালিখি কৰি মোৰ বাবে সাময়িকভাবে তেওঁৰ বন্ধু শ্ৰীপ্ৰভাত নাৰায়ণ চৌধুৰীৰ ঘৰতে মোৰ থকাৰ বন্দবস্ত কৰি থৈছিল। বৰগোহাঞিয়েও বোলে মোৰ থকা ঘৰৰ বিচাৰ-খোচাৰ কৰিছিল।

তাৰ পিছত এদিন হোমেন বৰগোহাঞি আহি আমাৰ ঘৰত মোৰ লগত চিনাকি হৈছিলহি। মই মনতে ভাবিছিলোঁ – ইমান সৰু ল'ৰাটোৱে এনে শক্তিশালী গল্পবোৰ লিখিছে! কলমত ইমান শক্তি অথচ শৰীৰটো ইমান নিশকটীয়া! তেওঁ তেতিয়া সঁচায়ে অতি ক্ষীণ-মিন চেহেৰাৰ ডেকা আছিল।

সি যি কি নহওক, বৰগোহাঞিৰ লগত মই নতুন জীৱনৰ পাতনি মেলিবলৈ নলবাৰীলৈ যাত্ৰা কৰিছিলোঁ। মনলৈ এবাৰ কথা অবধাৰিত ভাবেই আহি গৈছিল – যাৰ নাই ঘৰবাৰী, সি যায় নলবাৰী! পিছে বৰগোহাঞিৰ 'নবকন্ত বসন্ত'ৰ এটা বাক্যৰ দৰেই ক'ব পাৰোঁ– 'কিন্তু এয়ো বাহ্য!'

## ৩৭

নলবাৰী একপ্ৰকাৰে মোৰ নিজৰ ঠাই। সেই নলবাৰীৰ পৰা ছয় সাত মাইল দূৰৈৰ গাওঁ শিমলিয়াতে মোৰ পিতাৰ জন্ম ঠাই। শিমলিয়াৰে গাতে লগা গাওঁ সোণকুৰিহা — যিটো নামে আজি সৰ্বভাৰতীয় কাকতবো স্থান অধিকাৰ কৰিছে। সেই সোণকুৰিহা বামুণৰ গাওঁ, পণ্ডিত বিদ্বানৰ গাওঁ। আমাৰ পিতাৰ সুহৃদ পিতাই খুৰা বুলি সম্বোধন কৰা সোণেশ্বৰ শৰ্মা নামৰ মানুহ এগৰাকীৰ হাঁহিভৰা মুখ এখন মোৰ স্মৃতিত আজি ধূসৰ হ'লেও মচ নোখোৱা হৈ আছে। তদুপৰি আৰাংমুৰ, বৰভাগ, কালাগ আদি গাওঁত আমাৰ কত জাতি আছে, সকলোতে পিতাৰ লগত সেইবোৰ ঠাইত ক'ত ঘূৰিছোঁ! হমাৰকুছিৰ মামাইতৰ ঘৰত থকা সময়ত তাৰ সৰু ল'ৰা-ছোৱালীবোৰৰ লগত লগ লাগি ময়ো চিঞৰি চিঞৰি আওৰাইছিলোঁ- 'কালেপা (কালাগৰ অধিবাসী) কাল বগাকুইছা মাল, আঠ-ঘ'ৰা লাঠি খাওঁৱা (আঠঘৰীয়াৰ সমৃদ্ধ আৰু শিক্ষিত অধিবাসীসকলৰ প্ৰতি কি প্ৰচ্ছন্ন দ্বেষ আৰু হিংসা প্ৰকট হৈছে) হমাৰকুইছা ভাল!' তাৰ পিছত আজি অতবছৰৰ মূৰত সেইবোৰ গাওঁৰে নাম পঢ়িবলৈ পাইছোঁ ভাৰতৰ জাতীয় বাতৰি কাকতবোৰত। সোণকুৰিহাত সন্ত্ৰাসবাদীৰ বোমা বিস্ফোৰণত ভাৰতীয় সৈন্য কেইজনমানৰ মৃত্যু হোৱাত নলবাৰীৰ সেই গাঁওবোৰত সেনাৰ তাল্লাচী চলিছে এনেকি সেনা বাহিনীৰ হাতত ভাত ডেকা ল'ৰাক নৃশংসভাৱে হত্যা কৰাও হৈছে। খবৰবোৰ পঢ়ি পঢ়ি মনটো বেদনাত ভুৰি থাকে - মোৰ সেইবোৰ অতি আপোন মানুহ, তেওঁলোকৰ কথা মই সেই নদী নিৰৱধিত লেখিছোঁ, 'ইপাৰৰ ঘৰ সিপাৰৰ ঘৰ'ত লেখিছোঁ, বহুতো গল্পত লেখিছোঁ — আৰু আজি শুনিবলৈ পাইছোঁ যে সেই হতভাগ্য দৰিদ্ৰ নিৰপৰাধী মানুহবোৰ ভাৰতীয় জোৱানৰ নিৰ্মম অত্যাচাৰৰ বলি হৈছে। মই সন্ত্ৰাসৰ বিৰুদ্ধে ক্ৰোধত মন উতলি আছে, ক্ৰোধ পুঞ্জীভূত হৈছে অসমৰ নৈৰাজ্যবাদী হত্যাকাৰীহঁতৰ ওপৰতো। কিন্তু এনেকৈ নহয়- এই কথাখিনি আমাৰ অসমৰ সকলো শুভবুদ্ধিসম্পন্ন মানুহে একমুখে অকুতোভয়ে ডেকাহঁতক কিয় বুজাবৰ চেষ্টা নকৰিলে বাৰু ? ছবছৰীয়া অসম আন্দোলন কৰি এচাম ডেকাই অসমক কি সোণৰ বাটাত পৰিণত কৰিলে সেই ফলাফল দেখাৰ পিছতো কিয় আৰু এচাম অনুৰাগী, অপৰিপক্ক মনৰ ডেকাই হাতত অস্ত্ৰ তুলি লৈ হঠকাৰিতাৰ পথ লোৱাৰ সময়ত আমি সকলোৱে একমুখে বিৰোধিতা নকৰিলোঁ? এই ডেকাসকলৰ

দেশপ্ৰেম বা আত্মত্যাগৰ ওপৰত মোৰ সন্দেহ নাই, কিন্তু 'সাধ' থাকিলেই নহয়, 'সাধ্য'ও থাকিব লাগিব। আৰু এই অসাধ্যসাধন কৰিব যোৱাৰ ফল ভুগিছে অসমৰ নিৰীহ সাধাৰণ ৰাইজে। ছবছৰীয়া অসম আন্দোলনতো এনেকুৱাই হৈছিল। দুই মহ'ৰ যুঁজৰ মাজত এটা পক্ষৰ মহৰো মৃত্যু হ'ব পাৰে, পৰাজয়ো আহিব পাৰে বা আহেই – কিন্তু আটাইতকৈ ডাঙৰ ট্ৰেজেডি হ'ল এয়ে যে ফলত অসংখ্য নিৰপৰাধী বিৰিণাবো মৰন হয় আৰু চিৰকাল হৈও আহিছে ।

নলবাৰী জীৱনৰ স্মৃতি-চাৰণা কৰিবলৈ গৈ এইকেইদিন সেই নলবাৰীৰ অশ্ৰু আৰু তেজৰ কথা পঢ়ি পঢ়ি মনটো ইমান গধূৰ হৈ আছে যে মনৰ এখিনি দুখ আৰু উষ্মা স্মৃতি কথাৰ লগত অপ্ৰাসংগিক হ'লেও প্ৰকাশ নকৰি নোৱাৰিলোঁ ।

নলবাৰী চহৰত আমাৰ দুই এক সম্পৰ্কীয় আত্মীয়ৰ উপৰিও পিতাৰ কেইজনমান বন্ধু-বান্ধৱো আছিল। সেই বন্ধুসকলৰ এজন আছিল চহৰৰ স্বনামধন্য নাগৰিক শ্ৰীপ্ৰভাত নাৰায়ণ চৌধুৰী। পিতাই নলবাৰীলৈ গৈ অইন বন্দবস্ত নোহোৱালৈকে মোক তেখেতৰ ঘৰতে থকাৰ ঠিক কৰি দিছিল। শ্ৰীচৌধুৰীৰ ঘৰত থকা কেইদিন মই বেছ সুখতেই আছিলোঁ। তেখেতৰ ডাঙৰ পৰিয়াল কোন কোন আছিল মোৰ মনত নাই প্ৰসন্নৰ কথাও মোৰ মনত নপৰে, হয়তো খুব সৰু ল'ৰা আছিল। সেই প্ৰসন্নক মই ভালকৈ নজনাকৈয়ে এদিন সি ডাঙৰ হৈছিল, অসমৰ ছাত্ৰৰ ডাঙৰ নেতা হৈছিল, কিন্তু বয়সেৰে আৰু আগবঢ়াৰ আগতে তাৰ দুৰাৰোগ্য কেন্সাৰত মৃত্যু হৈছিল। সেই খবৰ পাই মোৰ পিতৃ স্বৰূপ প্ৰভাত নাৰায়ণৰ ছবিটোকে মনৰ আগত বাৰে বাৰে ভাহি উঠিছিল। কিছুদিন আগতে 'বুধবাৰ' কাকতৰ 'মানুহৰ পৃথিৱী' নামৰ শিতানটোত তেখেতৰ বিষয়ে পঢ়ি মোৰ মনটো আকৌ এবাৰ নলবাৰীৰ সেই দিনবোৰলৈ উভতি গৈছিল। প্ৰসন্নৰ মৃত্যুৰ দুখটো অৱশ্যে মাকে পাব লগা নহৈছিল তেখেতৰ কেতিয়াবাই মৃত্যু হৈছিল। মোৰ সেই মানুহ গৰাকীলৈ প্ৰায়ে মনত পৰিছিল, তেখেতে অনবৰত পাকঘৰত সোমাই ৰন্ধাবঢ়া কৰি থকাৰ দৃশ্যটোবেই মই তেখেতক মনৰ চকুত ভাহি উঠা দেখোঁ। মোৰ আৰু মনত পৰে চৌধুৰী ডাঙৰীয়াৰ গাভৰু কণ্যা এগৰাকীক, বেছ সুন্দৰী ছোৱালী আছিল। যিমানদূৰ মনত পৰে তেওঁ তেতিয়া নলবাৰী কলেজৰ ছাত্ৰীও আছিল। ছোৱালীটিয়ে বি.এ. পাছ কৰিলে নে নাই মই নাজানো, তেতিয়াই কাৰোবাৰ লগত বিয়াৰ বন্দবস্ত হৈ আছিল বুলি শুনিছিলোঁ ।

শ্ৰীচৌধুৰীৰ ঘৰত কিছুদিন সেই ঘৰৰ জীয়ৰীৰ দৰেই আদৰ যত্নেৰে থকাৰ পিছত মোৰ নিজাকৈ থকাৰ ঘৰ এটা ঠিক হৈছিল। ঘৰটো নলবাৰীৰ প্ৰধান আলিৰ দাতিতে, কলেজৰ পৰাও বেছি দূৰৈত নহয় , দুই ফাৰ্লং মান হ'ব নেকি। মই এটা অংশ লৈছিলোঁ, বাকী মহেশ ভট্ট নামৰ চৰকাৰী চাকৰিয়াল এজন সপৰিয়ালে থাকিছিল। তেওঁৰ

পৰিবাৰক মই বাইদেউ বুলি মাতিছিলোঁ। যদিও তেওঁলোক আটাইবোৰে অৰ্থাৎ মহেশ ভট্ট, বাইদেউ আৰু তেওঁলোকৰ পুত্ৰসকলে মোকো বাইদেউ বুলি মাতিছিল। তাৰ কাৰণ আছিল মই কলেজত পঢ়োৱা বিশ্বজনীন 'বাইদেউ', গতিকে মান্যাৰ্থ তেওঁলোকবো সপৰিয়ালে বাইদেউ ।

প্ৰথমতে মই অকলেই থাইছিলোঁ, কিন্তু পিছলৈ বাইদেউহঁতৰ 'পেয়িং গেষ্ট' হৈ পৰিছিলোঁ। এই বাইদেউ জনীক মই কেতিয়াও পাহৰিব নোৱাৰো। হাঁহিভৰা মুখেৰে এগৰাকী সাধাৰণ গৃহিণী, কোলাত এজনী কেঁচুৱা, কামকৰা মানুহ দুনুহ নাই, সকলো কাম নিজেই কৰে, তাৰ মাজতো মোৰ খোৱা লোৱাৰ প্ৰতি ঠিকেই চকু ৰাখিছিল। ইমান বেছি পৰিমাণে ভাত আৰু খাবলৈ দিছিল যে দেখিয়েই যেন মোৰ আধা পেট ভৰি গৈছিল। প্ৰতিবাদ কৰিলেও নুশুনে- বোলে মগজুৰ কাম কৰোঁ, এইখিনি নাখালে কেনেকৈ চলিব ।

বাইদেউহঁতৰ পাৰ্ট হাউছটো বৰগোহাঞিয়েই বন্দবস্ত কৰি দিছিল। ঘৰটোৰ মালিক বোধহয় শিল্পী গৌৰি বৰ্মন আৰু জনতা চৰকাৰৰ দিনৰ মন্ত্ৰী ৰমণী বৰ্মনহঁতৰ আছিল। তেওঁলোকৰ দেউতাক ডাক্তৰ আছিল। ৰমণী বৰ্মন নলবাৰী কলেজৰ মোৰ ছাত্ৰও আছিল। মই অকলে থোৱা সময়ত বৰগোহাঁঞিয়ে মোক সৰু কাম কৰা ল'ৰা এটাও ঠিক কৰি দিছিল। পিছত thy need is greater than mine জাতীয় মনোভাবেৰে তাক স্বৰ্গীয় চিত্ৰমল্ল বৰুৱাক দি দিছিলোঁ। তেখেত আছিল কৰি অজিৎ বৰুৱাৰ পিতৃ যি নলবাৰীৰ নিজৰ ঘৰত অকলেই থাকিছিল। তেখেতে বিয়া কৰাইছিল ডাঃ ভুবনেশ্বৰ বৰুৱাৰ ভগ্নীক, যাৰ মৃত্যু কেতিয়াবাই হৈছিল। অতি কৰুণ সেই মৃত্যু – চতুৰ্থ সন্তানটোক কমাৰকুছিৰ শহুৰেকৰ গাঁওৰ ঘৰত জন্ম দিবলৈ গৈ জৰায়ুৰ অতিপাত ৰক্তক্ষৰণত হেনো মৃত্যু হৈছিল। কন্যা সন্তানটি কিন্তু জীয়াই আছিল। মই আগতেই এবাৰ উল্লেখ কৰিছোঁ যে মোৰ দাদা বিনয় কুমাৰ তামুলীয়ে চিত্ৰমল্ল বৰুৱাৰ বৰ জীয়াৰীক বিয়া কৰাইছিল। সেই সূত্ৰেই মোৰ স্বৰ্গীয় বৰুৱাৰ লগত আত্মীয়তা। অকলশৰীয়া বৃদ্ধ গৰাকীৰ প্ৰতি মোৰ মমতা আৰু চিন্তাৰ পাৰ নাছিল। অকলশৰে থাকে, কেতিয়াবা ভৃত্য থাকে, কেতিয়াবা মোৰ ভৃত্যক দি দিছিলো। কিন্তু সিয়ো আছিল অতি টটাছিঙা। চিৰ লগৰী লাঠিডাল ঠুকি ঠুকি বুঢ়া ডাঙৰীয়াই প্ৰায়ে আহি মোক গোচৰ দিছিল যি ভাত পানী নবন্ধাকৈ পুৱাতে যে ক'ৰবালৈ ওলাই গৈছিল, এই তৰ দুপৰীয়ালৈকে হেনো দেখাদেখি নাই। আমাৰ পুৰুষ প্ৰধান সমাজত দৰাতকৈ কইনাৰ বয়স কম হোৱাৰ কাৰণ হেনো পুৰুষৰ সুবিধাৰ অৰ্থে কৰা বিধি ব্যৱস্থাৰে ফলশ্ৰুতি, কাৰণ স্বামীয়ে বৃদ্ধ বয়সলৈকে তথা মৰণৰ সময়লৈকে স্ত্ৰীৰ সেৱা-শুশ্ৰূষা পোৱাৰ আশা থাকে। পিছে চিত্ৰমল্ল বৰুৱাই পুৰুষৰ সেই ভাগ্যৰ অংশীদাৰ হ'বলৈ নাপালে। সেয়ে

বৃদ্ধ বয়সত অকলে থাকি বহুত দুৰ্ভোগ ভুগিবলগীয়াত পৰিছিল।

মোৰ আজিও যেন তেখেতৰ লাঠিৰ ঠুক ঠুক শব্দ কানত বাজে, লগতে দুৱাৰ মুখৰ পৰাই মোক সম্বোধন কৰি টিঞৰা মাতটোও অতীতৰ বুকুৰ পৰা আহি কাণত ঠেকা খায়হি – 'অ' প্ৰফেচৰ ঘৰত আছানে?' তেখেতে মোক সদায় প্ৰফেচৰ বুলিয়েই সম্বোধন কৰিছিল।

নলবাৰীত থকা কালছোৱাত তেখেতে মোক নিজৰ জীয়েকৰ দৰেই আবৰি থাকিছিল ।

এতিয়া আহো নলবাৰী কলেজত পঢ়ুৱাৰ অভিজ্ঞতালৈ। আগতে কোনোদিন কলেজত পঢ়ুৱাই পোৱা নাই, ইংৰাজীত পঢ়ুৱা নাই। মোৰ জীৱনত এটা মজাৰ কথা এয়ে যে শেষত শিক্ষকতাৰ লগত সম্পৰ্ক এৰিব লগা হ'লেও মই বাংলা, ইংৰাজী আৰু অসমীয়া এই তিনিটা ভাষাতে শিক্ষাদান কৰিছোঁ। পিছে প্ৰথম অৱস্থাত ইংৰাজীত পঢ়ুৱাবলৈ গৈ মই খুবেই নাৰ্ভাছ হৈছিলো -- অৱশ্যে আপ্ৰাণ চেষ্টা কৰি বিষয়-বস্তুক প্ৰাঞ্জল কৰি বুজাবলৈ গৈ মই কিমান কৃতকাৰ্য হৈছিলোঁ তাৰ কেইদিনমান পিছতে গম পাইছিলোঁ। মোৰ এক ছাত্ৰ আছিল নলিনী শৰ্মা , সংস্কৃতৰ বিদগ্ধ পণ্ডিত মনোৰঞ্জন শাস্ত্ৰীৰ পুত্ৰ। এদিন কলেজৰ পৰা ওভতাৰ পথত তাক লগ পালোঁ। সিয়ো বোধহয় কলেজৰ পৰা উভতিছিল। মই তাক সুধিছিলোঁ - মই পঢ়ুৱালে সিহঁতে বুজি পায় নে নেপায়। সিহঁতক মই চুটি গল্প পঢ়ুৱাইছিলো। নলিনীয়ে মোৰ প্ৰশ্নত বিনম্ৰ ভাৱে অলপ মূৰ খজুৱাই কৈছিল - 'বাইদেউ, গল্পবোৰ নিজে পঢ়ি গ'লে বহুতখিনি বুজি পাওঁ কিন্তু আপুনি বুজাবলৈ ধৰিলেই কিবা খেলি মেলি লাগি যায় দেখোন!'

এনে অকপট স্বীকাৰোক্তিৰ ল'ৰাটোক মই কোনোদিন পাহৰিব পৰা নাই, শ্ৰদ্ধাৰেই মনত ৰাখিছোঁ।

নলবাৰীত মোৰ আৰু এঘৰ মানুহৰ লগত কিছু হৃদ্যতা গঢ়ি উঠিছিল। তেওঁলোক আমাৰ ওচৰতে থাকিছিল। গৃহস্থ স্বৰ্গীয় ঈশ্বৰ বৰুৱা নলবাৰী কলেজৰ অসমীয়াৰ অধ্যাপক আছিল। তেখেতৰ পৰিবাৰ বৰ সাদৰী আৰু কামিলা আছিল। পিছত কোনোবা স্বাধীনতা যুঁজাৰুৰ স্মৃতি কথাত পঢ়িছিলো যে তেওঁ স্বাধীনতা যুঁজত বজালী অঞ্চলৰ মহিলাসকলৰ লগত আগভাগ লৈছিল। তেওঁলোকৰ দুই পুত্ৰ আৰু দুই কন্যা আছিল। দুই পুত্ৰ হ'ল পুলকেশ আৰু অলকেশ। পুলকেশ এতিয়া ন অগপ ৰ নেতা, আৰু অলকেশ দিল্লীৰ জৱাহৰলাল নেহৰু বিশ্ববিদ্যালয়ৰ অধ্যাপক। ছোৱালী দুজনীৰ নাম অংশুমালা, অংশুমতী - এনে ধৰণৰ কিবা আছিল। মোৰ এতিয়া ভালকৈ মনত নপৰে। বৰুৱাইদেউ মোক অকলশৰীয়া বুলি জানি মৰমতে তেওঁলোকৰ ঘৰলৈ মাতি নি খুৱ

আপ্যায়ন কৰিছিল সেইখন এখন আদর্শ ঘৰ আছিল। গতিকে তেনে পৰিয়ালৰ পুত্ৰ যে শিক্ষিত আৰু আদর্শবান হ'ব তাত আচৰিত মানিবলগীয়া নাই ।

অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামীৰ দৰে ব্যক্তিত্বসম্পন্ন লোক মই জীৱনত কমেই লগ পাইছিলোঁ। ধীৰ,গম্ভীৰ এই ব্যক্তিজনে মোৰ লগত সদায়ে সদয় ব্যৱহাৰ কৰিছিল, তথাপি কিয় জানো তেওঁক মই বেছ ভয় কৰিছিলোঁ - শ্ৰদ্ধা যে কৰিছিলোঁ তাক কোৱাই বাহুল্য ।

নলবাৰীত বৰগোহাঞিক এঘৰ মানুহে মৰম কৰি তেওঁলোকৰ নতুন ঘৰ এটাত থাকিবলৈ দিছিল। ঘৰৰমালিকৰ নাম আছিল ৰজনী কান্ত ডেকা। পিছত দেখা গ'ল যে তেওঁৰ পিতাক বংশী ডেকা মোৰ পিতাৰো পৰম বন্ধু। তেওঁলোকে বৰগোহাঞিক ঘৰটোত কেৱল থাকিবলৈ দিয়াই নহয় , আৱশ্যকীয় চকী, মেজ, খাট আদিও দিছিল। কাৰণ তেৰ বছৰ চৰকাৰী চাকৰি কৰিলেও তেওঁৰ একো এটা বস্তুৱেই নাছিল। যি ঠাইত যি আৱশ্যকীয় বস্তু-বাহানি সংসাৰত কোনোমতে চলিবলৈ বাধ্য হৈ সংগ্ৰহ কৰে, তাকো সেই ঠাই এৰাৰ লগে লগে বোলে পেলাই থৈ যায়। বৰগোহাঞিৰ এই মনোবৃত্তিৰ উমান পাই নলবাৰীত ইঞ্জিনিয়াৰৰ চাকৰি কৰা তেওঁৰ বন্ধু প্ৰশান্ত বেজবৰুৱাই হাঁহি হাঁহি কৈছিল -'আপুনি ভৱিষ্যতে তেন্তে অইন বস্তু -বাহানিৰ লগে লগে ল'ৰা-তিৰোতাকো পেলাই থৈ যাব .. !'

তথাপি বোধহয় সকলো পেলাই থৈ যাব নোৱাৰি দুই এবিধ বস্তু কিবাকৈ থাকি যায়। তেনে থাকি যোৱা পাৰ্থিব বস্তুৰ ভিতৰত মই বিয়াৰ পিছত অধিকাৰী হৈছিলোঁ ভাত বন্ধা এটা চচ্‌পেন, এটা কেৰাহী, দুযোৰ কাঁহী - বাতি আৰু মাজতে দুছোৱা হোৱা এখন কটাৰীৰ! সেই কটাৰীখনেৰে যে তেওঁৰ পিয়নটোৱে কেনেকৈ শাক-পাচলিৰ পৰা মাছ মুৰ্গীলৈকে সকলো কাটিছিল, ভাবিলে আজিও মোৰ বিস্ময় জাগে!

কিন্তু এইবোৰ পিছৰ কথা। আগতে মোৰ লগত তেওঁৰ কেনেকৈ ঘনিষ্ঠতা হ'ল সেই কাহিনীলৈ অহা যাওক।

ইতিমধ্যে আমাৰ বন্ধুত্ব গাঢ় হৈছিল, কিন্তু তেতিয়ালৈকে আমি কেৱল সাহিত্য-সংস্কৃতি আদি বাহিৰা বিষয়ক লৈহে কথা পাতি আছিলোঁ, নিজৰ ব্যক্তিগত জীৱনৰ কথা কেতিয়াও পতা নাছিলোঁ। কিন্তু লাহে লাহে বৰগোহাঞিয়ে মোৰ মনৰ জীৱনৰ গভীৰলৈও প্ৰৱেশ কৰিবলৈ ধৰিলে আৰু আন কোনেও নজনা অতীত জীৱনৰ সকলো কথাৰে মোৰ পৰা স্বীকাৰোক্তি আদায় কৰিলে। মানুহৰ মনৰ কথা খুচৰি বাহিৰ কৰিব পৰাৰ তেওঁৰ এক অদ্ভুত ক্ষমতা আছে। সি যি কি নহওক, মই কেতিয়াবা বিষণ্ণ সুৰেৰে আৰু কেতিয়াবা চকুলো বোৱাই কোৱা কথাবোৰ শুনি তেওঁৰ বোধহয় ভাব হ'ল যে – I am more sinned against than sinning- তেতিয়া বোলে তেওঁ মনে মনে ভাবিছিল যে মোৰ জীৱনটো তেওঁ সহনীয় কৰি তুলিব ।

ইতিমধ্যে বৰগোহাঞিৰ লগত এনে ব্যক্তিগত ঘনিষ্ঠতা বাঢ়ি যোৱাৰ ফলত মই মানুহজনৰ যিটো ৰূপৰ লগত পৰিচিত হৈছিলোঁ সি মোক ভালকৈয়ে বুজাই দিছিল যে তেওঁ মনেপ্ৰাণে এজন বোহেমিয়ান মানুহ। অথচ আন এক ঘৰুৱা ৰূপ দেখিও মই আচৰিত মানিছিলো—পুত্ৰ হিচাবে, ককায়েক হিচাবে, ভায়েক হিচাবে, গাওঁৰ আপোনজন হিচাবে, তেওঁ নিজৰ ঢকুৱাখনাৰ ঘৰখনৰ আৰু গাঁওখনৰ প্ৰতি যি সৰ্বতোমুখী কৰ্তব্য পালন কৰি গৈছিল তাৰ তুলনা মই কতোয়ে দেখা নাই। সেই কৰ্তব্য তেওঁ আজিও হেনো পালন কৰি আছে। আগৰ এটা প্ৰসংগত কলিকতাৰ বন্ধু কমলেশ দাসগুপ্তৰ ঘৰৰ বোজা সম্পূৰ্ণ ভাৱে কান্ধত লোৱাৰ উল্লেখ কৰিছিলোঁ- কিন্তু বৰগোহাঞিৰ ঘৰৰ বোজাৰ আগত কমলেশৰ বোজা? বাংলা ফঁকৰা এটাই ব্যৱহাৰ কৰি কওঁ : ' সেতো নস্যি!' এটা মাত্ৰ উদাহৰণ দিওঁ। ঢকুৱাখনাত হাইস্কুল আছে, তথাপি তেওঁ সপ্তমমান শ্ৰেণীত পঢ়া খুৰাকৰ পুতেক ভায়েক এজনক লগত ৰাখি পঢ়ুৱাইছিল। অথচ তেতিয়া তেওঁৰ কিমানেই বা আয়। মাটিৰ হাকিম, ভেঁটি নাথাকে অকলে মোটামুটি চলি যাব পাৰি। কিন্তু দুৰ্নীতি পৰায়ণ বিষয়া নহ'বলৈ চাকৰি কৰিবলৈ অহাৰ আগে আগে তেওঁৰ আদৰ্শবাদী দেউতাকে তেওঁক দঢ়াই দঢ়াই সঁকিয়াই পঠাইছিল। অৱশ্যে এইটো ঠিক যে দেউতাকে কৈ নপঠিয়ালেও বৰগোহাঞি কোনোদিন দুৰ্নীতিত লিপ্ত নহ'লহেঁতেন। মানুহ প্ৰধানকৈ লোভৰ বাবেহে দুৰ্নীতিত লিপ্ত হয়, কিন্তু বৰগোহাঞি এই লোভ বস্তুটোৰ পৰা একেবাৰে মুক্ত আছিল। সাংসাৰিক হিচাপে বুদ্ধি তেওঁৰ একেবাৰেই নাছিল, থকা হ'লে তেওঁ গাওঁৰ ঘৰখনক নানা ধৰণৰ আৰ্থিক সাহায্য দি থাকিব লগা হোৱা অৱস্থাতো (ভায়েক ফুলুক লগত ৰাখি পঢ়ুৱাৰ উপৰিও) মোক নলবাৰী কলেজৰ চাকৰিৰ পৰা ইমান সহজে একেবাৰে নিনিলেহেঁতেন। এইবোৰ অৱশ্যে পিছৰ কথা, যথাসময়ত সেই প্ৰসংগলৈ অহা যাব।

মই যেনেকৈ মোৰ নিজৰ অতীত জীৱনৰ কথা কৈছিলোঁ, বৰগোহাঞিয়েও তেনেকৈ লাহে লাহে মোক নিজৰ জীৱনৰ কথা কৈছিল। অসমত কোনো সাহিত্যিকৰে এনে আত্মধ্বংসী জীৱন আছে বুলি মই নাভাবো। এবাৰ মোৰ এজন সম্পৰ্কীয় দেওৰে কৈছিল (বৰগোহাঞিৰ নিজৰ কোনো ভাই ককাই নাছিল, যাৰ বাবে তেওঁ ও'ডেনৰ এই কবিতা ফাঁকি আওৰাই মোৰ আগত বিলাপ কৰিছিল – Oh, I am the only son, what's to be done ? তেওঁ একমাত্ৰ পুত্ৰ নোহোৱা হ'লে কেতিয়াবাই হেনো ঘৰ দুৱাৰ এৰি থৈ প'ল দিগা আৰু জেন গিন্সবাৰ্গৰ দৰে বোহেমিয়ান জীৱন কটাই দুখি কুৰিলেহেঁতেন)- - 'ককাইদেৱে পঢ়া জীৱনত , চাকৰি জীৱনত, সাংসাৰিক জীৱনত কেৱল ভুলেই কৰি গ'ল!' এজন পকা সাংসাৰিক লোকৰ বিজ্ঞোচিত উক্তি। হয়তো এনে 'ভুল'বোৰ নকৰিলে বৰগোহাঞি মানুহজন আজিৰ যোগেন বৰগোহাঞি নহ'লহেঁতেন। তেওঁ কথা

এনেধৰণৰ উক্তি হয়তো তেওঁৰ নিজৰ জীৱনত সকলোতকৈ প্ৰণিধানযোগ্য যে ওটিটো পঢ়িলেহে তাৰ পৰা বীজ ওলাই বিৰাট মুদ্ৰীকহৰ জন্ম দিব পাৰে ।

সি যি কি নহওক, বৰগোহাঞিয়ে মোক অকপটে জীৱনৰ সকলো কথাই কৈছিল। তেওঁৰ ছাত্ৰ জীৱনৰ কাণ্ড কাৰখানাবোৰ আজি প্ৰায় সকলোৰে সুবিদিত। বাল্যকালতে লক্ষীমপুৰৰ স্কুলত পঢ়িবলৈ পঠিয়াই দিয়া হৈছিল- ঢকুৱাখনাতকৈ ভাল শিক্ষা পোৱাৰ আশাত। সেয়া বোধহয় এম, ভি, পাছ কৰাৰ পিছত। তাত নানা অসুবিধা হোৱাত ডিব্ৰুগড়লৈ গুচি গ'ল আৰু খুৰাকৰ আন এজন পুতেক পদ্মবিকাশৰ লগত ঘৰ ভাড়া কৰি থাকি ৰান্ধি বাঢ়ি খাই স্কুল কৰি বোলে মেট্ৰিক পাছ কৰিছিল। জীৱনত ইমান সৰু বয়সৰ পৰা তেনেকৈ অকলে থাকিবলগীয়া হোৱা কথাটোৱেও নিশ্চয় বৰগোহাঞিৰ চৰিত্ৰ গঠনত প্ৰভাৱ পেলাইছিল—অন্ততঃ কিছু পৰিমাণেতো নিশ্চয়। অৱশ্যে তেওঁ যে এজন অতি প্ৰতিভাবান ল'ৰা সেই কথাটোও বাল্যকালৰ পৰাই পৰিস্ফুট হৈছিল। গতিকে ডিব্ৰুগড়ৰ স্কুলীয়া জীৱনত তেওঁ যেনেকৈ চিনেমা হলবোৰৰ নিয়মিত দৰ্শক আছিল ( একো একোখন ছবি বোলে পাঁচ ছবাৰকৈও চাইছিল!) তেনেকৈ তাৰ 'মিলন মন্দিৰ' ( মোৰ মনত পৰে মতে) নামৰ পুথিভঁৰালটোলৈও তেওঁৰ নিয়মিত যাতায়াত চলিছিল। অৱশ্যে পাঠ্যপুস্তক যে পঢ়া নাছিল তাক মেট্ৰিকৰ ফলাফলেই কয়। যি ক্ষেত্ৰত শিক্ষকে তেওঁক ষ্টেণ্ড কৰিব বুলি আশা কৰিছিল সেই ক্ষেত্ৰত তেওঁ মাত্ৰ প্ৰথম বিভাগতহে মেট্ৰিকটো পাছ কৰিছিল। এই কালছোৱাতে তেওঁ ভিনচেণ্ট ভেন্ গঁগৰ জীৱনৰ ভিত্তিত লেখা লাষ্ট্ ফৰ লাইফ নামৰ উপন্যাসখন পঢ়িছিল আৰু ই তেওঁৰ জীৱনৰ ওপৰত ভালকৈয়ে অশুভ (!) প্ৰভাৱ পেলাইছিল।

ইয়াৰ পিছত তেওঁ কটন কলেজত আই, এছ, ছি পঢ়িছিল। তাত ফাৰ্ষ্ট ডিভিজনত পাছ কৰি ইংৰাজীত অনাৰ্চলৈ বি,এ পঢ়িছিল। তেতিয়া তেওঁৰ মেধাৰ বাবে ইংৰাজীৰ অধ্যাপক তাৰিণী ভট্টাচাৰ্যৰ খুব প্ৰিয়পাত্ৰ হৈ পৰিছিল। এই কালছোৱাতে তেওঁৰ অৱক্ষয়ী জীৱনৰ ওপৰত লেখা অষ্টোপাচ, পোষ্টমৰ্টেম আদি গল্প ওলাইছিল। তাৰ আগতে তেওঁ কটনৰ জীৱনৰ প্ৰৱেশ কালত লেখা 'আৱেলিৰ আলিবাটৰ গান' নামৰ গল্পটোৱে সেই সময়ৰ সাহিত্যিক মহলত চমক তুলিছিল।

কটনৰ কালছোৱাত বৰগোহাঞিয়ে নিজেও এক অৱক্ষয়ী জীৱনেই যাপন কৰিছিল। তেওঁৰ অনুৰাগী অনুগামীসকলক জীৱনৰ চৰম অৰ্থহীনতাৰ দৰ্শনত বোলে এনেকৈয়ে দীক্ষা দিছিল যে তাৰ ফলত যেনো পৰীন বৰা ( নগাওঁৰ স্বনামধন্য সাহিত্যিক মহীচন্দ্ৰ বৰাৰ পুত্ৰ) নামৰ প্ৰতিভাবান ছাত্ৰ এজনে ব্ৰহ্মপুত্ৰত জাপ দি আত্মহত্যাই কৰিছিল। সেই ঘটনাটোকে লৈ তেওঁ পোষ্টমৰ্টেম নামৰ গল্পটো লেখিছিল।

ইংৰাজীত অনাৰ্চ লৈ বি,এ, পাছ কৰাৰ পাছত (তাতো অধ্যাপকে আশা কৰাৰ

দৰে ফলাফল নহ'ল) তেওঁ কলিকতা বিশ্ববিদ্যালয়ত এম,এ, পঢ়িবলৈ ওলাই আহিছিল হাতত মৌজাদাৰ খুৰাকে দিয়া পাঁচশ টকা লৈ। তেওঁতকৈ আগতে যোৱা বন্ধুৱে হেনো কলিকতাত তেওঁৰ নাম ভৰ্ত্তি কৰায়ো থৈছিল, এনেকি কেইদিন মান তেওঁ কোনো দিনে ভৰি নিদিয়া বিশ্ববিদ্যালয়ত তেওঁৰ হেনো বোল কল্ কৰাও হৈছিল। পিছে সেই সময়ত বানপানীৰ ফলত ৰেল্ চলাচলো সাময়িক ভাবে স্থগিত হৈছিল। বৰগোহাঞি তাৰ পুনৰ চলাচলৰ বাবে গুৱাহাটীৰ কটন হোষ্টেলত কাবোবাৰ আলহী হৈ বাট চাই থকাৰ এদিন নে দুদিনৰ ভিতৰতে জুৱা খেলি আৰু মদ খাই সমস্ত টকা শেষ কৰি শেষত কপৰ্দকশূণ্য হৈ ঘৰৰ ল'ৰা ঘৰলৈ উভতি গৈছিল। ঘৰত কিছুদিন শিক্ষকতা কৰি থাকিল। সেই কালছোৱাত তেওঁ তাছ আৰু মদৰ আড্ডাত এনেকৈ পোত খাই গ'ল যে শেষত মাক-দেউতাকে তেওঁক গাওঁৰ পৰা বাহিৰলৈ উলিয়াই পঠিয়াবলৈ অসম চিভিল চাৰ্ভিচৰ পৰীক্ষা দিবলৈ খাটনি ধৰিলে। পিছে জীৱনৰ অৰ্থশূন্যতাৰ আদৰ্শত দীক্ষিত, বৈষয়িক উচ্চকাংক্ষা ৰহিত ডেকা এজনে এইবোৰ তুচ্ছ পাৰ্থিৱ লোভৰ জালত বন্দী হ'বনে? তথাপিও মাক-দেউতাকৰ কাকুতি মিনতি এৰাব নোৱাৰি তেওঁ পৰীক্ষাত বহিবলৈ সন্মত হ'ল যদিও ই,এ,চি, পৰীক্ষা নহয় , এ,এছ,ডি,চি, পৰীক্ষা দিবলৈহে ৰাজী হ'ল।

সেই পৰীক্ষাত মই জনাত তেওঁ বোধহয় প্ৰথম নে দ্বিতীয় কিবা হৈছিল। তাৰ পিছত নলবাৰীলৈ অহাৰ আগতে তেওঁ যোৰহাট আৰু মাজুলী এই দুখন ঠাইতে মাত্ৰ চাকৰি কৰিছিল। মাজুলীত দুবাৰেই নিযুক্তি পাইছিল। আন বিষয়া সহজে মাজুলীলৈ যাবলৈ ৰাজী নহয়, কিন্তু তেওঁৰ বিশেষ মানসিক গঠনৰ বাবে মাজুলীক হেনো স্বৰ্গপুৰী যেন লাগিছিল!

বৰগোহাঞিয়ে মোক অকপটে তেওঁৰ প্ৰেম জীৱনৰ কাহিনীও কৈছিল। কটনত পঢ়ি থাকোতে এজনী ছোৱালীয়ে যেতিয়া একেলগে তেওঁলৈ আৰু তেওঁৰ বন্ধু এজন নে দুজনলৈ একে প্ৰেমপত্ৰ লেখাৰ কথা গম পাইছিল তেতিয়া তেওঁ বোলে সেই ছোৱালীজনীক বেটোৰা এখনলৈ মাতি নি তাইৰ উকতে চাপৰ এটা মাৰি কৈছিল--তোমালোকৰ দৰে আত্মাহীন ছোৱালীৰ মাংস বজাৰত পইচা দিয়ো কিনিবলৈ পোৱা যায়! বৰগোহাঞিয়ে মোক সেই ছোৱালীজনীৰ নামো কৈছিল। কটনত বোধ নামজ্বলা ছাত্ৰীয়েই আছিল। এইবোৰ কাহিনী কৈ উঠি বৰগোহাঞিয়ে মোক কৈছিল- জীৱনত মই চৰম অধঃপতনৰ পৰা বাবে বাবে কাণে কাণ মাৰি সাৰি আহিছো- মোৰ জীৱনত পথপ্ৰদৰ্শক এক ধ্ৰুৱতৰা আছে--সি মোক সদায়ে চৰম পদস্খলনৰ পৰা উদ্ধাৰ কৰি আহিছে ।

তাৰো বহুত পিছত তেওঁ এদিন মোক কৈছিল-- 'তোমাৰ লগত মোৰ কোনো চা-চিনাকিয়ে নাছিল, কটনত তুমি মোৰ জুনিয়ৰ আছিলা,' লেখক হিচাপে তেতিয়া মোতকৈ

তোমাৰ প্ৰতিষ্ঠা বেছি, কেনোবাই দূৰৰ পৰা আঙুলিয়াই মোক এদিন চিনাই দিছিল- - সেয়া নিৰুপমা তামূলী। তাৰ পিছত মাজুলীত চাকৰি কৰি থাকোঁতে মই থকা ডাক বঙলাটোৰ সন্মুখৰ আমগছ ডাললৈ চাই চাহ মই মাজে মাজে মোৰ বিয়াৰ কথা ভাবিছিলোঁ—মই বাৰু কাক বিয়া কৰাম? তেতিয়া কিয় জানো তোমাৰ নামটো মোৰ মনলৈ আহিছিল......'

তাৰ পিছত বৰগোহাঞিয়ে এদিন যেতিয়া বিয়াৰ প্ৰস্তাৱ দিছিল-মই গ্ৰহণ কৰিছিলোঁ। ইতিমধ্যে দুয়ো যথেষ্ট হলাহল পান কৰিছিলোঁ- প্ৰেমৰ লগতে সংশয় আৰু ঈৰ্ষায়ো গোলাপত কাইট হৈ দেখা দিছিল। ৰবগোহাঞিয়ে নিজক ছমাৰছেট মমৰ বেজাই এজাৰ ল্যাবিৰ লগত তুলনা কৰিছিল। কিন্তু আমাৰ পুৰুষ-প্ৰধান সমাজত ডাঙৰ হোৱা মানুহৰ পক্ষে ল্যাবি হোৱা ইমান যে সহজ নহয় মই ভালকৈয়ে গম পাইছিলোঁ।

ৰবগোহাঞিৰ লগত বিয়াত সন্মতি জ্ঞাপন কৰি মই অৱশ্যে নজনাকৈ থকা নাছিলোঁ যে—'আমি জনেশুনে বিষ কৰেছি পান-' কিন্তু জানি শুনি বহুত মানুহেইতো এই সংসাৰত বিষ পান কৰে—ময়ো সেই সকলৰে এজন হৈছিলোঁ। অৱশ্যে মনৰ কোণত এই আশা আছিল যে এদিন মই সেই বিষভাণ্ড অমৃত ভাণ্ডলৈ ৰূপান্তৰিত কৰিব পাৰিম। কবিয়ে আত্ম বিশ্বাসেৰে এইষাৰ কথা—'মূল্যহীনৰে সোণা কৰিবাৰ পৰশ পাথৰ আমাৰ আছে'- কোৱাৰ দৰে ময়ো তেতিয়া হয়তো আত্মবিশ্বাসেৰে ভাবিব পাৰিছিলোঁ যে গৰলক অমৃতলৈ পৰিণত কৰিবলৈ মোৰো হৃদয়ত অমিয়া সুধাৰ অনন্ত জাহ্নবী ধাৰা কুলুকুলুকৈ বৈ আছে ।

আমাৰ বিয়াখন কেনেকৈ হ'ল এতিয়া সেই প্ৰসংগলৈ অহা যাওঁক। মোৰ বন্ধুবান্ধৱ আছিল প্ৰচুৰ, এক কথাত মই তেতিয়া বেছ জনপ্ৰিয়েই আছিলোঁ, গতিকে আমাৰ পৰিয়ালত এনে এটা ধাৰণা আছিল যে সকলোবোৰ বাইভনীৰ ভিতৰত মোৰ বিয়াতেই বেছি জন সমাগম হ'ব। আৰু বিয়াখন যে গুৱাহাটীৰ বাসভৱনতেই হ'ব তাতো তিলমাত্ৰ সন্দেহৰ অৱকাশেই নাছিল। কিন্তু যেতিয়া বিয়া হ'ল তেতিয়া দেখা গ'ল যে সেই 'অৱধাৰিত' বোৰৰ কোনো কথাই নকলিয়ালে। বিয়াখন হ'ল পিতাৰ গাওঁৰ ঘৰ শিমলিয়াত, মোৰ চহৰৰ বন্ধু-বান্ধৱতো দূৰৰে কথা, পৰিয়ালৰ মানুহৰ ভিতৰতো কেৱল মা-পিতা আৰু সৰু ভাই অজিতৰ বাহিৰে তাত কোনো উপস্থিত নাছিল।

আগৰ লেখাবোৰত বহুবাৰেই এই কথাৰ আভাস দিছোঁ যে সৰ্বসাধাৰণৰ মনত মোৰ 'ইমেজ'টো আছিল গুৰু-গোসাঁই নমনা, সামাজিক বন্ধন নমনা এজনী বনা প্ৰকৃতিৰ ছোৱালীৰ। এজন বন্ধুৱেতো কৈছিলেই যে মোৰ গাত পাগলাদিয়া নদীৰ উদ্দাম বলিয়া তেজ আছে। আচলতে এইটো কথাময়ো অনুভৱ কৰিছিলোঁ যে আমাৰ বাই-ভনী, ভাই-ককাই সকলোবোৰতকৈ মোৰেই গাঁও আৰু পাগলাদিয়া নৈখনৰ প্ৰতি বেছি আকৰ্ষণ আছিল। এই বিশ্ব-ব্ৰহ্মাণ্ডৰ আমাৰ অজ্ঞাত কোনোবা শক্তিয়ে হয়তো তাৰ বাবেই আমাৰ পৰিয়ালৰ ল'ৰা ছোৱালীবোৰৰ ভিতৰত একমাত্ৰ মোৰেই বিয়াখন সেই পাগলাদিয়াৰ পাৰতেই অনুষ্ঠিত কৰি দিছিল!

সি যি কি নহওক, বৰগোহাঞিয়ে বহুত ভাবি চিন্তি ঠিক কৰিছিল যে বিয়াখন গুৱাহাটী চহৰত ধুমধামেৰে নাপাতি আমাৰ গাওঁৰ ঘৰতে চুটিবিয়াকৈ পতা যাওক, তাৰ কাৰণ'তেওঁৰ ঘৰৰ পৰা সহজে এই বিয়াত সম্মতি নিদিব। তেওঁৰ তেতিয়া বয়স মাত্ৰ পঁচিশ- ছাব্বিশ, ঘৰৰ একমাত্ৰ ল'ৰা, তাতে কিছু ঘৰুৱা লেঠা আছে— কিন্তু ঘৰৰ পৰা আটাইতকৈ বেছি আপত্তি আহিব অচিন অজান আৰু বয়সীয়া ছোৱালী এজনীক বিয়া কৰোৱাৰ বাবে। সেই আপত্তিৰ বিৰুদ্ধে যুঁজি থাকোঁতে বহুত সময় পাৰ হৈ যাব, মোৰ কথা চিন্তা কৰিয়েই বৰগোহাঞিয়ে সেই সময়বোৰ 'বৰবাদ' কৰিব নিবিচাৰিলে। তেওঁ কৈছিল যে তাৰ পিছত ঘৰখনৰ ক্ষমা আৰু আশীৰ্বাদ আদায় কৰাৰ ভাৰ মোৰ ওপৰত—বিটো যথা সময়ত মই সফলভাৱে কৰিব পাৰিছিলোঁও।

জীৱনত মোৰ কোনো কথাতে পিতা-মাই বাধা দিয়া নাই, মই কোনো বেয়া কাম কৰিব নোৱাৰো—এই সৰল বিশ্বাসতে তেওঁলোকে আজীৱন চলি গ'ল! জীৱনত যে অভাৱনীয় আৰু অপ্ৰত্যাশিত ভাবে নানা জটিলতা আহিব পাৰে, মানুহে যে

পৰিস্থিতিৰ পাকত পৰি বহুত স্বভাব-বিৰুদ্ধ কামো কৰিব পাৰে, মা-পিতাই নিজৰ নিকা আৰু অজটিল জীৱন যাত্ৰাত তেনে ধৰণৰ অভিজ্ঞতাৰ কেতিয়াও মুখামুখি হোৱা নাছিল। সি যি কি নহওক, মোৰ বিয়া খৰতকীয়াকৈ পতাৰ মই যি যুক্তি আগবঢ়াইছিলোঁ, তাকে মানি লৈ মা-পিতাই শিমলীযাৰ ঘৰত বিয়া পাতিবলৈ আহিছিল। তেতিয়া আমাৰ গুৱাহাটীৰ ঘৰত তেওঁলোকৰ লগত আছিল কেৱল নুমলীয়া পুত্ৰ অজিত, সি তেতিয়া গুৱাহাটী বিশ্ববিদ্যালয়ত পদাৰ্থ বিজ্ঞানত এম,এছ,চি, পঢ়ি আছিল, সিয়ো মাইতৰ লগত সেই বিয়ালৈ আহিল।

নলবাৰীত বৰগোহাঞিৰ এজন বন্ধু আছিল প্ৰশান্ত বেজবৰুৱা, ইঞ্জিনীয়াৰ, তেৱেঁ দৰাৰ বন্ধু, অভিভাৱক, আত্মীয় সকলো হৈছিল। দৰাক ধুতি পিন্ধাই সজোৱা, জীপত বৰযাত্ৰী হৈ লৈ যোৱা সকলো তেৱেঁই কৰি দিছিল। বৰগোহাঞিৰ লগত থাকি পঢ়া খুৰাকৰ পুতেক ভাযেক ফুনুকো তেওঁ লগত লৈ গৈছিল।

বিয়াখন ৰেজিষ্টাৰৰ দ্বাৰা সমাপণ কৰাৰ কথা আছিল যদিও মা-পিতাৰ ইচ্ছাত বৈদিক নিযমত হোম পুৰিও তাক অনুষ্ঠিত কৰা হ'ল। আহোম মানুহে হোম পুৰি বিয়া কৰাৰ নজিৰ বোধহয় বেছি নাই।

মোৰ বিয়াখনৰ দুটা দৃশ্য মনত এতিযাও জ্বলজ্বল পট্‌পট্‌কৈ জ্বলি আছে। গাওঁৰ বিয়াৰ নিয়ম জলপানৰ সলনি ভাত খুউৱা। বিযা এখন হ'লে গাওঁৰ দুখীয়া মানুহে পৰম আশাৰে দিন গণি থাকে—কাৰণ সেইদিনা আপুৰুগীযা ভাতৰ মাছেৰে তেওঁলোকে ভাত এসাজ খাবলৈ পাব, লাগে সেই মাছ আড়িযেই হওক বা বৰালীয়েই হওক। মোৰ বিয়াৰ সেই ভোজখনৰ বৰ্ণনা মই 'ইপাৰৰ ঘৰ, সিপাৰৰ ঘৰ' নামৰ উপন্যাসখনত দিছোঁ—সৰু ল'ৰা-ছোৱালীবো খোৱাৰ সামৰ্থ দেখি মই হতভম্ব হৈছিলোঁ, লগতে হৃদয় কৰুণাত দ্ৰবীভূত হৈ গৈছিল। প্ৰসংগক্ৰমে, আমাৰে গাওঁৰ উপেন নামৰ অলপ শিক্ষিত ডেকা এজনে মোক নিজ হাতে লেখি, বন্ধাই এখন 'প্ৰীতি -উপহাৰ' উপহাৰ দিছিল, সেইখনো মই 'ইপাৰৰ ঘৰ, সিপাৰৰ ঘৰ'ত ব্যৱহাৰ কৰিছিলোঁ।

সেই ভোজৰ দৃশ্যৰ বাহিৰেও আন যিটো দৃশ্য এতিয়াও মনৰ চকুৰ আগত ভাঁহি আছে সেইটো হ'ল এটা 'ধৰ্মীয়' দৃশ্য। ঠিক পাগলাদিয়া নদীৰ পাৰতে অৱস্থিত আছিল গাওঁৰ নামঘৰটো (পাগলাদিয়াৰ গৰা খহনীয়াৰ ফলত বহুত দিন আগতেই সেই নামঘৰৰ বোলে চিন মোকাম নোহোৱা হৈছে), শিশু মহত্ত আদি ধৰ্মকৰ্মৰ লগত বৰকৈ জড়িত আমাৰ আত্মীয়জনে পিতাক বিয়াৰ পিছত সেই নামঘৰত নাম এখন পতাৰ অনুৰোধ কৰিছিল, নাম শেষ হোৱাৰ পিছত তাত দৰা-কইনাকো বাইজে আশীৰ্বাদ দিব। পিতাই সানন্দে ৰাজী হৈছিল আৰু তাৰ সমস্ত খৰচ বহন কৰিছিল। মা-পিতাইতৰ

লগতে আমি নৱবিবাহিত দম্পতিয়েও সেই নাম চাই বহি আছিলোঁ। 'হৰে ৰাম, হৰে কৃষ্ণ' গাই গাই শিশু মহন্ত প্ৰমুখ্যে ওপৰলৈ হাত তুলি তালি বজাই উন্মাউল হৈ নাচিছিলি। আমাৰ বিয়াৰ চনতো আছিল ১৯৫৮ চনৰ ফাগুন মাহ, ১২ মাৰ্চ। তেতিয়া গৰম পৰিছিলেই, গতিকে নাচি নাচি গৰমত তেওঁলোকৰ ঘামৰ জোল হৈ গৈছিল, কিন্তু কাৰোৱেই যেন সেইফালে ভ্ৰূক্ষেপ নাছিল, 'হৰে কৃষ্ণ হৰে ৰাম' গাই গাই তেওঁলোকে পগলাৰ দৰে নাচিছিল। সেইফালে চাই চাই মই জীৱনত প্ৰথম বাৰৰ বাবে ধৰ্মৰ আফিঙৰ নিচা প্ৰত্যক্ষ কৰি অবাক হৈ বহি আছিলোঁ।

মোৰ বিয়াৰ এটা ঘটনাৰ কথা আগতে এবাৰ উল্লেখ কৰিছিলোঁ, উপেন কলিতাৰ সেই প্ৰীতি-উপহাৰখনৰ বাহিৰেও মই গাঁওৰ আত্মীয় স্বজনৰ পৰা আশীৰ্বাদ হিচাপে যি ৩০ টকা পাইছিলোঁ— সেই টকা চুৰি হৈ গৈছিল।

সি যি কি নহওক, এইদৰেই মোৰ বিয়াখন পাগলাদিয়া নদীৰ পাৰৰ মোৰ পৈত্ৰিক গাঁওৰ ঘৰখনত আড়ম্বৰহীন ভাবে সমাপন হৈ গৈছিল। তাৰ পিছত আজি দুবছৰ আগতে আমাৰ প্ৰথম সন্তান অনিন্দ্যৰ যেতিয়া দিল্লীত বিয়া হ'ল- তেতিয়া মই মনে মনে অবাক হৈ ভাবিলো-ই কি ভবিতব্য যে মোৰ পুত্ৰৰো গুৱাহাটীৰ ঘৰত বিয়া নহৈ বাহিৰত বিয়া হ'ল? মোৰ বিয়াত মোৰ বন্ধু-বান্ধৱতো বাদেই, এজন ভাইৰ বাহিৰে আন কোনো বাই-ভনী, ভাই-ককাই উপস্থিত নাথাকিল। অনিন্দ্যৰ বিয়াৰ বেলিকাও গুৱাহাটীত তাৰ অজস্ৰ বন্ধু-বান্ধৱ থকা সত্বেও ডাঃ শান্তনু বৰুৱাৰ বাহিৰে আন কোনো বন্ধুৱেই সেই বিয়াত উপস্থিত থাকিব পৰা নাছিল। কিন্তু আটাইতকৈ ডাঙৰ কথা যে পৰিস্থিতিৰ পাকত পৰি ল'ৰালৰিকৈ বিয়াখন পাতিব লগা হোৱাত অনিন্দ্যৰ একমাত্ৰ ভায়েক প্ৰদীপ্ত আমেৰিকাত থকাত সিয়ো একমাত্ৰ ককায়েকটোৰ বিয়াত উপস্থিত থাকিব নোৱাৰিলে।

বিয়াৰ পিছত প্ৰায় খালী ঘৰ এটাত আমি নতুন জীৱনৰ পাতনি মেলিছিলোঁ। লৰালৰিকৈ বিয়াখন পতা বাবে পিতাই খাট-পালেং আদিৰ নিয়মীয়া যৌতুকখিনি দিব পৰা নাছিল। গহনাৰ অৱস্থাও তথৈবচ। মই আগতে গহনা পিন্ধা নাছিলোঁ, গতিকে মোৰ কোনো গহনা নাছিল। তেতিয়া বৌৱেই তেওঁৰ নিজৰ কিছু গহনা পিতা-মাৰ হাতত দি পঠিয়াইছিল। বৰগোহাঞিয়ে মোক আগতেই এটা আঙুঠি দিছিল। সিমানেই। অৱশ্যে এইবোৰ বৈষয়িক কথাৰ বাবে মোৰ আক্ষেপো নাছিল। ভূপেন হাজৰিকাৰ গানৰ দৰেই মাণিক-মুকুতাৰ সলনি এখনি মৰমৰহে মই মোৰ বিবাহিত জীৱনত প্ৰত্যাশী আছিলোঁ।

আমাৰ বিয়াত নলবাৰীৰ বিপ্লবী মানুহ আটাইতকৈ সুখী হৈছিল তেওঁ আছিল চিৰঞ্জীৱ বৰুৱা। ন-কইনা হিচাপে তেওঁকেই মই প্ৰথম ভাত সাজ নিমন্ত্ৰণ কৰি খুৱাইছিলো। অৰুণাচলীয়া বন্ধুজনৰ আমাৰ এই সংসাৰখন এক পৰম আনন্দৰ

'জিৰণীৰ নীড়' হিচাপে পৰিগণিত হৈছিল।

পিছে তেখেতৰ সেই আনন্দ ক্ষণস্থায়ী হ'ল। আমাৰ বিয়াৰ কেইদিনমানৰ পিছতে – জুন নে জুলাই মাহত বৰগোহাঞিক মাজুলীলৈ বদলি কৰা চৰকাৰী চিঠি আহিল। তেৰ বছৰৰ চাকৰি জীৱনত সেয়া তৃতীয়বাৰৰ বাবে মাজুলীলৈ বদলি। খবৰটো শুনি চিত্ৰমল্ল বৰুৱা খঙতে গৰ্জি উঠিছিল – ইমান কম সময়ৰ পৰিধিত এনেকৈ একে ঠাইলৈকে তিনিবাৰ কাকো সাধাৰণতে বদলি কৰা নহয়। মাজুলী অসমৰ একপ্ৰকাৰ কলীয়া পানী, তাত গৈ চাকৰি কৰিবলৈ সকলো চাকৰিয়ালৰে অনীহা, বৰগোহাঞিৰ হৈ মাত মাতোতা বা প্ৰতিবাদ কৰোঁতা কোনো নাই, সেয়ে তেওঁকেই বাৰে বাৰে সেই 'কলীয়াপানী'লৈ নিৰ্বাসিত কৰা হৈ আছে। কিন্তু এইবাৰ এই অন্যায় সংঘটিত হ'বলৈ দিয়া নহয়, এইবাৰ খনীন্দ্ৰ চন্দ্ৰ বৰুৱা ওপৰত আছে, সেই 'খনীন বাপা'ক কৈ তেওঁ এই বদলি বন্ধ কৰিব (খনীন বৰুৱা চিত্ৰমল্ল বৰুৱাৰ নিকট আত্মীয় আছিল) আৰু এই অন্যায় বদলিৰ লগত 'প্ৰফেছৰ'ৰ চাকৰিটোও জড়িত আছে নহয়।

আজিকালি বহুতো ডেকাই চাকৰি কৰা পত্নী বিচাৰে, এনেকি এই চাকৰিৰ বাবে স্বামী-স্ত্ৰীয়ে বিয়াৰ পিছত বেলেগ বেলেগ ঠাইত থাকিও জীৱন নিৰ্বাহ কৰে। কিন্তু পত্নীৰ পইচালৈ বৰগোহাঞি কেৰেপ কৰা মানুহেই নহয়, অথচ সেই সময়ত তেওঁৰ আৰ্থিক অৱস্থা যথেষ্ট বেয়া আছিল। ইমানেই বেয়া যে তেওঁ মোক এজোৰ কাপোৰ কিনি দিয়া নাছিল। তেওঁৰ সংসাৰৰ লেকামডাল হাতত তুলি লৈ মই অন্ততঃ তেওঁৰ তেনে আৰ্থিক দুৰৱস্থাকে দেখিছিলোঁ – তাৰ কাৰণ তেওঁৰ ভেটি নোখোৱা সীমিত আয় আৰু ঘৰখনৰ নানান আৰ্থিক বোজা বুলি আগতেই উল্লেখ কৰিছোঁ।

চিত্ৰমল্ল বৰুৱাৰ কথাত বৰগোহাঞি কিন্তু ৰাজী হোৱা নাছিল, তেওঁ আনন্দ মনেৰে মাজুলীলৈ যাবলৈ ভৰি দাঙি আছিল! সেইখন যে তেওঁৰ প্ৰিয় স্বৰ্গভূমি, তাৰ প্ৰকৃতিয়ে তেওঁক মাতাল কৰি ৰাখিছিল, তাৰ মিছিং সকলৰ একপ্ৰকাৰ আদিম বন্য জীৱন যাত্ৰাত তেওঁ প'ল গাঁৱৰ হাঁহিটিৰ জীৱনৰ সোৱাদ পাইছিল। মোকো বৰগোহাঞিয়ে বুজাইছিল যে মাজুলীলৈ গৈ ময়ো ভাল পাম, ময়ো যিহেতু প্ৰকৃতিক ভাল পাওঁ সেয়ে ঠাইখনত থাকি ময়ো প্ৰকৃতিৰ লীলাভূমি নন্দন কাননত থকাৰ দৰেই বিমল আনন্দ উপভোগ কৰিম!

মই কোনো প্ৰতিবাদ কৰা নাছিলোঁ। গতিকে এদিন সেই নিঃসঙ্গ বৃদ্ধ চিত্ৰমল্ল বৰুৱাৰ অন্তৰ দুখেৰে ওপচাই, কলেজৰ লোভনীয় চাকৰিৰ পৰা স্ব-ইচ্ছাই অব্যাহতি লৈ, মোমেন বৰগোহাঞিৰ প্ৰকৃতিৰ ভূ-স্বৰ্গ মাজুলীলৈ যাত্ৰা কৰিছিলোঁ। আমাৰ লগত আছিল এটা-দুটা বাকচ আৰু দুটা বিছনাৰ টোপোলা। ফুনুক লৈ সেয়ে আছিল আমাৰ নতুন জীৱনৰ পাৰ্থিৱ সম্বল !

## ৪০

মই আগতে কোনো দিন মাজুলীলৈ যোৱা নাছিলো, কেৱল বৰগোহাঞিৰ মুখত তাৰ অপূৰ্ব নৈসৰ্গিক শোভাৰ কথাই শুনি আছিলোঁ। অৰণ্য হেনো তাত এতিয়াও আদিম, ঘণ অৰণ্যানীৰ মাজে মাজে যিবোৰ গাওঁ, তাৰ সৰিয়হ ফুলৰ হালধীয়া দলিছা বিস্তৃত, মন মাতাল কৰি দিব পৰা, ধাননী পথাৰ দিগন্ত জোৰা।

আমি প্ৰথমতে নলবাৰীৰ পৰা গৈ গুৱাহাটীত থাকি পিছত বেলেৰে মৰিয়নি পাই তাৰ পৰা বাছেৰে যোৰহাট পাইছিলো। যোৰহাটত থকা মোৰ ভনীৰ ঘৰত এৰাতি থাকি পিছদিনা বাছেৰে নিমাতি ঘাটলৈ গৈ তাৰ পৰা ফেৰীত উঠি মাজুলীৰ কমলাবাৰীত নামিছিলোঁ। আগতে খবৰ দিয়া আছিল বাবে কমলাবাৰীৰ এছ ডি চি অফিচৰ কেৰাণী পিযন আটায়ে আহি আমাক আদৰি নিছিল। পিছে চহৰৰ ডাক বঙলা খালী নাই, সেয়ে কমলাবাৰীৰ পৰা অলপ দূৰৈত থকা আলিমূৰৰ পুৰণি ডাক বঙলাতহে বোলে আমাৰ থকাৰ ব্যৱস্থা কৰা হৈছে।

পুৰণী জৰাজীৰ্ণ ঘৰ এটা, চাৰিওপিনে হাবি, ওচৰত জনমানৱ নাই। মই কিন্তু প্ৰথম দৰ্শনতে ঠাইডোখৰক ভাল পাই পেলাইছিলোঁ — এনেকুৱা নিৰ্জন অৰণ্যবেষ্টিত ঠাইত আগতে কোনোদিন থাকি পোৱা নাই, চৰাইৰ মাতৰ বাহিৰে আৰু কোনো শব্দ নাই, কি উদাস, কি অসীম স্বচ্ছতা! মোৰ বন্য প্ৰাণে সেই আদিম বন্যতাত অদ্ভুত ধৰণে সঁহাৰি দিব পাৰিছিল।

নলবাৰীৰ পৰাই আমাৰ পিয়নটোক লগত লৈ গৈছিলোঁ। নলবাৰীৰে গাওঁৰ ল'ৰা, তাৰো হেনো ঠাইডোখৰ ভাল লাগি গৈছিল, সেয়ে সি মহা উৎসাহেৰে; আনন্দ মনেৰে জৰাজীৰ্ণ, বহুতদিন অব্যৱহৃত পাকঘৰটো চাফ চিকুন কৰি বন্ধাবঢ়াৰ বাবে উপযোগী কৰি লোৱাৰ কামত লাগি গৈছিল। সেওঁৰ ফুনুবো বেয়া লগা নাছিল।

পিছে আচৰিত কথা যে কিছুদিন থকাৰ পিছত বৰগোহাঞি নিজেহে অতীষ্ঠ হৈ উঠিছিল। এনেকুৱা জনশূন্য ঠাইত বেছিদিন থাকিব পাৰিনে? মোৰ আমনি লগা নাই বুলি শুনি তেওঁ বোধহয় আচৰিতেই মানিছিল। মইতো তাত তেওঁতকৈও অকলশৰীয়া জীৱন কটাইছিলোঁ। তেওঁতো অন্ততঃ দিনত অফিচলৈ গৈছিল, ফুনুকো বোধহয় স্কুলত নাম লগাই দিয়া হৈছিল। দুপৰীয়া নিজান বেলাটো মই বাৰাণ্ডাৰ চকী এখনতে বহি লৈ সন্মুখৰ বিশাল বিস্তৃত অৰণ্যালৈ সন্মোহিতৰ দৰে চাই বহি থাকোঁ, সময় যে কেনেকৈ বাগৰি যায় খেয়ালেই নাথাকে। অৱশ্যে সেই সময়ত বৰগোহাঞিৰ অফিচত বৰ বেছি

কাম নাছিল বাবে যথাসম্ভৱ সোনকালে ঘৰলৈ গুচি আহিছিল আৰু অফিচৰ বাহিৰে বাকী সময়খিনি মোৰ লগতেই কটাইছিল।

শেষত এদিন বৰগোহাঞিয়ে এটা ভাড়াঘৰ ঠিক কৰিলে। মোৰ এতিয়াও এইষাৰ কথা কোৱা মনত পৰে– 'মই কিন্তু সদায় এই অৰণ্যৰ মাজতে কটাই দিব পাৰোঁ।

সি যিকি নহওক, নতুন ঘৰলৈ গ'লো। ঘৰটো দেখি কিন্তু মনটো মৰি গৈছিল। চহৰৰ মাজেৰে বৈ যোৱা টুনী নৈৰ (কি সুন্দৰ অকনমানি নৈখন!) কাঠৰ দলং পাৰ হৈ, ডাকবঙলা পাৰ হৈ, তাৰ কাষৰ 'বুঢ়া দেউতাৰ' বসতি স্থান প্ৰকাণ্ড আম গছ ডালৰ কাষৰ সৰু লুংলুঙীয়া মাটিৰ ৰাস্তাটোৰে অলপ আগুৱাই গৈ যিডোখৰ সোমোৱা ঠাই পোৱা যায, তাতেই আছিল এই ঘৰটো। খেৰৰ ছাল, মাটিৰ মজিয়া– প্ৰথম দৰ্শনতে বুজি পাইছিলোঁ যে ঘৰটো জেকা, হাৱা-বতাহ বেছিকৈ সোমাব নোৱাৰা অস্বাস্থ্যকৰ পৰিবেশ বিৰাজমান। পাকঘৰটো অৱশ্যে গাতে লগা আছিল, গাঁত খান্দি কৰা পাইখানাটোহে কিছু দূৰৈত আছিল। পিছে উপায় নাই, কমলাবাৰীত ইয়াতকৈ ভাল ভাড়াঘৰ পোৱা নাযায়।

তথাপিও ঘৰ, নিজৰ ঘৰ, মধুৰ ঘৰ। বৰগোহাঞিয়ে ক'ৰবাৰ পৰা কিছু খাট আৰু চকী মেজ যোগাৰ কৰিলে। তাৰেই মই মাজুলীৰ সংসাৰখন পাতিলোঁ। মোৰ ঘৰ সজোৱাৰ খুব চখ, জীয়ৰী কালত মোৰ যিটো নিজস্ব কোঠালী আছিল, তাক এনে আটোমটোকাৰীকৈ ৰাখিছিলোঁ যে তেতিয়াৰ সু-গায়িকা শেৱালী দেৱীয়ে এবাৰ মোৰ কোঠালীত সোমাই উচ্ছাসপূৰ্ণ স্বৰেৰে কৈ উঠিছিল– 'আপোনমনে সজাই লব পৰাকৈ ময়ো যদি এনে এটা কোঠালী নিজাকৈ পালোঁহেঁতেন! বাইদেৱে যে কি সুন্দৰকৈ ৰাখিছে!' মোৰ এটা কাচৰ ফুলদানী আছিল। মাজুলীলৈ আহিবৰ সময়ত মই সেইটো বৰ সাৱধানে লগত লৈ আহিছিলোঁ। দিল্লীলৈ গৈ বুলুহঁতৰ ঘৰত থকা দিনবোৰত মই এখন সৰু কাঠৰ কাশ্মীৰী ফ'ল্ডিং টেবুল কিনিছিলোঁ। সেইখনো মই মোৰ গুৱাহাটীৰ কোঠালীটোৰ পৰা লৈ আহিছিলোঁ। এতিয়া সেইখন আমাৰ কোঠালীটোৰ এচুকত পাতি, তাত ফুলদানীটো থৈ পিয়নে মোৰ কথামতে আনি দিয়া বেঙুনীয়া এজাৰ ফুলৰ থোপাৰে তাক ভৰাই পেলালো। বচ্, মোৰ গৃহসজ্জা সমাপন হৈ গ'ল!

এজাৰ ফুলৰ উল্লেখে পাঠকক এইটো কথা সূচাব যে তেতিয়া বাৰিষাৰ দিন আৰম্ভ হৈ গৈছিল।

মাজুলীৰ বাৰিষা, সি কি ভয়ংকৰ তাক অভিজ্ঞতা নথকা মানুহৰ বাহিৰে আনে বুজিব নোৱাৰিব। বৰগোহাঞিয়েও হেনো কোনোদিন মাজুলীৰ বাৰিষা দেখা নাছিল, আগৰ দুবাৰ যি মাজুলীলৈ আহি তেওঁ চাকৰি কৰিছিল সেই মাজুলী আছিল শৰতৰ,

শীতৰ সুন্দৰ শুকান মাজুলী, তেতিয়া 'ৰাটপথে পোৱালী মেলা' ৰ সময়, দুয়োকাষে হালধীয়া সৰিয়হৰ পথাৰ, সোণালী ধানৰ পথাৰ, আৰু ঘন সেউজীয়া অৰণ্যৰ মাজেৰে মাইলৰ পাচত মাইল অতিক্ৰমি আনন্দত আপোন পাহৰা হৈ চাইকেল চলাই যোৱাৰ সময়। তেতিয়া মাছ-কাছ, শাক-পাছলিও আছিল প্ৰচুৰ, সস্তাও। কিন্তু এতিয়া এয়া কি মাজুলীৰ মাজত পৰিলহি, কি মাজুলীলৈ তেওঁৰ চহৰীয়া নৱপৰিনীতা পত্নীক লৈ আহিল! বৰষুণ আৰু বৰষুণ, মাটিৰ জেকা ঘৰ আৰু জেকা হৈ গ'ল, চাৰিওফালৰ বাট পথৰ 'পোৱালীবোৰ' বানপানীত এটা এটাকৈ ডুবি গ'ল, মাছ-কণীৰ সৰবৰাহ বন্ধ, শাক-পাছলীও পানীত মৰি দুষ্প্ৰাপ্য হ'ল, গাৰ্হীৰৰ অৱস্থাও তথৈবচ। ইফালে কাৰোকো ফুৰাচকা কৰিবলৈও যাব নোৱাৰি।

মই আগতেই কৈ আহিছোঁ যে আমাক অলপো আলাসত ডাঙৰ কৰা হোৱা নাছিল, কষ্টৰ মুখামুখি হ'বলৈ কঠোৰভাৱে শিকোৱা হৈছিল। কিন্তু সেই মোকেই বাৰিষাৰ মাজুলীয়ে একেবাৰে ধৰাশায়ী কৰি পেলাইছিল। দিনৰ পিছত দিন সেই জেকা ঘৰটোত সোমাই থকাৰ ফলত মোৰ এনেকুৱা পানীলগা জ্বৰ হৈছিল যে সি কোনোমতেই মোৰ লগ এৰা দিয়া নাছিল। ইফালে সকলো ধৰণৰ পুষ্টিকৰ বস্তুৰ তীব্ৰ অভাৱ। বৰগোহাঞি, ফুনু বা পিয়ন কাৰো মোৰ দৰে দুৰৱস্থা নোহোৱাৰ কাৰণ আছিল এয়ে যে তেওঁলোকৰ কোনো মোৰ দৰে দিনৰাতি সেই ঘৰটোত সোমাই থাকিবলগীয়া নহৈছিল। অৱশ্যে নলবাৰীৰ পৰা অনা পিয়নজনৰো খুব অসুখ হৈছিল বাবে সি ঘৰলৈ গুচি গৈছিল, গতিকে আমি আন এজন স্থানীয় পিয়ন ৰাখিছিলোঁ।

বৰগোহাঞি মাজুলীৰ এই বাৰিষাৰ জীৱনত মোতকৈও যেন বেছি অতীষ্ঠ হৈ উঠিছিল, তেওঁ মোক চিত্ৰমল্ল বৰুৱালৈ চিঠি লেখি আমাক ইয়াৰ পৰা বদলি কৰাই লৈ যাবলৈ খাটনি ধৰিবলৈ কৈছিল। মই সেই মৰ্মে লেখিছিলোও — কিন্তু বৰগোহাঞিৰ সকলো কষ্টৰ মাজতো এক ধৰণৰ অৱসৰ বিনোদনৰ বাট আছিল, যিটো মোৰ নাছিল। কমলাবাৰীৰ কেইজনমান শিক্ষক আৰু চৰকাৰী বিষয়াৰ এটা তাছৰ আড্ডা আছিল, সেই আড্ডালৈ বৰগোহাঞিয়েও নিয়মিতভাৱে যাবলৈ আৰম্ভ কৰিছিল। তাছৰ খেলা কি বস্তু তাক জানোতাই জানে। তেওঁ মোক সোনকালে উভতি অহাৰ প্ৰতিশ্ৰুতি দি যায় যদিও প্ৰায়ে সেই প্ৰতিশ্ৰুতি ভঙ্গ কৰে। মই অকলে অকলে বিছনাত বাগৰি তেওঁলৈ বাট চাই থাকোঁ। ভাগ্যে মই বেছি ভয়াতুৰ ছোৱালী নাছিলো, ন'হলে ওচৰতে থকা প্ৰকাণ্ড আম গছডালৰ বহুদিনীয়া অধিবাসী বুঢ়া দেউতা ভূতৰ বিষয়ে পিয়ন হেমেই যিবোৰ গল্প কয়, সেইবোৰ মনত পেলাই মই লেম্পৰ পোহৰে দেৱালত পেলোৱা দীঘল দীঘল ছাঁবোৰলৈ চাই হয়তো পেপুৱাই লাগিলোহেঁতেন!

ওচৰৰ যি দুই এক মহিলাৰ লগত মোৰ চা-চিনাকি হৈছিল, তেওঁলোকে মোক

গিৰিয়েকবোৰৰ তাছৰ আড্ডাক লৈ মজাৰ মজাৰ গল্প কৈছিল। বিপিন বৰা নামৰ শিক্ষক এজনৰ পত্নীয়ে তেওঁৰ ঘৰৰ প্ৰধান দুৱাৰখনত লগা বেৰখনৰ চূণ মাটি খহা অৱস্থাৰে মোৰ দৃষ্টি আকৰ্ষণ কৰি কৈছিল যে বহুত ৰাতি তাছ খেলি আহি দুৱাৰ খুলিবলৈ তেওঁৰ গিৰিয়েকে প্ৰথমতে কাকুতি-মিনতি কৰি খোলাব নোৱাৰিলে শেষত দুৱাৰত ঢকিয়াবলৈ ধৰে ফলত বেৰৰ চূণ-মাটি খহি খহি বেৰখনৰ তেনে দাঁত নিকটোৱা অৱস্থা হৈছে।

এই তাছৰ আড্ডা আৰু পৰৱৰ্তী জীৱনতো সেই আড্ডাৰ অভিজ্ঞতা লাভ কৰি মই মোৰ দ্বিতীয় উপন্যাস 'দিনৰ পাছত দিন'ত তাৰ চিত্ৰ ফুটাই তুলিবলৈ যত্ন কৰিছিলোঁ।

কমলাবাৰীৰ জীৱন বহুতো চহৰীয়া ছোৱালীৰ বাবে নৰক-সদৃশ হ'লহেঁতেন যদিও মোৰ বাবে কিন্তু সিমান অসহনীয় হোৱা নাছিল। মোক বোধহয় 'ভগবানে' এনেকৈ সৃষ্টি কৰিছে যে জীৱনৰ সকলো বেয়া অৱস্থাতো মই আনন্দ আহৰণ কৰিব জানো। মই ৰবীন্দ্ৰনাথৰ দৰেই বিশ্বাস কৰোঁ যে 'আনন্দধাৰা বহিছে ভূবনে —' আমি কেৱল সেই আনন্দধাৰাৰ ভাগ ল'বলৈ জানিব লাগে।

মই আমাৰ সেই জেকজেকীয়া ঘৰটোৰ একাষে 'জাপানী ছাতি' বুলি আমাৰ মাজত জনাজাত বাৰিষাতো হোৱা ফুলটোৰ গুটি আনি সেইবোৰ ছটিয়াই এখন সৰু-সুৰা ফুলনী কৰিছিলোঁ। হেম বৰ উৎসাহী আছিল, সিয়েই মোক ফুলৰ পুলি আৰু গুটি আনি দিছিল। তদুপৰি ডাঠ চকলেট ৰঙৰ কাঁপোৰত বগা সুতাৰে মণি চিলাই কৰি টেবুল ক্লথ আদি চিলাই কৰিও মই আনন্দ মনেৰে সময় অতিবাহিত কৰিছিলোঁ। কিতাপ-পত্ৰ অৱশ্যে বৰকৈ পঢ়িবলৈ পোৱা নাছিলোঁ, সেয়ে ডাকযোগে আহিবলগীয়া আলোচনীবোৰলৈ বৰ হেপাহেৰে বাট চাই থাকিছিলোঁ। সেই সময়ত পঢ়া আলোচনীবোৰৰ ভিতৰত কিয় জানো মোৰ আজিও 'দেশ' সাপ্তাহিকৰ পাতত ধাৰাবাহিকভাৱে ওলোৱা সুখলতা ৰাওৰ 'ছেলেবেলাৰ দিনগুলি'ৰ কথাই খুবকৈ মনত পৰে। সুখবালা ৰাও বোধহয় সত্যজিৎ ৰায়ৰ পেহীয়েক আছিল। 'ছেলেবেলাৰ দিনগুলি'ত গাওঁৰ মাটি-পানীৰ খুব নষ্টালজিয়া ভৰা বৰ্ণনা আছিল, বোধহয় মোৰ তেতিয়াৰ পৰিবেশৰ লগত বৰকৈ খাপ খাই গৈছিল বাবেও তাৰ আবেদনে আজিও মোক সময়ৰ দীৰ্ঘ সেতুৰ ওপৰেদি দীঘলকৈ হাত মেলি দি চুই আছে।

পিছে মাজুলীত আৰু এনেকি নলবাৰীতো আমাৰ দুয়োৰো লেখামেলা প্ৰায় নাইছিলেই বুলি ক'ব পাৰি। তাৰ কাৰণ কি নাজানো। হয়তো উৎসাহজনক পৰিবেশৰ অভাৱ। মই কিন্তু তেতিয়া নিজৰ বিষয়ে এই বদ্ধমূল ধাৰণাত মনে মনে উপনীত হৈছিলোঁ যে মোৰ সাহিত্য সৃষ্টিৰ বাবে যি অকণমান প্ৰতিভা আছিল, সি তাৰ সেই ক্ষুদ্ৰ পৰিমাণৰ বাবে কেইটামান গল্প লেখাৰ লগতে নিঃশেষিত হৈ গৈছে!

## ৪১

'স্বনিমন্ত্ৰিত' কবিতাটো সম্পৰ্কে বৰগোহাঞিয়ে তেওঁৰ 'আত্মানুসন্ধান'ত লেখিছে যে ১৯৫৭ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছাত্ৰসকলে জোনাক ৰাতি মুকলি আকাশৰ তলত ফুলৰ বিছনাত পতা কবি-সভা এখনত তেওঁ 'কোনো এটি বসন্ত-সন্ধ্যাৰ প্ৰাৰ্থনা' নামৰ যিটো স্ব-ৰচিত কবিতা পাঠ কৰিছিল সেইটো শুনিয়েই নৱকান্ত বৰুৱাৰ 'স্বনিমন্ত্ৰিত' কবিতাটো লেখিবৰ মন গ'ল বুলি তেওঁৰ ধাৰণা হৈছিল। বৰগোহাঞিয়ে 'বোধহয় মোৰ জীৱনৰ একমাত্ৰ প্ৰেমৰ কবিতা' বুলি সেই 'আত্মানুসন্ধান'তে উল্লেখ কৰা কবিতাটো আছিল মাজুলীৰ সহজ-সৰল মিচিং ছোৱালীৰ প্ৰতি তৰুণ কবি প্ৰাণত উথলি উঠা আবেগৰ প্ৰকাশ। আকৌ পল গঁগা আৰু টাহিটি দ্বীপলৈকে মনত পৰি যায়। এই প্ৰসঙ্গতে বহুত বছৰৰ আগৰ ঘটনা এটা কওঁ।

পঞ্চাশ দশকত যোৰহাটত 'সাহিত্য চ'ৰা' নামৰ এটা সাহিত্যিক সংস্থা গঠিত হৈছিল। মূল উদ্যোক্তা আছিল শ্ৰীহেমন্ত বৰদলৈ। এই বেচৰকাৰী সংস্থাটোৱে সঁচায়ে অতি প্ৰশংসনীয় কাম কৰিছিল। সেইটো ৰামধেনু যুগৰ সময়। গতিকে সেই সময়ৰ অসমীয়া সাহিত্যৰ উৎসাহ-উদ্দীপনাই তাত প্ৰতিফলিত হৈছিল। মোৰ যিমানদূৰ মনত পৰে সেই সংস্থাই প্ৰতিবছৰে অসমৰ শ্ৰেষ্ঠ গল্পকাৰ আৰু কবি নিৰ্বাচিত কৰি তেওঁলোকলৈ মানপত্ৰ আগবঢ়াইছিল। বিয়াৰ আগতে বৰগোহাঞি যেতিয়া প্ৰথমবাৰৰ বাবে মাজুলীত চাকৰি কৰিছিল তেতিয়া তেওঁ সেই সাহিত্যসেৱী চ'ৰাৰ পৰা বছৰৰ শ্ৰেষ্ঠ গল্পকাৰৰ সন্মান লাভ কৰিছিল। তেওঁৰ নতুন ধাৰাৰ গল্পবোৰে তেতিয়া অসমত আলোড়নৰ সৃষ্টি কৰিছিল। সেই পুৰস্কাৰ প্ৰদান অনুষ্ঠানবোৰত অসমৰ শ্ৰেষ্ঠ সাহিত্যিকসকলৰ সমাগম হৈছিল। অসমীয়া সাহিত্যৰ তেতিয়া কি যে উৎসাহ উদ্দীপনাৰ সময় আছিল! সি যি কি নহওক, বৰগোহাঞিয়ে সেই শ্ৰেষ্ঠ গল্পকাৰৰ পুৰস্কাৰ ল'বলৈ যোৱাৰ সময়তো নৱকান্ত বৰুৱাক লগ পাইছিল। সেইবাৰ বোধহয় নৱকান্ত বৰুৱায়ো শ্ৰেষ্ঠ কবিৰ সন্মান পাইছিল। সেইবাৰ সাহিত্য-সেৱী চ'ৰাত বৰগোহাঞিক ঘনিষ্ঠভাৱে লগ পাই অহা নৱকান্ত বৰুৱাৰ মন বিস্ময় আৰু প্ৰশংসাত পৰিপূৰ্ণ হৈ

আহিছিল আৰু সেই সাক্ষাতৰ কথাত মোক এনেধৰণে কোৱা মনত পৰে যে ল'ৰাজন তেওঁৰ গল্পবোৰৰ নায়কৰ দৰেই একেবাৰে পল গঁগাইঁতলৈ মনত পেলাই দিয়ে। পিচে তেওঁৰ যি অনন্য সাধাৰণ প্ৰতিভা – হয় সি বাৰুদৰ দৰে সুতীব্ৰভাৱে জ্বলি ছাৰখাৰ হৈ যাব আৰু সৌভাগ্যৰ কথা হ'লে একুৰা তেজী জুইৰ দৰে জ্বলি থাকিব। তাৰ পিছত কে'বা দশকো পাৰ হৈ যোৱাৰ সময়ৰ বিচাৰত প্ৰমাণিত হ'ল যে হোমেন বৰগোহাঞিৰ তেতিয়াৰ 'অসুস্থ' প্ৰতিভাৰ জুইকুৰা বাৰুদৰ দৰে জ্বলি ধোঁৱা আৰু ছাঁইৰ ভগ্নস্তূপত পৰিণত হোৱাৰ দৰে অসমীয়া সাহিত্যৰ এক বিৰাট ক্ষতিকাৰক ঘটনাত পৰ্যবসিত নহ'ল, বৰং এই সুদীৰ্ঘকাল জুৰি তেওঁৰ প্ৰতিভাই এক জ্যোতিষ্মান শিখা হৈ অসমীয়া সাহিত্য জগত উজ্জ্বলাইহে ৰাখিছে।

পিছে বৰগোহাঞিয়ে তেওঁৰ জীৱনৰ একমাত্ৰ প্ৰেমৰ কবিতা বুলি ভবা 'কোনো এটি বসন্ত-সন্ধ্যাৰ প্ৰাৰ্থনা'টোৱেই একমাত্ৰ তেনে কবিতা নহয় নেকি। তেওঁ নিশ্চয় পাহৰি গৈছে যে ১৯৬২ চনতো তেওঁ 'মেঘালীৰ কাৰণেঃ এটি প্ৰেমোপাখ্যান' বুলিও এটা প্ৰেমৰ কবিতা লেখিছিল, কোনোবা এখন আলোচনীত (ৰামধেনুতো হ'ব পাৰে) সেইটো প্ৰকাশো হৈছিল। ত্ৰিশ বছৰৰ আগতে লেখা সেই কবিতাটো যিসকল পাঠকে পঢ়া নাই তেওঁলোকৰ কৌতূহল হ'ব পাৰে বুলি ভাবি সেইটো ইয়াত পুনৰ লিপিবদ্ধ কৰি দিলো। অৱশ্যে তাৰ আগতে তেওঁৰ মোৰ লগত ব্যক্তিগতভাৱে ঘনিষ্ঠতা হোৱাৰ পিছত মোলৈ লিখা 'তোমাৰ মুখ' নামৰ কবিতা এটাৰ পংক্তি এটাও স-সংকোচে উদ্ধৃত কৰি দিলোঁ

'তোমাৰ হৃদয়ত আছে সেই অনাদি অগ্নিৰ উৎস
অনিৰ্বাণ যাৰ বৰ্ণচ্ছটাৰ চিৰন্তন শিল্পত বিধৃত
সেইঅমৰ মুখ।
যি জন্ম দিয়ে, যি লালিত কৰে, যি জাগৃত কৰে
হৃদয়ৰ মহানুভৱ বেদনাৰ।
মই কেৱল অনুভৱ কৰোঁ –
তোমাৰ স্পৰ্শাতীত সত্তাৰ জ্যোতিৰ্ময় সত্য
যাৰ কোনো সৃষ্টি নাই, যাৰ কোনো ধ্বংস নাই
অজাত আৰু অমৃত সেই অস্তিত্বৰ –

এতিয়া –

## 'মেৰালীৰ কাৰণেঃ এটি প্ৰেমোপাখ্যান'

*A night of memory and a sigh*
*I consecrate to thee !*

-- **W.S.Landor.**

এদিন আবেলি পৰত মই সেই পাহাৰটোলৈ
ফুৰিবলৈ গৈছিলোঁ। মোৰ লগত
কোনো নাছিল। এতিয়া মই বুঢ়া হ'লো, এতিয়া মোৰ
অকলে ফুৰাৰ বয়স;
পাহাৰটোৰ ওখ চূড়াত উঠি মই দেখিলোঁ, পশ্চিমত
বেলি মাৰ যাব ধৰিছে।
আকাশৰ বিশাল ৰক্ত-সমুদ্ৰত সাঁতুৰি ফুৰিছে
কণ কণ এজাক ক'লা চৰাই।
মনত পৰেনে, এদিন আমি দুয়ো একেলগে সেই
পাহাৰটোলৈ ফুৰিবলৈ গৈছিলোঁ,
'দেখা' সেই অপৰূপ সূৰ্যাস্ত, সেই বিশাল বিস্ময়,
ৰক্তৰ সমুদ্ৰত
সাঁতুৰি নাদুৰি ফুৰা সেই কণ কণ ক'লা চৰাইজাক দেখি
তুমি নীৰৱে মোৰ
হাতখন তুলি লৈছিলা।
মোৰ অনুভৱ হৈছিল, তুমি যেন চকুৰ নিমিষতে
কিমান দূৰলৈ গুচি গ'লা,
গুচি গ'লা সেই ৰক্ত সমুদ্ৰৰ সিপাৰলৈ,
এটি ক'লা চৰাই হৈ,
যাৰ কোনো ঘৰ নাই; এটি বতাহ ঢৌ হৈ,
যাৰ কোনো আশ্ৰয় নাই।
মনত পৰেনে, তোমাক মাতিবলৈ মোৰ ভয় লাগিছিল,
তোমাক স্পৰ্শ কৰিবলৈ

মোৰ ভয় লাগিছিল, তোমাৰ ফালে চাবলৈ মোৰ

ভয় লাগিছিল — আৰু

যেতিয়া আন্ধাৰ হ'ল, তুমি লাহে লাহে মোৰ হাতখন

এৰি দিলা। মোৰ যে

কি ভীষণ ভয় লাগিছিল!

তুমি পাহাৰৰ তললৈ লাহে লাহে নামি গ'লা, আৰু

তোমাৰ সেই অবিস্মৰণীয়

উদ্ধত পদ-ভংগীত মৃত্তিকাৰ সত্তালীণ স্মৰকাতীত

অন্ধকাৰ কেনেকৈ কঁপি

উঠিছিল; মই পাছফালৰ পৰা তোমাক চিঞৰি

মাতিলোঁ, তুমি শুনিও

এবাৰো ঘূৰি নাচালা, এখোজ এখোজকৈ তুমি নামি

গ'লা সাগৰৰ বুকুলৈ

যি সাগৰে তোমাক জন্ম দিছিল। সমুদ্ৰ-সম্ভবা ভেনাচ,

কি দুঃসহ ঘৃণাত

তুমি মোক ত্যাগ কৰি গ'লা!

এদিন আবেলি পৰত মই সেই পাহাৰটোলৈ ফুৰিবলৈ

গৈছিলোঁ। মোৰ

লগত কোনো নাছিল। এতিয়া মই বুঢ়া হ'লো, এতিয়া মোৰ

অকলে ফুৰাৰ

বয়স। পাহাৰটোৰ ওখ চূড়াত উঠি মই দেখিলো সাগৰৰ

পাৰৰ বালিত

পৰি থকা এটি বিভৎস কংকাল। মোৰ যে কি

ভয় লাগিছিল!

মাজুলী সম্পৰ্কে মই আচলতে বিশেষ একোকে লেখিবলৈ নোৱাৰিলো, কাৰণ মই হেমন্তৰ বিস্তৃত সৰিয়হ ফুলৰ পথাৰ, বতাহত ঢৌ খেলি থকা সোণালী ধাননী দেখা নাপালোঁ, তাৰ মাজে মাজে আঁকাই পকাই দূৰণীত হেৰাই যোৱা বাটেৰে কোনোদিন গৈ নাপালো, আকাশ-পৃথিৱীৰ সীমা একাকাৰ কৰি দিয়া দিগন্ত বিয়পা বগা কইঁৱা ফুলৰ

বিস্তাৰ দেখা নাপালোঁ, ব'দে প্লাবিত কৰি ৰখা শীতৰ মাজুলীৰ মাটিত থিয় হৈ তাৰ বিশাল আকাশৰ তলত সেই সোণালী ব'দৰ উম লৈ নাপালোঁ, বৰগোহাঞিয়ে এসময়ত দিনৰ পিছত দিন পাৰ কৰি দিয়া কোনো এখন মিছিং গাওঁলৈ গৈ নাপালোঁ, তাৰ চাঙত উঠি নাপালোঁ — আৰু আটাইতকৈ দুখৰ কথা যে মাজুলীৰ গভীৰ-সেউজী আদিম অৰণ্যৰ মাজলৈ গৈ সাময়িক ভাবে হ'লেও তাৰ আত্মাৰ গভীৰ বিশালতাত হেৰাই যোৱাৰ ভয়ংকৰ অথচ মধুৰ আনন্দৰ পৰা বঞ্চিত হৈ ৰ'লো। মই পালোঁ মাথো মাজুলীৰ বিভীষিকা ভৰা বাৰিষা আৰু বৰষুণ আৰু বৰষুণ, মন বিষন্ন কৰি দিয়া বৰষুণ, নহ'লে ক'লা ডাৱৰীয়া আকাশ, অৱশ্যে তাৰ ফলত কেনে-কোটোকাৰে ভৰা উত্তাল ব্ৰহ্মপুত্ৰৰ বুকুত হোৱা নৌকা বিহাৰৰ অনিৰ্বচনীয় অভিজ্ঞতায়েতো ঠাইখনলৈ এনে নষ্টালজিয়াৰে মনত পেলাই দিব পাৰিছে। সেই কথা আগতেই লেখিছোঁ।

আজি মোৰ লগত মাজুলীৰ কোনো ধৰণৰ স্মাৰকেই নাই, আমাৰ কেমেৰা নথকাৰ ফলত তাত এখন ফটোও তোলা হোৱা নাছিল। পিছে সেই সময়ত বৰগোহাঞিয়ে মোলৈ লেখা চিঠিৰ স্মৃতি-চিহ্ন আছে। অনুখৰ পৰা নিৰাময় হৈ আহিবলৈ মই গুৱাহাটীলৈ যোৱাৰ পিছতে তেওঁ ২৭/৬/৫৮ তাৰিখৰ চিঠিখনত মোৰ অনুপস্থিতিত হোৱা অৱস্থাৰ বিষয়ে লেখিছিল এনেদৰে — 'মাক মৰা মাউৰা ল'ৰাৰ নিচিনা অৱস্থা হৈছে মোৰ। একেবাৰে অসহ্য লাগিছে, ছাটিফুটি লাগিছে। জীৱনটো একেদিনাই কেনেকৈ শূন্য হৈ গ'ল! ........' প্ৰায় পয়ত্ৰিশ বছৰৰ আগৰ এনেবোৰ চিঠি পঢ়িলে এতিয়া যে মনটো কেনেকুৱা লাগি যায়!

## ৪২

আমি মাজুলীৰ সেই আধা বন্ধা নতুন ঘৰটোত থাকিবলৈ লোৱাৰ পিছত শহৰৰ ঘৰৰ পৰা আমাৰ লগত থাকিবলৈ খুৰা শহুৰৰ আন এটা ল'ৰা, ফুনুৰ ককায়েক থানুকো পঠিয়াই দিয়া হৈছিল। কার্তিকৰ দৰে ধুনীয়া ল'ৰাটোৰ (যাৰ মুখৰ লগত মঙ্গোলীয় গঢ়ৰ কোনো বৈশিষ্ট্যই নাছিল) স্বভাব-চৰিত্ৰ কিন্তু ঠিক নাছিল, ঘৰৰ মুৰৰ বিষৰ কাৰণ হোৱা ল'ৰাটো উচ্ছৃংখল প্ৰকৃতিৰ আছিল ('পিতাপুত্ৰ' উপন্যাসত যাৰ চৰিত্ৰ অংকিত কৰা হৈছে), নপঢ়ে, ঘৰ-পথাৰ একোৰে কাম নকৰে, কেৱল মদ খাই বনৰীয়াৰ দৰে ঘূৰি ফুৰে। সেয়ে আমাৰ লগত থাকি সংশোধিত হ'বলৈকে বৰ মৰমীয়াল স্বভাৱৰ আছিল, সুন্দৰ কাঠ- বাঁহৰ হাতৰ কামো জানিছিল। অথচ একেবাৰে নিষ্কৰ্মা।

সি এমাহমান আমাৰ লগত থকাৰ পিছত এদিন স্থানীয় পুলিচ অফিচাৰে বৰগোহাঞিক লগ ধৰি ক'লে যে তেওঁলোকে গম পাইছে – বৰগোহাঞিৰ এজন ভায়েক আহি ককায়েকৰ লগত আছেহি আৰু মদ-চদ খাই চাৰিওফালে ইমান উৎপাত কৰি আছে যে তেওঁলোকে তাক গ্ৰেপ্তাৰ কৰিবলৈ বাধ্য হ'ব। গতিকে বৰগোহাঞিয়ে যেন অচিৰেই ইয়াৰ কিবা এটা প্ৰতিকাৰ কৰে ।

থানু মাজুলীলৈ আহি সংশোধিত হোৱাৰ মই কিন্তু কোনো সম্ভাৱনা দেখা নাছিলোঁ। ঠাইখনৰ, নৈতিকতাৰ সুনাম নাছিল, মিছিঙকে আদি কৰি জনজাতীয় অধ্যুষিত ঠাই বুলি মদপানী আছিল সহজ লভ্য, গতিকে এনেকুৱা ঠাই থানুহঁতৰ মানসিকতাৰ ল'ৰা আৰুহে উচ্ছন্ন হোৱাৰ সম্ভাৱনা থাকে। তদুপৰি সি সৰু ল'ৰা নহয় যে দিনটো চকুৱে চকুৱে ৰাখিব পাৰি। বৰগোহাঞিয়ে তাক সাৱধানবাণী শুনাই থৈ ভাবিছিল যে তেওঁৰ লগত থাকি সি কোনো ধৰণৰ অতপালি কৰিবলৈ সাহ নকৰে।

পিছে অফিচলৈ গৈয়ে থানাৰ ও'চিৰ মুখত ভায়েকৰ কীৰ্তি-কলাপ শুনি বৰগোহাঞিৰ খঙে ব্ৰহ্মতালু পালেগৈ। তেওঁৰ অফিচৰ পৰা তেতিয়াই শুচি আহি থানুক ঘৰতে পাই ভালকৈ মাৰিলে আৰু ভয়তে সি ঘৰৰ পৰা ওলাই গ'ল। দুপৰীয়া ভাত খাবৰ পৰলৈকে থানুৰ দেখাদেখি নাই বাবে মই বৰগোহাঞিক অকলেই ভাত খাবলৈ দিলোঁ। পিছে ভাতৰ পাতত বহিয়েই বৰগোহাঞিয়ে হুকহুকাই কান্দি ভাতৰ কাঁহী ঠেলি দিলে – 'মই তাক এনেকৈ মাৰিলোঁ যে সি দুপৰীয়াৰ ভাতসাজ নেখোৱাকৈয়ে সুদা পেটে পলাই শুচি যাব লগা হ'ল'। থানু সিদিনা সঁচাকৈয়ে আৰু উভতি অহা নাছিল। খবৰ লৈ গম পালোঁ যে সি পুনৰ ঢকুৱাখনা ওলাইছেগৈ ।

এই কাহিনীটো লেখাৰ কাৰণ বৰগোহাঞিৰ মানসিকতাৰ এটা দিশ উন্মোচিত কৰি

দেখুৱা। খুৰাকৰ পুতেক হ'লে কি হ'ব—এই আঠৌটা ভায়েকক তেওঁ অতিপাত মৰম কৰিছিল, ডাঙৰটো ভায়েক পদ্মবিকাশৰ লগত সককালত তেওঁ ৰাম-লক্ষ্মণৰ দৰে ডাঙৰ হৈছিল, কোনোবাই পদ্মবিকাশ তেওঁৰ আপোন ভায়েক হয়নে নহয় বুলি সুধিলে তেওঁ বোলে অন্তৰত খুব আঘাত পাইছিল। এনেয়ে বোহেমিয়ান স্বভাৱৰ মানুহ, সাংসাৰিক স্বাৰ্থবুদ্ধি বুজি নাপায়, কিন্তু মই বৰগোহাঞিৰ লগত জীৱন কটোৱা বছৰবোৰত প্ৰত্যেকজন ভায়েকৰ বাবে তেওঁ নিজৰ সামৰ্থ্যৰ বাহিৰৈলে গৈয়ো নানাপ্ৰকাৰে যি ধৰণে সহায় কৰিছিল- দেখি তাজ্জৱ মানিছিলো। সিহঁতৰ শিক্ষা-দীক্ষা, সিহঁতক জীৱনত প্ৰতিষ্ঠিত কৰা – সকলোতে তেওঁ এজন অতি মৰমীয়াল, আৰু কৰ্তব্যপৰায়ণ বৰ ককায়েকৰ ভূমিকাই লৈ আহিছে। মোৰ শহুৰ-শাহুয়েও সেই ল'ৰাবোৰক নিজৰ পুত্ৰৰ দৰেই জ্ঞান কৰিছিল। অৱশ্যে সেই ভায়েকহঁতৰ বহু কেইজনেই ককায়েকৰ সহায়-সমৰ্থনক স্বীকৃতি দিয়াটো দূৰৰ কথা, বিৰুদ্ধাচৰণ কৰিহে গ'ল। মই  অতি নিৰপেক্ষভাৱেই এইবোৰ প্ৰত্যক্ষ কৰিছো আৰু সত্যৰ অকণো অপলাপ কৰা নাই। অৱশ্যে এইবোৰ শুনি অলপ দুখ পালেও আচৰিত হ'লে নহওঁ। মানুহৰ অকৃতজ্ঞতা জীৱনততো বহুতেই দেখিলোঁ। যোৱাবছৰ যেতিয়া আমেৰিকা যুক্তৰাষ্ট্ৰৰ ভূতপূৰ্ব প্ৰেছিডেণ্ট কেনেডীৰ ভাগিন স্মিথক ধৰ্ষণৰ অপৰাধত অভিযুক্ত কৰি বিচাৰ চলোৱা হৈছিল, তেতিয়া তেওঁক সেই বিচাৰৰ সময়ত সকলো প্ৰকাৰে সাহায্য কৰি মুক্ত কৰা মানুহবোৰৰ প্ৰতি কৃতজ্ঞতাৰ চকুলো পেলাই স্মিথে কৈছিল, 'and gratitude is the memory of the heart' কথাষাৰ পঢ়ি মোৰ বৰ ভাল লাগিছিল। কিছে আমাৰ মাজত প্ৰকৃত হৃদয়ৰ অধিকাৰী কেইজনেই বা আছে?

মাজুলীত থকা সময়তে মই প্ৰথমবাৰৰ বাবে শাহুআইক লগ পাইছিলোঁ। কিছে ঢকুৱাখনাত নহয়, যোৰহাটতহে। বৰগোহাইৰ মাজু দেউতাকৰ তিনিজন ল'ৰা (সৰু দেউতাৰ দৰে মোৰ শহুৰৰ ঘৰৰ লগত একেলগে নাথাকি তেখেত বেলেগে থাকিছিল ), যোগানন্দ বৰগোহাই, লেখন বৰগোহাই আৰু পবিত্ৰ বৰগোহাই। ইমান এখন আওহতীয়া গাওঁৰ ল'ৰা হৈয়ো মাজু শহুৰৰ সেই তিনিপুত্ৰই শিক্ষাদীক্ষাৰে জীৱনত সুপ্ৰতিষ্ঠিত হ'ব পাৰিছিল। ডাঙৰজন হৈছিল উত্তৰ লক্ষীমপুৰ কলেজৰ অধ্যক্ষ, মাজুজন অসম মেডিকেল কলেজৰ এছিষ্টেণ্ট প্ৰফেছাৰ আৰু সৰুজন কটন কলেজৰ পদাৰ্থ বিভাগৰ অধ্যাপক। পবিত্ৰ প্ৰায় কেঁচুৱা থাকোতেই মাকৰ মৃত্যু হৈছিল, সেয়ে মাতৃহীন ল'ৰাটোক আমাৰ শাহুৱেই ডাঙৰ-দীঘল কৰাৰ দৰে হৈছিল।

আমাৰ বিয়াৰ কেইমাহমানৰ পিছতে যোগানন্দ বৰগোহাইৰো বিয়াৰ স্থিৰ হৈছিল। মোৰ সেই ৰবজনা গৰাকীৰ কইনা আগতেই ঠিক কৰা, গুৱাহাটী বিশ্ববিদ্যালয়ত পঢ়ি থাকোঁতে তেওঁ দৰ্শন শাস্ত্ৰত এম.এ পঢ়ি থকা দিপীকা শইকীক পছন্দ কৰি থৈছিল।

দীপিকা আছিল যোৰহাটৰ ছোৱালী, সেয়ে চক্ৰবাখনাৰ পৰা উঠি আহি দবাধৰে বিয়াবাহৰ যোৰহাটতে পাতিছিল। এই বিয়ালৈ আমিও গৈছিলোঁ আৰু তাতেই প্ৰথমবাৰৰ বাবে শাহু তথা শহুৰৰ ঘৰৰ গুৰুজন ব্যক্তিসকলৰ লগ পাইছিলোঁ।

শাহুৰ লগত সাক্ষাৎকাৰৰ আগতে কইনা গৰাকীৰ কথা কৈ লওঁ। চক্ৰবাখনাৰ এগৰাকী বিশিষ্ট বোৱাৰী বুলি পৰিগণিত হোৱা দীপিকা বৰগোহাঞিক 'সূত্ৰধাৰ', 'প্ৰান্তিক' আৰু অন্যান্য কাগজ আলোচনীৰ পাঠকে লেখিকা হিচাপে জানে। তেওঁ এগৰাকী চিন্তা-চৰ্চা কৰা মহিলা। বহুত দিনৰে পৰা লেখা-পঢ়াৰ চৰ্চা কৰি আহিছে, কিতাপো প্ৰকাশ হৈছে। তাহানি সাপ্তাহিক 'নীলাচল'তো তেওঁৰ প্ৰবন্ধ-পাতি প্ৰকাশ হৈছিল। অলপতে তেওঁ উত্তৰ লক্ষীমপুৰ কলেজৰ দৰ্শনৰ অধ্যাপিকা হিচাপে অৱসৰ গ্ৰহণ কৰিছে। শহুৰৰ ঘৰৰ মানুহবোৰৰ ভিতৰত তেওঁৰ লগতেই মোৰ এতিয়াও আটাইতকৈ বেছি ঘনিষ্ঠতা আছে। বিয়া হোৱাৰ পিছত তেওঁ কিন্তু বাঞ্ছিত সুখ নাপালে। স্বামীয়ে প্ৰচুৰ মদ্যপান কৰি কৰি শেষত 'ছিৰছিছ অৱ্ লিভাৰ' বেমাৰত ঢুকাল। স্বামীক সেই অৱস্থাৰ পৰা উদ্ধাৰ কৰিবলৈ তেওঁ এসময়ত নিজে দোকানৰ পৰা মদ কিনি আনি তাক জুখিদি ঘৰতে মদ খুৱাই শাসনত ৰখাৰ ব্যৰ্থ চেষ্টা কৰিছিল। তেওঁৰ কাহিনী শুনি মোৰ 'চাহেব-বিবি-গোলামৰ ছোট বউৰ ট্ৰেজিক কাহিনীৰ কথা মনত পৰি গৈছিল -- অৱশ্যে দিপীকাই যেনিবা নিজে মদ খাব লগা হোৱা নাছিল। তেওঁ আহোম ঘৰৰে জীয়ৰী যদিও 'পকা' নহয়, 'কেঁচা'হে, সেয়ে আমাৰ পিতৃ পৰিয়ালৰ দৰে তেওঁলোকৰ পৰিয়ালতো মদৰ প্ৰচলন নাছিল। তেওঁৰ স্বামীয়ে মদ খোৱাতকৈ মদেহে স্বামীক খাই পোলোৱাত দীপিকাৰ স্বাভাৱিকতেই মদ বস্তুটোৰ ওপৰত চৰম ঘৃণা আৰু বিতৃষ্ণা উপজিছিল। মই এবাৰ সেই ভয়ংকৰ বিৰাগৰ আভাষ পাই ছিলোঁ। তেতিয়া মোৰো এক দুঃসময় চলিছিল — য'ত মদৰো অলপ অচৰপ অবিহণা আছিল। ঠিক তেনে সময়তে মই এবাৰ দীপিকাক লগ পাইছিলোঁ আৰু কথাই কথাই তেওঁক কৈছিলো (আবেগৰ আধিক্যত) 'মই পুত্ৰ দুটাক কৈ থৈছোঁ যে সিহঁতে যদি মদ স্পৰ্শ কৰে, মই সন্ন্যাসিনী হৈ ঘৰৰ পৰা ওলাই যাম।' মোৰ কথা শুনি দীপিকাই উত্তেজিত হৈ কৈ উঠিছিল -- 'তুমি তেনেকৈহে কৈছা নেকি? মই কিন্তু মোৰ তিনিপুত্ৰক কৈছোঁ যে সিহঁতে যদি মদ স্পৰ্শ কৰে তেন্তে মই ডিহিত ছিপজৰী লগাম।...' তেওঁৰ তিনিপুত্ৰই বৰ্তমান মদ স্পৰ্শ কৰেনে নাই নাজানো, কিন্তু মোৰ দুই পুত্ৰই কেতিয়াবা কৰে। ঘৰলৈ মদৰ বটল কিনি আনি নাখালেও হোটেল বা পাৰ্টিবোৰত খাব লগাত পৰে বা খায়। মই সিহঁতক এসময়ৰ আবেগিক প্ৰতিজ্ঞাৰ পৰা মুক্তি দি থৈছোঁ। হাজাৰ হওক, সিহঁত মদ খোৱা আহোমৰ বংশধৰ। তদুপৰি এতিয়া আমাৰ সমাজত মদ খোৱাটো ভাতৰ লগত পানী খোৱাৰ দৰেই হৈছে বাবে সমাজৰ প্ৰায় সকলো মানুহৰ বাবেই সি আনৰ তুলনাত

সহনীয় আৰু গ্ৰহনীয় হৈ উঠিছে। মোৰ ডাঙৰ (আৰু এতিয়ালৈকে একমাত্ৰ) বোৱাৰী শোভিনী দিল্লীৰ ছোৱালী হ'লেও দেউতাক হ'ল হিমাচল প্ৰদেশৰ সাত্বিক ব্ৰাহ্মণ পৰিয়ালৰ বংশধৰ, তেওঁ মদ-চিগাৰেট একোকে নাখায়। তেনে পৰিয়ালৰ ছোৱালী হৈয়ো শোভিনীয়ে মোৰ ল'ৰাই মাজে-সময়ে মদ খালে আপত্তি নকৰে। পিছে মদ খোৱাৰ বিৰুদ্ধে মোৰ এতিয়াও আপত্তি আছে — কাৰণ জীৱনৰ অভিজ্ঞতাবোৰৰ পৰা বিশেষকৈ শহুৰৰ ঘৰৰ মানুহবোৰৰ লগত হোৱা অভিজ্ঞতাবোৰৰ পৰা মই মানুহে মদ খোৱাতকৈ বেছিকৈ মদেহে মানুহক খোৱা দেখি আহিছোঁ। 'সাপ্তাহিক নীলাচল' কাকতত চাকৰি কৰি থাকোঁতে মই তাত 'মদ আৰু মোৰাৰজী দেশাই' বুলি নিবন্ধ এটা লেখাত তেতিয়াৰ সম্পাদক (কাৰ্যাধ্যক্ষও) মুনীন্দ্ৰ নাৰায়ণ দত্তবৰুৱাই বৰ ভাল পাই কৈছিল — 'পাৰা যদি মোৰ ভাইহঁতকো মদ একেবাৰে নিয়াচোন।' তাৰ পিছত এদিন এই কথা লৈ সৰুভায়েক ৰমেন্দ্ৰ নাৰায়ণ দত্তবৰুৱাৰ লগত মোৰ পাতল সুৰত আলোচনা আৰু তৰ্ক হৈছিল। মই কৈছিলোঁ 'মদৰ এটা সুফলৰ কথাও যদি আপুনি ক'ব পাৰে তেন্তে মই মদ খোৱাটো সমৰ্থন কৰিম।' ৰমেনে হাঁহি হাঁহি কৈছিল — 'মদ খালে উৎসাহ জাগে, বেছি কাম-বন কৰিব পাৰি।' পিছে মদ নাখায়ো যিবোৰ কৰ্মবীৰ হৈছে? মই নিজেওতো মদ নাখাওঁ, কিন্তু মই নিজকে এগৰাকী অতি উৎসাহী আৰু কৰ্মী মহিলা বুলি ভাবোঁ, মই অবাবত এক মুহূৰ্তও খৰচ নকৰোঁ।

পিছে মদ খোৱাৰ সপক্ষে মই নিজেই এবাৰ ক'ব খোজোঁ — মদ খালে মানুহৰ অন্তৰবোৰ হেনো উদাৰ হয়! অৱশ্যে এই মতামত মোৰ স্বৰ্গগতা মাতৃৰহে — তেওঁ কৈছিল, '... অমুকে খুব মদ খায়, সেইবাবে অন্তৰখন একেবাৰে খোলা!..'

মদ সম্পৰ্কে আলোচনাৰ ইয়াতে ইতি কৰি পুনৰ দীপিকাৰ প্ৰসংগলৈ আহোঁ। (অ' মই দীপিকা বাইদেউ নেলেখি অকল নামটো লেখাৰ এয়ে কাৰণ যে তেওঁ মোৰ বন্ধু ৰ দৰে বাবে তেওঁক মই নাম কাঢ়িয়েই মাতো)। দীপিকাৰ তিনিপুত্ৰই মদ খায়নে নাখায় সেই কথা নাজানিলেও এইটো ভালকৈয়ে জানো যে মাকৰ সুশিক্ষাৰ ফলত তিনিওটি ল'ৰা সচ্চৰিত্ৰবান, গুণী আৰু বিদ্বান হৈ উঠিছে। অৱশ্যে মেট্ৰিক পাছ কৰি উঠাৰ পিছত পিইত তিনিওটা একো একো ডোখৰ সময় গুৱাহাটীত খুৰাক পবিত্ৰ বৰগোঁহাইৰ লগত থাকিও পঢ়া-শুনা কৰিছিল। সেই ল'ৰা তিনিজনৰ ভিতৰত ডাঙৰজনে এমেৰিকাৰ এৰিজোনা বিশ্ববিদ্যালয়ত ডক্টৰেট কৰি আছে আৰু সৰু দুজনে ভালকৈ পাছ কৰি ইঞ্জিনিয়াৰ হৈছে।

এই দীপিকাৰ লগতে মোৰ ৰৰজনা যোগানন্দ বৰগোঁহাইৰ যোৰহাটত হোৱা বিয়াখনলৈ গৈ মই জীৱনত প্ৰথমবাৰৰ বাবে একমাত্ৰ পুতেক একেজনৰ মাতৃ মোৰ শাহুআইৰ লগ পাইছিলোঁ।



হোমেন বৰগোহাঞি আৰু নিৰুপমা বৰগোহাঞি



নিৰুপমা বৰগোহাঞি আৰু মনু



কলিকতাত বান্ধৱী সকলৰ লগত     লেখিকা

